# জোন, বেলি, তৰা আৰু অন্যান্য

দীপ্তি দত্ত দাস




চম্পাৱতী প্ৰকাশন

JON, BELI, TARA ARU ANYANYA : A social novel by Mrs. Dipti Dutta Das, published by Shri K. C. Deka on behalf of M/s. Champavati Prakashan, Guwahati-781 007 :
PRICE : Ninetyfive rupees only.

---

জোন, বেলি, তৰা আৰু অন্যান্য

লেখিকা : দীপ্তি দত্ত দাস



১৯৯৭ ইং

প্ৰচ্ছদ পট : ত্ৰৈলোক্য দত্ত

মুদ্ৰক : আবোৰা ফাইন আৰ্ট

মূল্য : পঁচানব্বৈ টকা মাত্ৰ

## ।। উৎসৰ্গ ।।

মাতৃ মাকণ দত্তৰ সজল স্মৃতিত — যি গৰাকী মাতৃয়ে 'ক'ৰ চুক এটাও চিনি নেপাইছিল, অকালতে বৈধব্যব্ৰত পালন কৰি, আৰ্থিক সংকটৰ মাজতো চাৰিটি পুত্ৰ আৰু একমাত্ৰ জীয়ৰীক শিক্ষিত কৰিবলৈ আজীৱন সংগ্ৰাম কৰি গ'ল।

'মাসোণ'

# মনৰ কথা

১৯৯০ চন। মোৰ শৰীৰত ৰোগে বাঁহ ললে। শৰীৰৰ অংগ প্ৰত্যংগ সমূহত বিষ, মূৰফুৰণি, বুকু ধপ্ ধপোৱা আদি বিভিন্ন উপসৰ্গই দেখা দিলে। ৰোগৰ লগত অহৰহ সংগ্ৰাম কৰি ভাগৰি পৰিছিলো। জীয়াই থকাৰ আগ্ৰহ কমি অহাৰ বেলা মোৰ স্বামীয়ে এখন পকা-বন্ধা বহী আৰু এটা কলম হাতত তুলি দি ক'লেঃ "তুমি লিখা , জীয়াই থাকিবৰ বাবেই তুমি লেখা আৰম্ভ কৰা।"

মই ক'লোঃ "কি লিখিম মই? হাত কপে , চকুৰে ধোঁৱা-কোঁৱা দেখো।"

ঃ "তোমাৰ যি মন যায় তাকে লিখাচোন , লিখিলেহে তুমি জীয়াই থকাৰ প্ৰেৰণা পাবা এসময়ত তুমি লিখিছিলা চোন।"

এৰি থৈ অহা অতীতটোলৈ ওভতি চালো ঃ কলেজ তথা বিশ্ববিদ্যালয়ত পঢ়া কালত দুই এটা গল্প-কবিতা লিখিছিলো। পঢুৱৈ সমাজত আদৰো পাইছিল।

হাতত কলম তুলি লোৱাৰ লগে লগেই স্মৃতিৰ আকাশত তিৰবিৰাই উঠিল ওপজা ঠাইখন ঃ গোলাঘাট , এখন সৰু চহৰ। এখন ৰূপহী নদী ঃ ধনশিৰি , এখন কলেজ ঃ দেৱৰাজ ৰয় মহাবিদ্যালয। ইত্যাদি। শৈশৱ, কৈশোৰ, যৌৱনৰ স্বপ্নময় দিনবোৰ তাতেই অতিবাহিত কৰিছিলো। সেই মৰমৰ সৰু চহৰখনৰ বিভিন্ন চৰিত্ৰ ঃ যাৰ সৈতে মোৰ হাৰ্দিক সংযোগ আছিল, সেই চৰিত্ৰ সমূহে মোৰ মনৰ মাজত দোলা দিবলৈ ধৰিলে।

লিখিবলৈ আৰম্ভ কৰাৰ লগে লগে মোৰ শৰীৰৰ বিষ বেদনা ক্ৰমে ক্ষীণ হৈ আহিল, দুৰ্বলতা আঁতৰি পলাল যেন অপেশ্বৰীৰ যাদু-কাঠিৰ স্পৰ্শহে লভিলো। "জোন, বেলি, তৰা আৰু অন্যান্য"ৰ জন্ম এনেদৰেই।

"জোন, বেলি, তৰা আৰু অন্যান্য"ৰ চৰিত্ৰ সমূহ মোৰ অত্যন্ত মৰমৰ চৰিত্ৰ ; কিছুমান হুবহু আঁকিছোঁ। কিছুমানত ৰহণ সানিছোঁ, কিছুমান মোৰ মানস-সৃষ্ট। কাৰণ কল্পনা আৰু বাস্তৱৰ সংমিশ্ৰণতেই এখন উপন্যাসে ৰূপ পায়।

ইয়াত উল্লিখিত কোনো কথাই যদি মোৰ অজ্ঞাতে কাৰোবাৰ হৃদয়ত আঘাত হানে — তাৰ বাবে মই কৰযোৰে ক্ষমা প্ৰাৰ্থনা কৰিছোঁ।

ভেলোৰলৈ যোৱাৰ আগে আগে মৰো-জীওঁ সোঁ-আধিকৈ কিতাপখন সম্পূৰ্ণ কৰিলো। মনত আশাঃ যদি ওভতি নাহোঁ, মোৰ স্বামীয়ে যেনে তেনে কিতাপখন প্ৰকাশ কৰি উলিয়াব। ৰুগীয়া অৱস্থাত লিখা বাবে মাজে মাজে লিখাবোৰ আবেগিক, মাজে, মাজে নিষ্প্ৰাণ হৈছে। পিচত তাক সাল-সলনি কৰা নাই।

বেমাৰৰ নাগ-পাশৰ পৰা মুক্তি লভি "জোন, বেলি, তৰা আৰু অন্যান্য"ক বুকুত বান্ধি প্ৰকাশকৰ দুৱাৰে দুৱাৰে অনেক ঘূৰিলো। পিছে মোৰ সৃষ্টি কন্যা অনাদৃতা হৈ পৰি ৰ'ল।

এখন আলোচনীৰ সম্পাদকৰ ওচৰলৈ গ'লো ঃ কৌস্তুভমণি শইকীয়াৰ উপদেশ ক্ৰমে উপন্যাসখন চকুফুৰাই চাই তেওঁ ক'লেঃ "ওহোঁ, নহ'ব , আৰু যোগ বিযোগ কৰিব লাগিব।"

দেওৰ প্ৰতিম সুৰেশ শৰ্মাৰ লগ ধৰিলো। তেওঁ উপন্যাসখন চকুফুৰাই চালেঃ "ভাল হৈছে বৌ। কিন্তু দুবছৰমান ৰ'ব লাগিব। আমাৰ হাতত এতিয়া ভালেমান কাম পৰি আছে।"

আৰু যে কিমান প্ৰকাশকৰ দুৱাৰে দুৱাৰে ঘূৰিলো। সেইবোৰ ইযাত নিলিখো আৰু হতাশ হৈ ঘৰতে কিতাপখন ৬ বছৰ মান পেলাই থলো। মোৰ শুভাকাংক্ষী শ্ৰদ্ধেয়া ৰাণী গোহাঁই, অৰূপা পটঙ্গীয়া কলিতা, ৰাজেন কলিতা, কৌস্তুভমণি শইকীয়া, ড° দীপ্তি ফুকন পাটগিৰি, ড° নলিনী দেৱ মিশ্ৰ আদিয়ে লগ পালে সোধেঃ "কিবা লিখিছানে? লিখিবাচোন। তোমাৰ হাতখন ভাল।" মোৰ মুখত ফুটি উঠে এটি বিষণ্ণ হাঁহি।

১৯৯৬ চনৰ মধ্যভাগত সৌভাগ্যক্ৰমে 'চম্পাৱতী প্ৰকাশনৰ স্বত্বাধিকাৰী শ্ৰীকনক চন্দ্ৰ ডেকাৰ সৈতে পৰিচয় হয়। মোৰ জেষ্ঠ ভ্ৰাতৃ প্ৰতিম ডেকাদেৱে মোৰ উপন্যাসখন পঢ়ি চাব খুজিলে। মযো বিশেষ একো নভবাকৈ পঢ়ি চাবলৈ দিলো। তেওঁ উদাৰচিত্তে কিতাপখন প্ৰকাশ কৰি উলিয়াবলৈ দায়িত্ব লোৱাত বিস্মিত হ'লো। ছবছৰ শুই থকা মোৰ সৃষ্ট কন্যাই তেওঁৰ দায়িত্বত ছপাশাললৈ গ'ল। সেইবাবে মই 'চম্পাৱতী প্ৰকাশন'ৰ স্বত্বাধিকাৰী অধ্যাপক কনকচন্দ্ৰ ডেকাদেৱৰ ওচৰত চিৰ কৃতজ্ঞ।

স্বামী শ্ৰীসূৰ্য দাসে আকাশ বাণীৰ কৰ্মময জীৱন তথা বিভিন্ন দায-দায়িত্বৰ মাজতো সুৰঙা উলিয়াই কিতাপখনিৰ আৰ্হি-কাকত চাই দিয়া বাবে তেওঁৰ ওচৰত মই ঋণী। 'অৰোৰা ফাইন আৰ্টচ্'ৰ কৰ্মীবৃন্দ, বেটুপাতৰ শিল্পী ত্ৰৈলোক্য দত্ত আৰু মোৰ শুভাকাংক্ষী সকল ঃ যাৰ প্ৰেৰণাত লিখিবলৈ আগ্ৰহ জন্মে – সেই সকলোলৈকে মোৰ আন্তৰিক কৃতজ্ঞতা জনালো।

সদৌ শেষত, অপৈনত লেখা হলেও পঢ়ুৱৈ সকলে যাতে অনাদৰ নকৰি এধানি মৰম সহানুভূতিৰে আদৰি লয, তাকে কামনা কৰিলো।

গুৱাহাটী (অসম) বিনীতা

২০ আগষ্ট, ১৯৯৭ চন দীপ্তি দত্ত দাস।

# জোন, বেলি, তৰা আৰু অন্যান্য

ওৰে নিশা বৰষুণ পৰিছিল। বৰষুণৰ জিম্ জিম্ শব্দ, নিশাৰ এন্ধাৰ, বতাহৰ সোঁ-সোঁৱনি, মাজে মাজে ঢেৰেকণীয়ে এটি ভয়াল পৰিবেশৰ সৃষ্টি কৰিছিল। গভীৰ টোপনিয়ে দুচকুত ভিৰ কৰিছিল যদিও মাজে মাজে চক্ মক্ কৈ সাৰ পাই গৈছিলো। ওৰে নিশা মোৰ কাষতে শুই থকা মাযে কেকাই গেথাই আছিল। পুৰণি পিত্ত শূলটোৱে উক দিছিল। মাৰ কেকনি আৰু বৰষুণ-বতাহৰ গো গোঁৱনিৰ শব্দ একাকাৰ হৈ গৈছিল।

এনেযেও বৰ্ষণমুখৰ ৰাতিবোৰ আমি উজাগৰেই থাকোঁ। যিহে ধোকা ভেঙ্গা দিয়া পজ্জা। কোন সময়ত বাগৰি পৰে ঠিক নাই। তদুপৰি ঠায়ে ঠায়ে ঘৰৰ চালত বিন্ধা। বৰষুণ সৰে বিন্ধাবোৰেদি।

মাৰ কেকনিৰ শব্দই মোক যন্ত্ৰণা দিছিল। বুকুৰ ভিতৰখন ধৰফৰাই উঠিছিল।

শেহ নিশা বৰষুণ থামিছিল। বতাহৰ শব্দও নোহোৱা হৈছিল। মাৰ দুচকুলৈ তন্দ্ৰা নামিছিল। বোধহয় যন্ত্ৰণা কিছু পাতলিছিল।

হাতত সাৰে, ভৰিত সাৰে বিচনাৰ পৰা উঠি আহিলো। পুৱা সোনকালে উঠা মোৰ অভ্যাস। শৰীৰ বৰ দুৰ্বল অনুভৱ কৰিছোঁ। নিশ্চয যোৱা নিশাৰ লঘোন আৰু টোপনি খতিৰ বাবেই। লঘোন দিযা বাবেই মাৰ পিত্ত বেমাৰ টোৱেও বেছি জুলুম কৰিছে। কিন্তু উপায যে নাছিল। বদৰ আলিৰ দোকানত কিমান বাকী কৰিম। আগৰে টকা সোধাব পৰা নাই।

কালি দিনৰ ভাগত নাৰিকল তেলৰ এ পোৱা ধৰা টেমাটোৰে দুপোৱা চাউল সিজাইছিলো। চাৰিটা মানুহ। কেনেকৈ আঁটিব। আঞ্জাৰ বাবে একো পাচলিযেই নাছিল। পাচফালৰ পিতনি ডৰাত কলীযা কচুবোৰ আনে-বানে হৈছিল। তাকে তুলি আনি সৰহকৈ কণ-জলকীয়া দি ৰান্ধিছিলো। জালুকীযা আঞ্জা। জ্বলা বা টেঙা নিদিলে কলীয়া কচুৰ আঞ্জা মুখত দিবকে নোৱাৰি। খজুৱায। ডিঙিত ধৰে। কোনোমতে পেটবোৰ পূৰাই থব লাগে। মাক কচুৰ জালুকীয়া আঞ্জা খাবলৈ হাক দিছিলো। মাযে কিন্তু হকা-বধা মনা নাছিল। অলপ খালে। তাৰ পিচতেই পিত্তৰ যন্ত্ৰণা।

মোৰো পেটটো বহু সময়লৈকে পুৰি আছিল, বম্ বম্ কৈ। মুখ খন বাৰে বাৰে টেঁটুৰ গুৰিলৈকে শুকাই গৈছিল। গিলাচে-গিলাচে পানী খাইছিলো।

ইতিমধ্যে পোহৰে চৌদিশ জলমল্ কৰিছে। পাঠ্য-পুথি সমুখত লৈ টেবুলৰ কাষত বহাৰ দুৰন্ত হেপাহটো চেপি-খুন্দি থলো। মা শুই আছে। শোৱক অকণ। বাহুনীঘৰত ভাজেমান কাম।

কাঠৰ চোঁচ দুডালমান দি জুইকুৰা ধৰিলো। পানী-ভৰা কেটলীটো জুইৰ ওপৰত বহাই দিলো। নিমখ দিয়া ফিকা চাহ। বাহুনী ঘৰৰ প্ৰত্যেকটো টেমাই খুলি চালো। ক'ৰবাত কিবা

ওলায়েই কিজানি। ওহোঁ, একোকে নাই। আচুতীয়া এটা টেমাত এমুঠিমান পিঠাগুৰি পালো। তাকে উতলা পানীত পেলাই মাৰ কাৰণে যতনাই থ'লো। ককাই দুজন উঠিছে। সিহঁতক চাহ দিলো। জোন ককায়ে ফিকা চাহ গিলাচ খায়েই কলৈবে হুলং হুলং খোজ দি ওলাই গ'ল। তাৰ হেনো বহুত কাম।

আগ চোতালৰ বগৰী জোপাত ভালেমান ভোল লাগি বুঢ়া হৈ গৈছে। বেলি ককাইক তাকে পাৰি আনি দিবলৈ ক'লো। বোঁচ ভাগ ভোলেই জাল ধৰা। মায়ে ময়ে পাৰিবলৈ চেষ্টা কৰি এৰি দিলোঁ অহা ভোল। বৰ ওখত আছিল।

পঢ়াশালিলৈ আজি যেনে-তেনে যাবই লাগিব। ছেঃ কালিও যোৱা নহ'ল। ভাবি ভাবি ভোলৰ টুকুৰাবোৰ ধুই-পখালি লোৰ কেৰাহী খনতে নিমখ-হালধি দি সিজালো। লোভনীয় মল্ মলীয়া গোন্ধ এটা ওলাল। অহা অহা গোন্ধ। মিঠা তেল বিচাৰিছিলো। নেপালো। চাউলতো নায়েই। বদৰ আলিৰ দোকানলৈ বাকী কৰিবলৈ আজি ময়েই যাব লাগিব। আৰু লঘোনে থাকিব নোৱাৰি। বেলি ককাইক দোকানলৈ বাকী আনিবলৈ পঠালে গোৰ্ গোৰাই উঠিব। তাৰ আক' লাজটো বৰ বেছি। অৱশ্যে নগদ টকা পালে বজাৰখন কৰি দিয়ে।

বাৰীৰ দোপালপিটা বৰষুণৰ অন্তত প্ৰকৃতি এতিয়া শান্ত। পুৱাৰ কুঁহমীয়া ৰ'দে গছ-বননি বোৰ শুৱনি কৰি তুলিছে। বৰষুণে ধুই নিয়া গছ-গছনি বোৰত পুৱাৰ ৰ'দ পৰি তিৰ্ বিৰাই উঠিছে। যেন সেউজীয়া ৰঙৰ এখন চাদৰত বগা বগা তৰাৰ বুটা। পদূলিৰ ডাল ভৰি ফুলা গোলাপ দুজোপাইও ৰৌদ্ৰোজ্জ্বল পুৱাটিক স্বাগতম জনাইছে। সদ্যস্নাতা ন-বোৱাৰীৰ দৰেই মোহনীয় গোলাপ-দুজোপালৈ চালে মনটো শাঁত পৰি যায়।

এনেকুৱা ফৰকাল পুৱা বোৰ মোৰ বৰ প্ৰিয়। প্ৰকৃতি জগতৰ এই পুৱাই সৌন্দৰ্য পিয়াসী মোৰ মনটোক হাত বাউল দি মাতে। এনেকুৱা পুৱা বোৰত কিতাপৰ পৃষ্ঠাৰ পৰা দৃচকু ভালেমান দূৰলৈ প্ৰসাৰিত হয়। প্ৰকৃতিৰ সতে একাত্ম হোৱাৰ বাসনাই মোক ছলনা কৰি লৈ যায় বহু দূৰলৈ। পঢ়া টেবুলৰ কাষৰ খিৰিকি খনেদি ৰ' লাগি চাই ৰওঁ প্ৰকৃতিৰ মোহনীয় ৰূপ।

এনেকুৱা ফৰকাল পুৱা, পোহৰে জগত ঢৌৱাই নিয়াৰ আগতেই পাটি এৰো মই। দোক্-মোকালিতে, শিলিখা, শেৱালী, বকুল, জলফাই আদি বুটলি অনা স্বভাৱ মোৰ। কোমল বৰ দেউতাৰ পদূলিত উপচি থকা শেৱালী ফুলবোৰ, কৃষ্ণ ককাই হঁতৰ চোতালৰ শিলিখা বোৰ, বৰদলৈ দদাইহঁতৰ পদূলিৰ পকা পকা ৰঙা বকুলবোৰে মোক শেতেলী এৰিবলৈ বাধ্য কৰে। বছৰৰ যিকোনো ফৰকাল পুৱাতেই মই এইবোৰ সংগ্ৰহ কৰোঁ। দেউতী মামা হঁতৰ ঘৰৰ মণিছালৰ গুটিবোৰ। এনেয়ে সৰি চোতাল ভৰি থাকে। সেইবোৰো গোটাই আনো। সেইবোৰেৰে কাপোৰ ধুবলৈ ভাল। বৰ ফেনায়। চুলি ধুলে হেনো চুলি বাঢে।

প্ৰকৃতিৰ উদগ্ৰ আহ্বানো আওকাণ কৰি আখলৰ কাম সামৰিলোঁ। হাতত বজাৰ কৰা মোনাটো লৈ বদৰ আলিৰ দোকানলৈ ওলালো।

মাৰ শৰীৰ ভালে থাকিলে বেছিভাগ কাম মায়েই কৰে। বজাৰ-সমাৰ কৰা, খৰি খেৰ গোটোৱা, বন্ধা-বঢ়া, সকলো। দেউতা ঢুকুৱা দিন ধৰি বৰ কষ্টেৰে সংসাৰ চলাইছে মাই। আমাক কেৱল পঢ়িবলৈহে কয়। বাকী সকলো সংসাৰৰ-বোজা তেওঁ অকলেই বয়। জোন ককাইদেউৰ সেইবোৰ খবৰেই নাই। দিনৰ দিনটো টলৌ টলৌকৈ ঘূৰে। তাৰ হেনো ঢেৰ কাম। সি গোলাঘাট

চৰকাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ ছাত্ৰ একতা সভাৰ সাধাৰণ সম্পাদক। তাৰ সদায় হেনো মিটিং থাকে। তেল শোধনাগাৰৰ কাৰণে আন্দোলন কৰে। পঢ়াশালিৰ পৰা শোভাযাত্ৰা কৰি আমিও কেতিয়াবা আন্দোলন কৰিবলৈ যাওঁ। শ্লোগান দিওঁঃ

"তেল আমাৰ, মাটি আমাৰ।
আমাক লাগে শোধনাগাৰ।।"
"তেজ দিম, তেল নিদিওঁ " ।।
ইত্যাদি।

লক্ষ্মীনাথ বেজবৰুৱাৰ মূৰ্ত্তিটোৰ কাষত থকা বহল পথাৰ খনত ডাঙৰ ডাঙৰ ৰাজহুৱা সভা হয়। তাত হাজাৰ-বিজাৰ মানুহ গোট খায়। গাওঁ- ভূঁইৰ পৰা অফলা ভাগি আহে পঢ়াশালীৰ ছাত্ৰ-ছাত্ৰী, বিভিন্ন স্তৰৰ ৰাইজ। সেই হেজাৰ—বিজাৰ মানুহৰ আগত জোন-ককাইয়ে উদাত্ত কণ্ঠে বক্তৃতা দিয়ে। ৰাইজৰ হাত - চাপৰিত কাণ তাল মাৰি ধৰে। মোৰ ক্ষুদ্ৰ প্ৰাণটো গৌৰৱত উথলি উঠে। আমাৰ জোন ককায়ে ইমান সুন্দৰ কথা কয়। ক'তনো ইমান শক্তি পায় সি! পাহাৰী নিজৰাৰ দৰে কলকলাই ওলাই আহে প্ৰাণৰ কথাবোৰ।।

জোন ককাইৰ বহুবিধ ৰাজহুৱা কাম। মলিয়ন হাফচার্ট আৰু ভৰিৰ সৰু-গাঁঠি ওলোৱা লংপেণ্টটো পিন্ধি জপৰা চুলিকোছাৰে সি পুৱাতে ওলাই যায়। গধূলা ঘৰ সোমায়। ঘৰৰ কোনো দায়িত্ব সি ল'ব নোখোজে।

বদৰ আলিৰ দোকানলৈ আমাৰ ঘৰৰ পৰা বেছি দূৰ নহয়। বৰ নামঘৰটো পাৰ হৈ আলি কেকুৰিটো ঘূৰিলেই পায়। সেই দোকানৰে মাল ওচৰ-চুবুৰীয়া সকলোৱেই আনে।

পুৱাই, পুৱাই দোকানৰ বাকী আনিবলৈ সংকোচ আৰু লজ্জাই বেৰি ধৰিছে মোক। কিন্তু খালি-পেটে থকাতকৈ অপ্ৰয়োজনীয় লাজবোৰ বাদ দিয়াই ভাল। তদুপৰি আজি দুদিন পঢ়াশালিলৈ যাবই পৰা নাই। লঘোনীয়া শৰীৰেৰে পাঠ্য-পুথিৰ কথাবোৰ আয়ত্ব কৰিবলৈ টান।

ডাঙৰ ককাইদেউ কুমুদ, মাজু ককাইদেউ নিশি যোৰহাটত থাকে। কুমুদ ককাই জিলা পৰিবহন নিগমৰ কাৰ্য্যালযত কেৰেণী চাকৰিত সোমাইছে। তাৰ লগতে থাকি নিশি ককাই "প্ৰিন্স অব বেলচ" কলেজত পঢ়ে। তাক পঢ়ুৱাবলৈ হেনো ভালেমান ধন লাগে।

নিশি ককাইক লৈ ঘৰখনৰ অনেক আশা। সি পৰীক্ষা সমূহ পাছ কৰি জুনিয়ৰ ইঞ্জিনিয়াৰ হ'ব। আমাৰ লঘোনীয়া পেটবোৰ পূৰা হ'ব। খোকা, ভেজা দিয়া ঘৰটো সুন্দৰ হ'ব। . ... এই সপোনবোৰ দিঠকত ৰূপ পোৱাৰ আশাত সকলো কষ্ট হেলাৰঙে পাৰ কৰিবলৈ বদ্ধ পৰিকৰ আমি। .. . যেনেকৈ দুৰ্ঘোৰ অমানিশাৰ অন্তত আকাশত জোনবায়ে হাঁহে . যেনেকৈ প্ৰতিটো অন্ধকাৰ নিশাৰ শেষত পূবাকাশত উদয় হয় ৰাঙলী সুৰুয , মানুহৰ আশাবোৰে হয়তো এনেকৈয়ে গজালি মেলে।

প্ৰত্যেক মাহৰ আৰম্ভনিতে কুমুদ ককাইয়ে পৰিবহন নিগমৰ বাচৰ কণ্ডাক্টৰৰ হাতত আমালৈ টকা পঠায়। সেয়া টকা আমাৰ চাৰিজনীয়া পৰিয়ালটোৰ কাৰণে যথেষ্ট নহয়। মায়ে অতীৱ কষ্টেৰে সংসাৰ চলায়। তদুপৰি, জোন ককাই, বেজি ককাই আৰু মোৰ পঢ়াৰ খৰচ সোপা আছেই।

দেউতা ঢুকাৱাৰ বছৰ কুমুদ ককাইয়ে মেট্ৰিক দিছিল। পোন্ধৰ বছৰ বয়সীয়া এটি কিশোৰ।

কিশোৰ জীৱনৰ ৰং-আনন্দ, আশা-আকাংখ্যাৰ সোণালী সপোন কাষৰীয়াকৈ থৈ সি চাকৰিত সোমাল। চাকৰিত সোমাৱৰ দিন ধৰি সংসাৰৰ গধুৰ দায়িত্ব বহন কৰি আহিছে।

লগ সমনীয়াৰ পৰা আঁতৰি ককায়ে সংসাৰৰ দায়িত্ব বহন কৰাৰ লগতে কলেজত নৈশ বিভাগত পঢ়ে। সপোনৰ পখী পাখীত সোণালী ৰহণ সানি উৰাৰ বতৰত তেওঁ বজাৰৰ হিচাপ-নিকাচ, ৰঙা-ফিটাৰে বন্ধা ফাইলৰ মাজত ডুবি ৰ'ল। বহুতো প্ৰয়োজনীয় অভাৱ পূৰাব নোৱাৰে কেৱল আমাৰ বাবেই। মাৰ মুখত শুনিছোঁ আবৰ্জনাৰ মাজৰ পৰা তুলি অনা জোতা মেৰামতি কৰাই তেওঁ পিন্ধে, এনেদৰেই তেওঁ জোতা পিন্ধাৰ আগ্ৰহ পূৰণ কৰে। আৰু মা। ত্যাগৰ যেন জ্বলন্ত ছবি। দেউতাৰ জীৱিত কালত অসূৰ্য্যস্পৰ্শা মাই এতিয়া বজাৰ কৰে, খৰি ফালে, বিভিন্ন কৰ্মৰ জৰিয়তে সংসাৰখন জোৰা-টাপলি মাৰি চলায। একালত তেওঁ বৰ ৰূপহী আছিল নিশ্চয়। মাওৰ বৰণীয়া শৰীৰৰ ৰং, কলডিলীয়া মুখ, উজ্বল চকু আৰু দীঘল জোঙা নাকটোৱে তেওঁৰ ৰূপৰ কথাই ঘোষণা কৰে। কম বয়সতে বাৰী হোৱা ৰূপহী নাৰীৰ সমাজত ভালেমান বাধা, বহুতো সংঘাতৰ কাঁইট দেই যাব লগা হৈছে তেওঁ। তথাপিতো তেওঁ লক্ষ্যপথৰ পৰা বিচ্যুৎ হোৱা নাই।৮

মাহৰ আৰম্ভ তে কুমুদ ককায়ে টকা পঠায়। আগ্ৰহেৰে চাৰিওটা প্ৰাণীয়ে ককাইৰ টকালৈ অপেক্ষা কৰো। গাড়ীৰ হৰ্ণ বাজিলেই আমি দৌৰি বাজলৈ ওলাওঁ, কিজানি ককায়ে টকা পঠাইছেই। যোৱা নিশা ,ভঙ্কৰ কাষত বহি গাড়ীৰ হৰ্ণ শুনিবলৈ কাণ পাতি আছিলো। কালিও টকা নাহিল। ভাতৰ চৰুৰ পানী ৬ ডলি থাকিল চাউলৰ অপেক্ষাত। এটা সময়ত চৌদিশ নিজান হ'ল। গাড়ী মটৰৰ মাত নুশুনা হ'ল। মাযে জুইকুৰা নুমাই দিলে। এগিলাছ, এগিলাছ, পানী খাই কেওটা বিচনাত পৰিলোগৈ।

যদৰ আলিয়ে এইমাত্ৰ দোকান খুলিছেহে মাথোন। তেওঁ দোকান সাৰি-পুচি, দোকানত পানী-ছুনি চটিয়াই মোক ,কিছু সময বহিবলৈ ক'লে। বোলে বহনি হোৱাই নাই। বহনি হ'লেহে বাকী দিব পাৰি। তেওঁ অৱশ্যে মোক ভাল ব্যবহাৰেই কৰিছে। মোক দেখাব লগে লগেই তেওঁ চকুৰে মুখে এমোকোৰা হাঁহি বিৰিঙাই ক'লেঃ

ঃ" এঃ কুমুদৰ ভনীয়েক দেখোন।। আজিকালি চোন তোমাক দেখিবলৈকে নাই। ঘৰতে সোমাই থাকা নেকিহে? আগেয়ে ঘৰৰ স্কুলত পঢোতে এই পোনেদিয়ে গৈছিলা নহয়। বৰ ডাঙৰ গাভৰু হলাহে। এতিয়া দণ্ডধৰ ছোৱালী হাইস্কুলত পঢ়া নহয? নে এৰিলা পঢ়াশুনা ?"

ঃ নাই এৰা। মই এতিয়া ক্লাচ ফৰত পঢ়ো।"

ঃ" অ' কিয় এৰিবাহে। পঢ়া-শুনাত ভাল ছোৱালী। জানো দিয়াহে। গোলাঘাট জিলাৰ ভিতৰত প্ৰথম হৈ বৃত্তি ধৰিছিলা নহয়? মাৰাৰ গা ভালনে?"

ঃ"নাই, ভাল নহয়, মাৰ অসুখ ; সেয়ে মযে দোকানলৈ আহিলো।

ঃ" ককায়েৰ কেইটা দোকানলৈ আহিব নোৱাৰে? ছোৱালী কণকহে পঠাব পাৰেনে? .. ... কি কৰিবা-পঢ়া শুনাত চোকা ল'ৰা ছোৱালীৰ দুৰৱস্থা দেখিলে বেজাৰ লাগে বুইছা . . . . . . . পিছে কুমুদে আজি কালি টকা-সিকা নপঠাই নেকি? . . . . . এৰা ক'ৰ পৰা পঠাব? সেই ধীৰাৰ জীয়েকক নি লগত ৰাখি পঢ়াইছে নহয় হ'বলা। সেইজনীৰ লগত খৰছ কৰোতেই যায় হয়তো। বিহে ভাইৰ ধুন। বিয়াখন পাতি পেলালেও ভাল।"

এনেধৰণৰ কথা বোৰ শুনিলেই মই বেয়া পাওঁ। খঙ আৰু দুখত কাল-মুখ ৰঙা পৰে। দোকানৰ মাল নোলোৱাকৈ গুছি যাবলৈহে মন গৈছে। পিছে মাল নোলোৱাকৈ গুচি গ'লে খাম কি? পেটত বৌ-বৌৱাই জ্বলিছে ভোকৰ জুই। মাৰ শুকান আৰু বেজাৰত মোলান পৰা মুখ খনলৈ মনত পেলাই খঙ সামৰিছো। কুমুদ ককায়ে হীৰা দদাইৰ মাজু জনী জীয়েকক লগত ৰাখি পঢ়ু ৱাইছে হয়, তেওঁক বিয়াও কৰাব। কিন্তু তাৰ কাৰণে ককায়ে আমাক কোনোদিন অবহেলা কৰা নাই। মানুহ বোৰে আবোল-তাবোল এনেয়ে কয়।

যথা-সম্ভৱ লাহে লাহে ক'লো ঃ "ককাইদেৱে প্ৰতি মাহতে টকা পঠায়। এইবাৰ পঠোৱা কিছু দেৰী হৈছে। দৰমহা চাগৈ পোৱাই নাই। আৰু ককাইদেৱে হীৰা দদাইৰ জীয়েকৰ লগত টকা খৰচ নকৰে। হীৰা দদাইৰ ঘৰৰ পৰাই টকা-সিকা পঠাই থাকে। তেওঁলোকৰ অৱস্থা ভাল। খেতি- বাতিও ভালেমান আছে।"

ঃ" এঃ জানো নহয়। তুমি আৰু মোক ক'ব লাগিছেনে? হোঃ হোঃ হোঃ বেয়াই পালা হ'বলা। হোঃ হোঃ হোঃ বেয়া নাপাবা ডেকা ল'ৰা এজনে গাভৰু এজনীৰ কাৰণে কৰিব নোৱাৰা কাম একো নাই বুইছা তোমালোকলৈ বেজাৰ লগাতহে ক'লো।

ঃ "ককাইৰ কথা থাওক। মোৰ বস্তু কেইপদ পাৰে যদি দিয়ক। ইফালে পঢ়াশালিলৈকো যাব লাগে। ভাত ৰান্ধি খাই বৈ যাব লাগিব।" ডাঙৰ ককাই ইমান স্বাৱলম্বী। ঘৰখনৰ কাৰণে ইমান ত্যাগ কৰিছে। অথচ মানুহবোৰে কিয় বাৰু ভুল বুজে !!

চাউল পাঁচকেজি, আটা এককেজি, ডাইল আধাকেজি আলু এককেজি, মিঠাতেল এপোৱা, নিমখ আধাকেজি মোনাটোত ভৰাই বদৰ আলিৰ দোকানৰ পৰা যেতিয়া ঘৰ অভিমুখে যাওঁ তেতিয়া আঁঠ বাজি গ'লেই।

খৰ-খৰকৈ চাউল কেইটা ধুই আখাত বহাই দিলো। আলু দুটামানো ধুই লগতে সিজিবলৈ দিলো। ভাতৰ নিসনি আজি আৰু নেকাঢ়ো। কাণে-বাৰে জুই দিলো। সোনকালে সিজক বুলি।

সকলোৰে কাৰণে ভাত যতনাই থৈ ময়ো খালো। খালো মানে নাকে-কাণে গুজিলো মাথোন। মা পিছ চোতালত বহি ৰ'দ লৈ আছে। পঢ়াশালিলৈ যোৱা পোছাক জোৰ পিন্ধি, মুৰ ফণিযাই ওলাও মানে কাষৰ থানা খনত দহ বজাৰ ঘণ্টা পৰিলেই। ছেঃ বৰ দেৰি হৈ গ'ল। মাক সেৱা এটি কৰি প্ৰায় উৰি যোৱাৰ দৰেই পঢাশলিৰ বাট ধৰিলো। ঘৰৰ পৰা পঢ়াশালিলৈ দূৰত্ব আধা-কিলোমিটাৰ মান হ'ব। এই বাট চোৱা সোঁৱে বাঁৱে কেনিও নোচোৱাকৈ গুলি যোৱাদি গৈ পঢাশালিৰ বাৰান্দাখন পাওঁমানে শ্ৰেণীৰ পাঠদান কাৰ্য আৰম্ভ হৈয়েই গৈছে। পৰম সঙ্কোচেৰে অপৰাধীৰ দৰে কিতাপ জাপ বুকুত সাবটি শ্ৰেণী-কক্ষৰ দুৱাৰ মুখত থিয় দিলো। শ্ৰেণী-কক্ষৰ ভিতৰৰ পৰা আৰতি বাইদেৱে ক'লেঃ

ঃ সোমাই আহা।

তলমূৰ কৰি সোমাই গ'লো।

বাইদেৱে ক'লেঃ ইমান দেৰী কিয় কৰাহে? আমি ল'ৰা-ছোৱালীৰ আউল-মাৰিও দুই কিলোমিটাৰ খোজকাঢ়ি আহি সময়ত পাওঁহি— অথচ তোমালোকে। সদায়, সদায় কিমান বাৰ ক'ম দেৰি নকৰিবা বুলি। যোঁৱা, নিজৰ বেঞ্চত কিতাপ থৈ থিয় দি থাকাগৈ।

শাস্তি নিৰ্ব্বিবাদে মানি ল'লো। তেতিয়া মোৰ খুব ভাগৰ লাগিছিল।

—: O :—

আমাৰ ঘৰৰ নিচেই কাষতে অট্টালিকা সদৃশ এটি শুৱনি ঘৰ। সেইটো বিজন ঠিকাদাৰৰ ঘৰ। চহৰৰ নাম কৰা ঠিকাদাৰ। তেওঁলোকৰ বহুত ভাড়াঘৰ, বহু কেইখন মটৰ গাড়ী, কেবাখনো ট্ৰাক আছে। অসমৰ বিভিন্ন ঠাইত তেওঁলোকৰ ব্যৱসায় আছে। মায়ে কয় লক্ষীয়ে হেনো তেওঁক লগ দিছে।

তেওঁলোকৰ এটি ধান বনা মিল আৰু এটি কাঠফলা কলঘৰো আছে। কাষতে বান্দামৰা ঘৰ এটাও আছে। দিনৰ দিনটো বনুৱা বিলাকে হৈ হৈ কৈ চিঞৰি থাকে।

ফুট গধূলি কাঠ-ফলা কলঘৰ আৰু ধানবনা মিলৰ কাম শেষ হয়। সেই সময়তে আমি অৰ্থাৎ মা আৰু মই হাতত টুকুৰী এটা লৈ তালৈ যাওঁ। পেলনীয়া কাঠৰ টুকুৰাবোৰ, কাঠকটোচ বোৰ বুটলি আনো। এনেদৰেই দৈনিক খৰিৰ অভাৱ পূৰ হয়। তদুপৰি শুকান কল-মূৰলি আছেই। খৰি কিনিব লগীয়া নহয়।

মাৰ দুখ-কষ্ট লাঘৱ কৰিবলৈ সদায় যত্নপৰ মই। সৰু বাৰীখনত জলকীয়া, বেঙেনাৰ পুলি ৰোওঁ। বতৰৰ পাচলি দুডালমানো মায়ে ৰোওঁ। আগকালৰ ঠাই ডোখৰো বাৰে-ৰহনীয়া ফুল ৰই শুৱনি কৰি থৈছো। কিন্তু ফুল কলে কি হ'ব? মেৰামতিৰ অভাৱত আমাৰ পঁজা ঘৰটি হালি পৰিছে। বাটেদি যোৱা পথিকেও একোবাৰ ব'লাগি চাই যায। তদুপৰি বাৰীখনত হাবি। বনৰীয়া গছ-লতাই চাটি ধৰিছে। ঠায়ে ঠায়ে বৰলৰ বাঁহ। বিষাক্ত সাপবোৰে নিৰ্ভয়ে বাৰীখনত ঘূৰি ফুৰে।

জোন ককায়ে যি খিনি সময় ঘৰত থাকে কিবা লিখা-পঢ়া কৰি থাকে। তাক মাতিবলৈকে ভয় লাগে। বাৰীত হাবিয়েই হৈছেনে, কিয়েই হৈছে — তাৰ খিযাল নাই। সি গীত লিখে, কবিতা লিখে। সেইবোৰ বিভিন্ন অনুষ্ঠানত গায। ৰাইজে শলাগে। তাৰ গল্প কবিতাই বিভিন্ন পুৰস্কাৰ পায়। ইতিমধ্যে তাৰ দুখনি নাটক গুৱাহাটী অনাতাঁৰ কেন্দ্ৰইও প্ৰচাৰ কৰিছে। সি লিখা নাটক বিভিন্ন অনুষ্ঠান প্ৰতিষ্ঠানে অভিনীত কৰে। সি নিজেও এজন ভাল অভিনেতা। কিন্তু জোন ককাই বৰ অথলা। অপৰি পাটি। তাৰ কিতাপ-পত্ৰ, নাটক, গল্প সকলো মায়ে সামৰি-সুতৰি থওঁ। নহ'লে সময়ত সি সেইবোৰ বিচাৰি নেপালে খেছ, খেছাই থাকে , বেলি ককাই আৰু মোক মাৰে। বেলি ককায়ে অৱশ্যে নিজৰ কিতাপ-পত্ৰ কাপোৰ-কানি সামৰি-সুতৰি থয়। তাৰ ঘৰ-গোনা স্বভাৱ। বৰ ভাবুক প্ৰকৃতিৰ। তদুপৰি অসুখীয়াও। টান বন কৰিব নোৱাৰে।

ৰাস্তাৰ কাষৰ পানীৰ কলটোৰ পৰা দৈনিক দৰকাৰী পানীখিনি মায়ে মৱেই কঢ়িয়াওঁ। মায়ে ভালে থাকিলে মোক একোকেই কৰিবলৈ দিব নোখোজে। মইহে জোৰ কৰি দুখন এখন বন কৰো।

সকলো কামতে আগৰণুৱা নিশি ককাইদেউ। ঘৰ-বাৰী পৰিস্কাৰ কৰা, বন-বাঁহ চিকুণুৱা, বেৰ-ঘৰ লিপা-মোচা কৰা, ভাত-ৰন্ধা, ঢেকী দিয়া, তাঁত বোৱা, বাঁহৰ কাঠি-কামি কৰা, জেওৰা দিয়া — কোনো কামতে তাক পেলাব নোৱাৰি। ৰাজহুৱা, কামতো আগৰণুৱা সি। ওচৰ-ঘৰীয়াই বিয়া-সকাম আদি পাতিলে নিশি ককাইৰ উপস্থিতি কামনা কৰে। নিশি ককাই থাকিলে গৃহস্থই সকাহ পায়। নিৰ্ভয়ে যি কোনো কাম তাৰ হাতত এৰি দিব পাৰে।

বিভিন্ন প্ৰকাৰৰ কৰ্মত সি যেনেদৰে কুশলী তেনেদৰে পঢ়া-শুনাতো আগৰঢ়া। তদুপৰি ঢোল-বাদন, বিহুগীত, বনগীত, বিয়ানাম, আইনাম এই বোৰতো সি পাৰ্গত। বঙালী বিহু ৰ সময়ত

হোৱা প্ৰতিযোগীতা সমূহত সিয়ে প্ৰথম হয় ।মাততো তাৰ অতি সুৰদী।সাধাৰণ কথা এৰাৰকে বহন লগাই শুৱলাকে কোৱাত সি পাৰ্গত। ওচৰ-চুবুৰীয়া সকলোৰেই তাক ভালপায়।

সি ঘৰলৈ আহিলে মৰা-মুৰা আমাৰ ঘৰখনে প্ৰাণ পায়। নিশকতীয়া মায়েও যেন শকতি পায়। সেই কেইদিন তাৰ চাইকেলত উঠি দুৰ-দুৰণিলৈ ফুৰিবলৈ যাওঁ। যেভেনা খোৱা, জোনাকী নগৰ, কছাৰী হাট, কমাৰবন্ধা আদি ঠাই তাৰ লগত চাইকেলত উঠি ফুৰোঁ।

মোক কোলাত তুলি এই গীতটি সি প্ৰায়ে গায় . অ' ধুন ধনীৰা মোৰ অকণমাণি

কণ্ কণ্ কণমাণি মোৰ ভন্টিজনী

ৰঙালী বিহুত তাৰ উপস্থিতি সকলোৰে কাম্য। কাৰণ নিশি ককাইৰ ঢোলৰ চেওতহে নাচনীয়ে প্ৰাণ পায়। চুবুৰীৰ গাভৰুহঁতে নিশি ককাইৰ ঢোলৰ চেৱতহে নাচিবলৈ ভাল পায়।

মাৰ শৰীৰ কুশলে থাকিলে অফুৰন্ত আজৰি মোৰ। পঢাশালিৰ পৰা আহি ভাত মুঠি খাই চান্দমাৰী খেল-পথাৰলৈ দৌৰ দিওঁ। তাত মোৰ সমনীয়া হঁতে মোলৈ বাট চাই থাকে। যিদিনা মায়ে পিত্ত বিকাৰত পাটি এৰিব নোৱাৰে সেইদিনা দৈনন্দিন ৰুটিনত আউল লাগি যায়। পুৱাতেই ৰান্ধনীশালৰ দায়িত্ব কান্ধ পাতি লওঁ। সেইদিনা চেপি-খুন্দি ৰাখো মনৰ বাসনা বোৰ।

. শৰত কালৰ এটা ফৰকাল আবেলি চান্দমাৰী পথাৰত লগ-সমনীয়াৰ সতে ওমলি আছিলো। ৰেখা, ৰীনা, গীতি, বুমণি, টুমণি, আমি এজাক ছোৱালীয়ে প্ৰথমে "ৰুমাল দিয়া" খেলিলো। ইতিমধ্যে আমাৰ সমনীয়া ল'ৰাবোৰ আহি পালে। ৰবীন, বুবুল, নিতুল, অজয়, আদি।

সিহঁত অহাৰ লগে লগেই আমাৰ খেলৰ বিষয় বস্তুৰ পৰিবৰ্ত্তন ঘটিল। তাৰ পিচত আমি খেলিলো হৈ গুডু-নুগুদু, ইমান-ইমান পানী, কাবাডী, তিপি তিপি তাছ, কাউৰী বাঁহত জুই লাগিল ইত্যাদি।

খেলৰ পথাৰত খেলৰ ৰং আনন্দ উপচি পৰিছিল। সকলো দুঃচিন্তা, অভাৱ-অনাটনৰ পীড়াৰ পৰা দূৰত আছিলো। চিএৰ-বাখৰ, হাঁহি কিৰিলিৰে আবেলিটো ৰঙীন হৈ পৰিছিল।

শৰত কালৰ মুকলি আকাশ। খেলৰ পথাৰত বিয়লিৰ কোমল ৰ'দ। ছোৱালীহঁতৰ শৰীৰত ৰং-বিৰঙৰ ফ্ৰক। ল'ৰাহঁতে ঘাঁমি-জামি চোলাবোৰ খুলি পেলাইছে। ককালত সিহঁতৰ হাফ্‌পেন্ট একোটা। ৰঙীন বিয়লিটো এখুজি দুখুজিকৈ গধুলিৰ বুকুলৈ গৈ আছিল।

শৈশৱ-কৈশোৰৰ সন্ধিক্ষণৰ সেই বিমল আনন্দৰ যতি পৰিবলৈ সৰহ বেলি নেলাগিল। "বোলে আহিৰ ঘৰলৈ যাম, দুয়োহাতে খাম, বিধিয়ে বোলে মযো পিচে পিচে যাম"। আমাৰ চুবুৰীৰ বীমেন ককাইয়ে গৈ খেলৰ পথাৰতে জনালে ঃ "তবা, তোৰ মাৰক সাপে খুটিলে। ফেঁটী সাপেই হ'বলা। ৰবলৈৰ পুতেকে বেজ বিচাৰি গৈছে। তই বেগাই আহ"।

তৎক্ষণাৎ মই যেন বৰফলৈ ৰূপান্তৰিত হ'লো। লগ-সমনীয়াৰ কোনো কথাই মোৰ কাণত নোসোমাল। সমনীয়াহঁত খেল-ভাঙি ঘৰা-ঘৰি গ'ল। কোনোজনা আমাৰ চুবুৰীলৈ দৌৰিছে। কতেক ভতক মাৰি বৈ মযো দৌৰিবলৈ ধৰিলো। ঘৰ অভিমুখে। ঊৰ্দ্ধশ্বাসে মই দৌৰিছোঁ। গাড়ী-মটৰ, চাইকেল, মানুহ-দুনুহ একোকে নগনি মই কেৱল দৌৰিছোঁ। সোনকালে ঘৰ পাবগৈ

লাগে।

ঘৰৰ কাষৰ হাবি-বনবোৰ পৰিষ্কাৰ নকৰাৰ বাবেই এই দুৰ্ঘটনাটো হ'বলৈ পালে। ককাইহঁতৰ ওপৰত মোৰ খঙ উঠিল। বনৰীয়া লতাবোৰ গজি গোটেইখন হাবিযনিত পৰিণত হৈছে। কাৰো খবৰ নাই। নিশি ককাই ঘৰত থকা হ'লে চিন্তাই নাছিল।

থকা ঘৰটোৰ অবস্থাও শোচনীয়। কোনদিনা ধুমুহা-বতাহত হালি পৰে ঠিক নাই। বৰষুণৰ পানী-পৰি ভিতৰখন প্ৰায়ে গেলি-পঁচি থাকে। চাল-চোবাবৰ কাৰণে খেৰ কিনিবলৈ মাযে কুমুদ ককাইক কেবাবাৰো কৈছে। কুমুদ ককাযে টকাৰ জোৰা মাৰিব পৰা নাই হেনো।

আবেলিতে পাক ঘৰত সোমাই মাযে নিশাৰ সাঁজৰ যোগাৰ কৰে। নিশা-পাকঘৰত সোমাবলৈ ভয় লাগে। পাকঘৰৰ কাষতেই হাবি-বন গজি উঠিছে। বেৰ বিলাকৰ অবস্থাও সঙ্কটজনক। ঠাযে ঠাযে ভঙা-ফুটা। জোৰা-টাপলি মাৰিও অন্ত নাই। মৃত্যু-মুখী কুষ্ঠ-ৰোগীৰ শৰীৰৰ দৰেই অবস্থা। সাপ-সোমাই আহিবলৈ একো অসুবিধা নাই।

কেৰ্ব্যচিনৰ অভাৱৰ বাবেও গধূলা সোনকালে বিচনাত পৰো। আমাৰ চুবুৰিটোৰ আটাইভকৈ সোনকালে কিজানি আমিযেই শোওঁ। ফুট গধুলিতে আমাৰ পঁজা অন্ধকাৰ।

আমাৰ পদূলিত আজি বহুত মানুহ গোট খাইছে। মাক সাপে খোটাৰ বতৰা মূহুৰ্ত্তে ভালে মান দূৰলৈকে বিযপি পৰিছে। আমাৰ চুবুৰীৰ ওপৰিও চান্দমাৰী, পুৰণা আমোলাপট্টি, কাউৰীখুন্দা চুক আদিৰ পৰাও মানুহ আহিছে। মানুহ সোপাই ইস, আস খন কৰি আছে। বেছি-ভাগেই কোৰা-মতা কৰিছে "ল'ৰা-ছোৱালী কেইটালৈহে বেযা লাগে দেহি' বাপেকী নোহোৱা পোৱালী কেইটা মাকেই আগুৰি আছিল।"

বাৰান্দাতে মাক পাটি-পাৰি শুৱাই থৈছে। বৰদলৈ দদাইৰ ডাঙৰ পুতেকে ইতিমধ্যে ক্ষতস্থান ডোখৰ ধুৱাই -- এটা আঁটি আঁটি বান্ধ দিছে যাতে বিষটো উজাই যাব নোৱাৰে। তিৰোতা মানুহে বোলে চুব নেপায। মেলা চুলিৰে উচুপি থকা মাক বৰ ভয-লগা হৈছে -- দেখিবলৈ। সকলোৱে মাৰ জীৱনৰ আশা এৰি দিছে। বৰদলৈ দদাইৰ আন-জন পুতেকে গাড়ীখন লৈ গোলাঘাট হচ্পিতালৰ কাষতে থকা সুৰেশ নাপিত বোলা বেজজনক আনিবলৈ গৈছে। তেওঁ এজন ডাঙৰ বেজ। তেওঁক যদি আনিব পৰা যায ৰোগী বচাৰ আশা কৰিব পাৰি। তেওঁ ভালেমান সাপে-খোটা মানুহক চিকিৎসা কৰি জীৱন দিছে।

মোৰ এজনো ককাই ঘটনাস্থলীত নাই। সিহঁতে খবৰেই পোৱা নাই ছাগে। ইমানবোৰ মানুহ আহিছে— সিহঁতনো ক'ত মৰি আছেগৈ' ঘৰ-গোনা স্বভাৱৰ বেলি ককাইও আজি ঘৰ চাপিবহি পৰা নাই।

মাক দেখি মোৰ দুচকুৰে গঙ্গা-যমুনাহে যেন বৈ আহিল। দুখ, ভয়, দুঃচিন্তাত মই সশব্দে কান্দিবলৈ ধৰিলো। মোৰ মন গৈছিল মাৰ বুকুত সোমাই হুৱাওবাৱে কান্দিবলৈ। কিন্তু মাৰ ওচৰলৈ যোৱা মানা কাৰণেই যাব নোৱাৰিলো। মই বৰ অসহায় অনুভৱ কৰিছোঁ। মোৰ কান্দোন শুনি বৰদলৈ দদাইৰ পুতেক বাপ্‌দাই ধমকি দিলেঃ কন্দা-কটাখন বন্ধ কৰ। কান্দিলে মাৰে ভাল নহয়। ভয় খাই যাবহে হ'ব। বন্ধ কৰ কান্দোন।"

একেটা ধমকতে চেপেটা লাগিলো। মানুহৰ অৰণ্যৰ পৰা আঁতৰি আহি ৰকুল জোপাৰ তলত বহি নিথৰে কান্দি থাকিলো। মাজে মাজে মাৰ আলেখ-লেখ চাবলৈ ধৰিলো।

সুৰেশ নাপিতক লৈ ৰবদলৈ দদাইৰ পুতেক পালেহি। গেৰুৱা-বস্তৰ ধুতি-পাঞ্জাবী পিন্ধা ওখ-পাখ আদহীয়া মানুহজন। ডাড়িয়ে-গোফে ভোবোকাৰ। মুখলৈ চাবলৈ ভয় লাগে। গৌৰ বৰণীয়া মুখখনৰ আটাইতকৈ উজ্জ্বল চকুহাল। চকুহালৰ পৰা যেন জুইৰ ফিৰিঙতিহে ওলাব। তেওঁক অহা দেখি আটায়ে বাট এৰি দিলে।

তেওঁ অহাৰ কাৰণে মযো সকাহ পালো। কান্দিবলৈ এৰি তেওঁৰ কাৰ্য লক্ষ কৰিবলৈ ধৰিলো।

সুৰেশ নাপিতৰ প্ৰকৃত নাম নাজানো। এসময়ত তেওঁ নাপিতৰ কৰ্ম কৰিছিল। এতিয়া নাপিতৰ কৰ্ম নকৰে। ব্যৱসায় কৰে বিভিন্ন প্ৰকাৰৰ। তেওঁৰ সতি-সন্তান নাই। অ'ৰ ত'ৰ পৰা বুটলি অনা লৰা-ছোৱালী কেইটামান ডাঙৰ-দীঘল কৰিছে। বেজালি কৰি তেওঁ এপইচাও নলয়। মানুহক উপকাৰ কৰাই তেওঁৰ ধৰ্ম। মানুহে মাননি বুলি তামোল-পান এজোৰ-পইচা চাৰিঅনা দিয়ে। কেতিয়াবা কোনোবাই এখন গামোছা দিয়ে। টকা-পইচাৰ লোভ তেওঁৰ নাই। সাপে-কামোৰাৰ চিকিৎসাৰ ওপৰিও তেওঁ বিভিন্ন প্ৰকাৰৰ ৰোগৰ চিকিৎসা কৰে।

সুৰেশ নাপিতে তেওঁৰ কাম আৰম্ভ কৰিলে। এখন নতুন চিক্‌চিকীয়া কটাৰীৰে তেওঁ আঘাট প্ৰাপ্ত অঞ্চলটো কাটি দিলে। মৰা-তেজবোৰ ওলাই গ'ল। মুখৰ ভিতৰতে কি জানো ভুন্‌ভুনালে তেওঁ। সাপে কামোৰা মন্ত্ৰ হ'বলা। তাৰ পিছত আঘাত-প্ৰাপ্ত ঠাইডোখৰ বেণ্ডেজ কৰি দিলে। ঠাইডোখৰত এটা বান্ধোনো দিলে। সাপটো কোনোবাই দেখিলেও মাৰিবলৈ মানা কৰিলে। ৰোগীক কিছুদিনলৈ গাখীৰ খোৱা নিষিদ্ধ কৰিলে। তাৰ পিচত আমাৰ বাৰীখন মন্ত্ৰৰে বান্ধি দিলে।

গভীৰ মাতটোৰে তেওঁ কলেঃ "এতিয়া ৰোগীৰ কোনো ভয় নাই। আজি নিশা তেওঁক পাতল আহাৰ দিবা। ভাত নিদিবা।"

মাক সাপে খোটাৰ পিছত এসপ্তাহ মানলৈ খবৰ কৰা মানুহে আমাৰ পঁজা ঘৰটো গিজ্‌গিজাই আছিল। মাৰ সহনশীলা স্বভাৱ, অপাৰ ধৈৰ্য্য আৰু কাৰো ওচৰত হাত নপতাকৈ সংসাৰ চলোৱাৰ দক্ষতা আদিয়ে সকলো মানুহকে আকৰ্ষণ কৰিছিল। বিভিন্ন ফলমূল, খাদ্য-সম্ভাৰ লৈ মানুহ বোৰ খবৰ কৰিবলৈ আহিছিল। কথা-বতৰা, গল্প-গুজৱ, হাঁহি-আনন্দৰে মুখৰ হৈ উঠিছিল ঘৰখন। আমাৰ আত্মীয় কুটুম সকলেও যেয়ে যেনেকৈ শুনিলে ধপলীয়াই আহিছে। খুমতাই গাঁৱত মোমাই হঁতৰ ঘৰ। ডাঙৰ মোমাই, মাজু মোমাইহঁতো আহিছে। ভৰলুবা গাঁৱত বৰদেউতা হঁত থাকে, সিহঁতো আহিছে। তদুপৰি কছাৰী হাটৰ কুশৰাম দদাইদেউ, পুলিবৰৰ বিশ্বককাইহঁত, ঢেকীয়ালৰ খুড়ীহঁত সকলো দিনতিয়াকৈ হলেও আহি গৈছে। মোৰ আটাইতকৈ ভাল চোলাটো পিন্ধি অতিথি সৎকাৰ কৰি ফুৰিছোঁ। অতিথি সৎকাৰনো কি? তামোল-চাপি, চাহ-জলপান, যাক যেনেকৈ পাৰো দিছোঁ। সেইবোৰ খবৰ কৰিবলৈ অহা মানুহেই অনা। মাছৰ তেলেৰেই মাছ ভজা হেন কথা।

ঘটনাৰ পিচ দিনাই কুমুদ ককাই আৰু নিশি ককাই পালেহি।

নিশি ককায়ে বাৰীঘৰ পৰিষ্কাৰ কৰিবলৈ লাগি গ'ল। কুমুদ ককায়ে হাজিৰা কৰা মানুহ

লগাই ঘৰটো মেৰামতি কৰালে। নতুন খেৰ কিনি ঘৰৰ চাল চোৰালে। দুদিনতে বাৰীঘৰে হাঁহি পেলালে।

এই কেইদিন আটাই কেউটা ককাই ঘৰতে আছে। ঘৰখন ভৰপুৰ হৈ আছে। এনেকৈয়ে যদি সদায় ভৰপুৰ হৈ থাকিলে হেতেন। আলহী সুখি ত'ত নোপোৱা মোৰ অকণো যেন ভাগৰ নাই। দুভৰিত যেন উৰন্ত পখীৰ দুখনি ডেউকা গাঁথি লৈছো।

এই কেইদিন পাঠ্য-পুথিৰ কাষ-চপা নাই।

গধূলি নিশি-ককাইদেউৰ কোলাত বহি সাধু শুনিছোঁ। কিতাপৰ সাধু নহয়। তাৰ মনে সজা সাধু। সাধুৰ সতে মন একাত্ম হৈ মই যেন উৰি ফুৰিছোঁ আকাশৰ মেঘৰ লগে লগে।

কুমুদ ককাই বৰ গহীন। তাৰ কাষ চাপিবলৈকে ভয় লাগে। সুধিম বুলি ভাবিয়ো মই সুধিব নোৱাৰিলো "ডাঙৰ ককাইদেউ, মাৰ এই দুৰ্ঘটনাটো নোহোৱা হ'লে আমাৰ বাৰী-ঘৰ বোৰ পৰিষ্কাৰ কৰা নহ'ল হেতেন নেকি? ... আমিযে গোটেইটো ভৰ-বাৰিষা নিশা বৰষুণৰ গীত শুনি চুপি থাকো, জাগি থাকো, বৰষুণৰ পানীয়ে আমাৰ ঘৰৰ ভিতৰখন সদায় গেলায় থয় — এই কথা জানিও তই কিয় নিৰবে আছিলি? ঘৰৰ চালখন কিয় চাই দিয়া নাছিলি? নিশ্চয় তোৰ টকাই জোৰা নমৰৈগে নহয়?? .. আজিৰ পৰা এনেকুৱা হ'বলৈ নিদিবি ককাইদেউ ধাৰ-ঋণ কৰি হ'লেও ঘৰখন ঠিক কৰি দিবি ধুমুহা বতাহ আহিলে আমাৰ যে কিমান ভয় লাগে. মই খুব মনপুতি পঢ়িম ককাইদেউ! মই যেতিয়া ডাঙৰ হ'ম চৰকাৰৰ ডাঙৰ অফিচাৰ হ'ম সকলো ধাৰ মই পৰিশোধ কৰিম— ককাইদেউ বাটৰ—বাটৰুৱাইও ৰ'লাগি আমাৰ ভঙা ঘৰখন চাই যায় ককাইদেউ মোৰ বৰ লাজ লাগে।

—: O :—

জীৱনৰ জটিলতা সমূহে মন স্পৰ্শ নৌ কৰোতেই যৌৱনে মোৰ শৰীৰ গৰকি গ'ল। দহ বছৰীয়া এজনী ছোৱালীয়ে জীৱন-সম্পৰ্কে প্ৰাথমিক জ্ঞানকণ লবলৈ চেষ্টা কৰেহে মাথোন।

সমনীয়া ছোৱালীহঁতে এতিয়াও ঢপলীয়াই ফুৰিছে মুকলি মনে। পিন্ধনত সিহঁতৰ হাত কটা সৰু চেমিজ চোলা। গা ঢাকিবলৈ শিকাই নাই। আৰু মই? বন্দী হৈ বৈছোঁ অন্ধকাৰ কক্ষত। আঁভজাকৈ পিন্ধা এজোৰ মেখেলা চাদৰ মোৰ শৰীৰত। অন্ধকাৰ কক্ষৰ দেৱালত কৰাঘাত কৰিছোঁ পোহৰৰ বাবে।

যৌৱন ইমানেই অকৰুণ নে। যাৰ আগমনে খেলি-মেলি কৰি দিয়ে দৈনন্দিন জীৱনৰ কটিন!। একণি আকাশ বিচাৰি প্ৰাণে হাহাঁকাৰ কৰি উঠে।

কাতি মাহৰ কুৱলি সনা এটি পুৱা। বেলিটো সম্পূৰ্ণকৈ ওলোৱাই নাই। দোক্ মোকালিতে কোমল বৰদেউতাৰ পদূলিৰ পৰা একোছ শেৱালী বুটলি আনিলো। এঘণ্টামান পাঠ্য-পুথি পঢ়িলো। আজি পঢ়াশালি বন্ধ। কাতি বিহুৰ বন্ধ। সেয়ে দুপৰীয়াও পঢ়িব পাৰিম।

আগফালৰ নিয়ৰ-সিক্ত দুবৰি ডৰাত লেপেটা কাটি বহি নিবলে ওমলি আছোঁ। বাঁহৰ সৰু টুকুৰাৰে এটি ঘৰ-সজাৰ যত্ন কৰিছোঁ। দৰা- কইনা থকা ঘৰ।

হঠাৎ এক অদ্ভুত আৰু বিস্ময়কৰ অভিজ্ঞতাৰ সন্মুখীন হ'লো। সৰ্ব্বশৰীৰ ৰোমাঞ্চিত হৈ উঠিল। কিবা যেন ভয় ভয় লগা অভিজ্ঞতা। প্ৰাণ কাতৰে চিএৰি দিলো — মা মা আ! হাত ভৰি থক্ থককৈ কপিছে। শৰীৰটো জিকাৰ খাই উঠিছে।

বান্ধনী শালত মাই পুৱাৰ আহাৰ প্ৰস্তুত কৰি আছিল। চিএৰ শুনি একে দৌৰে ওলাই আহিল। মায়ো পহিলা থত্ মত্ খালে। খন্তেক তভক মাৰি ক'লে "কি হ'ল? বেঙেমূতা গৰুৰ দৰে কঁপিছ দেখোন? কিবা ভয় খালি কিহে কামুৰিলে। এনেদৰে হুৱা-দুৱাখন লগাইছ যে!! কচোন ক, কি হ'ল .. আহ ভয় নকৰিবিচোন!

চিএৰ শুনি ককাইহঁতো ওচৰ চাপিচেহি। ভয়ৰ কাৰণ সম্পৰ্কে মাক ক'লো। পোনতে মায়ে জোঁকে খোৱা বুলিয়ে ভাবিলে।

: ভাল হৈছে — পুৱাই পুৱাই বাঁহনিত বহি আছিলিগৈ কিয়? পঢ়া শালি বন্ধ হ'ল বুলি ইমান সোনকালে পঢ়া সামৰিব লাগেনে? মোক সৰুতে জোঁকে খাই কি অৱস্থা কৰিছিল তই চোন জানই?

মাৰ মনত সন্দেহৰ বা মাৰলি। কি'বা হ'ল — কি'বা হ'ল। গা-খোৱা ঘৰলৈ মোক লৈ গ'ল। তাত মই পেন্টটো খুলি ভেজৰ ভাগটো দেখুৱাই দিলো। আকৌ এবাৰ ভয়তে জিকাৰ মাৰি উঠিলো। মায়ে ভালকৈ পানীৰে ধুবলৈ ক'লে। ইফালে ককাইহঁতো পিছে পিছে আহিছে।
: ক' মা তাইৰ কি হৈছে? তাই চিএৰিছে কিয়? মামনিৰ দেউতাক কবিৰাজকে মাতি আনো নেকি?

সিহঁতৰ হুলস্থুলত অতীষ্ঠ হৈ মায়ে ডবিয়াই উঠিল — "একো হোৱা নাই। গুচ্ পলীয়াইছ।

ইয়াৰ পৰা আঁতৰ হ বেগতে।   তিৰোতা মানুহৰ কথাত ভাগ কিয় লাগে”

মাৰ গালি শুনি সিহঁত ফৰিং চিটিকা দিলে।

শৈশৱ কালত মায়ে হেনো পুখুৰীত নাদুৰি-সাতুৰি ভাল পাইছিল। তেনে অৱস্থাত মাক আচলতে মহজোকে খালে। এমাহলৈ ধৰা-শায়ী হৈছিল। তেজ বন্ধ হোৱাৰ কোনো লক্ষণেই নাছিল। বেজ-জ্ঞানী লগাই কোনো ৰকম বাচিল। জৰায়ুৰ অধিক ৰক্তক্ষৰণৰ ফলত বহুদিনলৈ তেওঁৰ স্বাস্থ্যৰ অৱনতি ঘটিছিল। সেয়ে মাৰ জোকলৈ বৰ ভয়।

মোৰ ঘটনাটো সম্পৰ্কে ইতিমধ্যে মায়ে নিশ্চিত ধাৰণা এটা গ্ৰহণ কৰিছিল। পাকঘৰৰ বাৰান্দাতে মোক বহুৱাই থৈ ওচৰৰ তিৰোতা খিনিক খবৰ দিবলৈ ওলাই গ'ল। বুজা-নুবুজা ভাবৰ দোমোজাত ডুব গ'লো মই ।

লাহে লাহে এগৰাকী দুগৰাকীকৈ চুবুৰীৰ তিৰোতাবোৰ আহিল। অমি, অৰুণা বাইদেউহঁত আহিল। নখেৰে মাটিত আঁকিযাই থকা দেখি অমি বাইদেউৱে ক'লে ঃ“ভন্টী, তেনে কৰিব নেপায়। পুষ্পিতা কন্যাই একেবাৰে সাৰি-শব্দ নকৰাকৈ বহি থাকিব লাগে। সেইবোৰ আঁক-বাঁক নকৰিবি। ভগৱানৰ নাম ল”।

বুকুৰ মাজত অনুভৱ কৰিলো এটি কান্দোন! এক অসহায় ভাব। থমকি থমকি বৈ সেই কান্দোন ডিঙিৰ গুৰিলৈকে উঠি আহিছে। আঠুদুটা বুকুত গুজি থম্ থম্ কৈ বহি আছোঁ।। নিমিষতে যেন মমৰ পুতলালৈ পৰিবৰ্ত্তিত হ'লো। আচহুৱা ভাবনা কিছুমানে মগজুত ভিৰ কৰিলেহি।

সেই যি ওলাই গ'ল ককাইহঁত। আৰু ঘূৰি অহা নাই। তিৰোতা মানুহৰ এই অনুষ্ঠানত পুৰুষ মানুহৰ উপস্থিতি নিষেধ। চুবুৰীৰ প্ৰায়বোৰ তিৰোতাই আহি পালেহি। উৎসৱৰ পৰিপূৰ্ণতাৰে আমাৰ ঘৰ পূৰ্ণ হ'ল। কাৰ ঘৰৰ পৰা দুনৰি আহিল, কাৰঘৰৰ পৰা লোটা আহিল, তামোল-পান আহিল খবৰেই নাই । হাতে হাতে সকলোৱে দৰকাৰী সামগ্ৰীবোৰ লৈ আহিছে। আমাৰ ঘৰত একোৱেই নাছিল। বাকচৰ পৰা এসাঁজ বোৱা মেখেলা চাদৰ মায়ে উলিয়াই দিলে। এজাৰ ফুলীয়া ৰঙৰ কাপোৰ সাজৰ সেউজীয়া হালধীয়া বুটা বোৰে মাৰ শিল্প-নৈপুণ্যৰ কথাকে ঘোষণা কৰিছে। কাপোৰ সাজ মোক পিন্ধিবলৈ ক'লে। মেখেলা-চাদৰ পিন্ধিব নেজানোৱেই মই। অমি বাইদেৱে ক'লে

ঃ “তয়ে যেনে তেনে পিন্ধ। আমি তোক চুব নেপায়।”

আঁভজা হাতেৰে কাপোৰ সাজ পিন্ধিলো। জীৱনত প্ৰথম বাৰৰ বাবে মেখেলা চাদৰ পিন্ধি মনটো কেনেবা লাগিল। ভালেই লাগিল হ'বলা।

অমি বাইদেৱে ডিঙিৰ পৰা সোণৰ হাড় ডাল খুলি পিন্ধিবলৈ দিলে। পুষ্পিতা কন্যাই খালি ডিঙিৰে থাকিব নেপায়। মাৰ হাতৰ শেনপখীয়া আঙঠিটোও পিন্ধিবলৈ দিলে। মাৰ এইটোৱে একমাত্ৰ আঙঠি। বাকী সোণৰ গহনা অভাৱত বেচোতেই শেষ হ'ল। কাপোৰ আৰু গহনা পিন্ধাৰ পাছত মোৰ দাপোনত নিজকে চোৱাৰ তীব্ৰ হেপাহ হৈছিল। ডিঙিৰ কান্দোন টোও কেনিবা গ'ল। অভাৱনীয় লাজে হেচি আনিছে মোক।

বৰদলৈ খুড়ীদেৱে কমালত বান্ধি অনা ৰূপৰ তামোল-কটাৰীজোৰ হাতত লৈ থাকিবলৈ দিলে।

জোন ককাইৰ কোঠালিটো আজৰি কৰি লৈ এচুকত আম-পাত আৰু এঁৰাসুতা দি ঘট স্থাপন কৰিলে। দুণৰিত চাউল ভৰাই, মাটিৰ চাকি এগছ লগাই দিলে কমিৰ মাকে। এইবোৰ সধবা তিৰোতাই হে কৰিব লাগে। মায়ে দুৰৰ পৰা চাইহে আছে। চকুৰ মণিত দুফোটা চকুলো জিলিকি আছে। মায়ে চাগে কান্দিছিল। ধূপ আৰু ধুনাৰ সুগন্ধই কোঠালিটোত প্ৰাৰ্থনাৰ পৰিবেশৰ সৃষ্টি কৰিছে। কোঠালীৰ দুখনি খিৰিকি জপাই দিলে। বাহিৰৰ জগতৰ লগত সম্পৰ্ক ছিন্ন হৈ গ'ল।

সমূহ তিৰোতাৰ উৰুলিৰ শব্দত আমাৰ পঁজা ঘৰ ৰজন্ জনাই গ'ল। সেই অন্ধকাৰ কক্ষলৈ মোক লৈ যোৱা হ'ল। কোঠাটিত এখনি ধান-খেৰৰ বিচনা প্ৰস্তুত আছিল। তাতে মোক বহিবলৈ দিলে। তাতে মই নিশাও শুব লাগিব। চেপি-ৰখা কান্দোনটো আকৌ উঠি আহিল। এইবাৰ পাৰ-ভঙা বিষাদত উচুপি উচুপি মই কান্দিবলৈ ধৰিলো। হতাশা-ভাগৰে মোক হেচি আনিছে। পেটৰ ভোকটোৱেও কলমলাই উঠিছে। তেতিয়া থানাত দিনৰ দহবজাৰ ঘণ্টা মাৰিছে।

ধান-খেৰৰ বিচনা খনত বহি অলস মনেৰে মই চিন্তা কৰিছো — এই অন্ধকাৰ কক্ষত সাদিন কেনেকৈ থাকিম। মাৰ বুকুৰ উম লৈ শুই থকা মোক কিয় অবিচাৰ কৰা হৈছে। তোলনি হোৱা সকলো ছোৱালীয়েই এই শাস্তি পায়, — যৌৱন পোৱাৰ যন্ত্ৰণা এয়েই নে? সমাজৰ এই নিষ্ঠুৰ নিয়ম কানুন সোপা যৌৱন পোৱাৰ ক্ষেত্ৰত কিয় ব্যৱহাৰ কৰা হয়? কুঁৱলীসনা মোহনীয় প্ৰকৃতিৰ ৰূপ সাদিনলৈ মই কিয় চাব নেলাগে? কিয় বিচ্ছিন্ন কৰা হৈছে মোক বৰ্হি জগতৰ পৰা। তদুপৰি কোঠাৰ খিৰিকি কিখনো বন্ধ কৰি দিয়া হৈছে। আকাশৰ নীলা খিনিৰ পৰাও বঞ্চিত কৰা হৈছে মোক। যৌৱন ইমানেই অকৰুণ নে? সমাজৰ নিয়ম ইমানেই নিষ্ঠুৰ নে?

চুবুৰীৰ আইসকল আমাৰ চৰা-ঘৰত বহি বিভিন্ন আলাপ-আলোচনা কৰি চাহ-তামোল খাইছে। মাযে কান্দিছে ঃ

ঃ কণা বিধাতাই মোৰ ছোৱালী কণকহে দেখা পালে। বাৰী দুখুনীৰ সন্তান। অলপ পলমকৈ হ'লেনো কি হ'ল হেতেন। এইবোৰ ছোৱালী দেশ খাবলৈ আহিছে হয়। সেয়ে কোমল বয়সতে শান্তি হৈ দেশৰ নাম উজ্বলাব।

ৰেখাৰ মাকে সান্ত্বনা দিছে ঃ নেকান্দিবা নিশিৰ মাক। নেকান্দিবা। কান্দি কান্দি অমঙ্গল নচপাবা। তোমাৰ ছোৱালীৰ তেজ-পানী ভাল। কেনেকৈ সোপা দি ৰাখিবা আমি কিবা নেজানোনে তাইৰ বয়স কম বুলি! সৌৱা বুকুৰে পিঠিয়ে সমান হৈয়ে আছে। বুকুত তন ধৰায়ে নাই। গা-গাৰিও নাই। দেখিলেই গম ধৰিব পাৰি আচলতে বিধাতাই ভুল কৰিলে।

বৰদলৈয়নী খুড়ীদেৱে ক'লেঃ তুমি একণো চিন্তা নকৰিবা। আমিবোৰ আছোঁ নহয়। বিয়াখন যেনে তেনে তুলিব লাগিব। সকলো যোগাৰ হৈ যাব। পৰমেশ্বৰে সকলো জোৰা মাৰি নিব . পৰমেশ্বৰে তাইক অঞ্জল দিয়ক পুৱা সদায় এপোৱাকৈ গৰুৰ গাখীৰ আমাৰ ঘৰৰ পেৰাই দিম চিন্তা নকৰিবা কুমুদৰ মাক . তুমি মূঠেও চিন্তা নকৰিবা, তাইৰ যতন লোৱা। সময় মতে খোৱা-লোৱা বোৰ দিবা। হীন-দেৱী নকৰিবা। ... ... ... শুনা কুমুদৰ মাক, তাইক সখ্যে একো খাবলৈ নিদিবা। বামুণৰ ঘৰৰ পৰা যোগ চোৱাই অনালেহে ফলাহাৰ কৰিব পাৰিব। হেৰি নহয়, কাৰোবাক পূৰ্ণ বামুণৰ ঘৰলৈ পঠাই ছানে নাই?

ঃ অ' বেলিক মতাই অনাই পূৰ্ণ বামুণৰ ঘৰলৈ চাইকেল দি পঠাই দিছো। পোৱাহিয়ে নাই এখোন।

ঃ মই তেনেহলে যাওঁহে। অমিৰ হাততে তিওৱা মাহ খিনি আৰু গাখীৰ একন দি পঠিয়াওগৈ।

ভোকে মোক জুৰুলা কৰিছিল। পেটৰ কেছু-কুমটি সোপাই মাতি-মাতি নীৰব হৈছিল। সৰু ককাই বামুণৰ ঘৰৰ পৰা গণনা কৰাই পোৱাহিয়েই নাই। ভালেমান দূৰ বামুণৰ ঘৰ। কছাৰী হাট পাৰ হৈ যাব লাগে। বেলি দুপৰহে আহিছে। ধানখেৰৰ বিচনাখনত বাগৰি জুগৰি টোপনি অনাৰ চেষ্টা কৰিছো।

আমাৰ পদূলিত নভোৰাম বৰদেউতাৰ দপ্‌দপনি

ঃ হঞে — নিশিৰ মাক। সেই খুদুবাং ছোৱালীকণক এন্ধাৰ ঘৰত ভৰাই ৰও চাইছা। তোমালোক তিৰোতাবোৰ মুৰ্খ বুলি এনেয়ে কওনে? তাই জানো সচাকৈয়ে ডাঙৰ হৈছে? আমাৰ মাইৰ সৰু জনী জীয়েকৰ সমনীয়া নহয় জানো? তোমালোকৰ পৰকিতি লৰিছে হ'বলা। বাৰু হ'লেই যেনিবা তাই তোলনি, হ'ল বুলিনো সেই এখুদমান ছোৱালীজনীক এনেকৈ শাস্তি দিব পোৱানে? ওঁঠ চেপিলে গাখীৰ ওলোৱা ছোৱালী — যোৱা তাইক তাৰ পৰা উলিয়াই আনা — খাবলৈ দিয়া — বৰ নিঠুৰ আৰু মুৰ্খ হে তোমালোক ।

এহাত দীঘল ওৰণিৰে মা ওলাই আহিল।

ঃ মই সেৱা কৰিছো মোৰ দেউতা ঈশ্বৰ। আপুনি সেইবোৰ তিৰোতা মানুহৰ সকামত কিয় মাত মাতিব লাগে। যাওক গৈ। তাইক মই খাবলৈ দিম।

দিনৰ দুই বজাত হে বেলি ককাই বামুণৰ ঘৰৰ পৰা আহি পালেহি। বাটতে হেনো চাইকেলত পম নোহোৱা হ'ল। চাইকেলত পম দি বামুণৰ ঘৰ পাই এবেলা বহাৰ পিছতহে কাম-কেৰা হৈছে। বামুণে গণনা কৰি কৈছেঃ পত্মিনী কন্যা, কান্তা যোগ। বৰত নাই। দান নাই।

মায়ে শুনি সকাহ পালে। হওঁক তেওঁ বৰত নাই। দান নাই। তদুপৰি বামুণে বিধান দিছে চাৰি দিনীয়া গা-পা ধুই নিশা এসজীয়াকৈ হবিষ্যান্ন খাব পাৰিব — পদুমৰ পাতত। যোগ চাই অনাৰ পিচত মোক খাবলৈ দিলে। এপাত মাহ-বুট, দুটা মালভোগ কল— এগিলাছ গৰম গাখীৰ।

খাদ্য-সম্ভাৰ দেখি মোক শোকে খুন্দা মাৰি ধৰিলে।

ঃ"কিয় মা ভাত নিদিয়?"

ঃ কি আকৰী অ' এই জনী, ভাত খাব নেপায়। নঘোনে থাকিলে নিজৰ শৰীৰলৈ ভাল। চাৰিদিনীয়া গা ধুৱালেহে হবিষ্যান্ন খাব পায়। বামুণে বিধান দিছে।

আকৌ এবাৰ খঙ উঠিল মোৰ। খালি ইটো নেপায় — সিটো নেপায় । আৰু যে কিমান নেপায় — ঠিক নাই। খঙ সামৰি খাবলৈ ধৰিলো।

ববদলৈয়নী খুৰীদেউৱে পুনৰ আহি কৈ গ'ল।

ঃ তাইক জযে মযে খাবলৈ নিদিবা। কুহিয়াৰ, নাৰিকল, কমলা আদি খাবলৈ নিদিবা। এইবোৰ খালে বেচিকৈ গা-চলে। ৰুটি, বিস্কুট আৰু ভজা-পোৱা সম্পূৰ্ণ নিষেধ। খালি বুটমাহ,

কল, আপেল, গাখীৰ আদিহে খাব পাৰিব। তাকো সকলো সময়তে চোবাই থাকিবলৈ নিদিবা। এটা সময় বান্ধি লবা। পুৱা, দুপৰীয়া আৰু আবেলি। নিশা একো খাবলৈ নিদিবা। আকাশত জোন, তৰা উঠাৰ আগেয়েই ফলাহাৰ কৰিবলৈ দিবা। এনেদৰে নিয়মত চলিলে ছোৱালীৰ শৰীৰলৈ ভাল।

ৰৱদলৈ খুড়ীদেৱে কোৱাৰ দৰেই পুৱা কাউৰী কুকুৰ নৌ উঠোতেই একাপ গাখীৰ আৰু দুটা মালভোগ কল, ন' বজাত বুটমাহ, মগুমাহ, আপেল আদি এক বজাত আকৌ মাহ, বুট আদি আৰু সন্ধিয়া বুট, মগু মাহ, কল, গাখীৰ আপেল আদি খাবলৈ দিয়ে। দৈনিক চুবুৰীৰ মানুহবোৰ খবৰ কৰিবলৈ আহে। তেওঁলোকে হাতে হাতে বৰতীয়া বস্তু লৈ আহে। ৰবদলৈ খুড়ীদেৱে গাখীৰ এপোৱাকৈ সদায় দিয়ে। অন্যান্য মানুহেও গাখীৰ দি পঠায়। এনে ধৰণে পুৱা চাৰিটা দিন ফলাহাৰ কৰিবলৈ দিলে।

আন্ধাৰ কোঠাত সোমাই মই কেৱল কান্দিছিলো। একণি আকাশৰ সৌন্দৰ্য বিচাৰি মোৰ প্ৰাণে হাঁহাকাৰ কৰিছিল। শৌচ-প্ৰস্ৰাৱ কৰিবলৈ গ'লেও এখন কাপোৰেৰে আঁৰ কৰি লৈ যায়। সোঁৱে বাঁৱে কেনিও চাব নেপায়। অসহ্য লাগিছিল। কোনেও বোলে পুষ্পিতা কন্যা বাজত দেখিব নেপায়। বিশেষকৈ পুষ্পিতা অৱস্থাত ডেকা লৰাই দেখিবই নেপায়। আনকি মোৰ ককাই হঁতকো সাদিনলৈ দেখা নাছিলো। সিহঁত মোৰ পৰা আঁতৰি আছিল।

ৰ'দে টৌৱাই থোৱা ৰূপালী চোতালত ওমলিবলৈ নেপাই মই কান্দিছোঁ। জোনাকে প্লাবিত কৰা বনানিত খোজ দিবলৈ নেপাই কান্দিছোঁ। কেৱল কান্দিছোঁ। নিশা অকলে ধান-খেৰৰ বিচনাত শুই শুই ভয়লগা সপোন দেখি ভয়-খাই উঠিছো। মাৰ বুকুৰ উমত শুবলৈ নেপাই কান্দিছোঁ। সপোনতে ভয়-খাই চিঞৰিছোঁ। ককাইদেউহঁতে সাৰ পাই কি হ'ল কিহ'ল কৰি কাষ পাইছিলেহি মাযে সিহঁতক খেদাইছে।

ঃ ""শুছ মৰাহত। তাইৰ কাষলৈ নেযাবি। তাই কনীয়া হৈছে।"

বাকী নিশা ধান-খেৰৰ বিছনাত খৰ্ মৰাই পৰি ৰৈছিলো। টোপনি ক'ৰবাত পলাইছিল। পুৱাৰ পোহৰৰ অপেক্ষাত সময়বোৰ অতিবাহিত হৈছিল।

প্ৰতি দিনেই চুবুৰীয়া তিৰোতা আৰু জীয়ৰী ছোৱালীবোৰে খবৰ লবলৈ আহে। হাতে হাতে সিবিলাকৰ বৰতীয়া টোপোলা। খেনোৱে মাহ-বুট, খেনোৱে কল-আপেল, যেয়ে যিহকে পায় সাইধে আঁটে মানে আনে। বৰতীয়া বস্তুৰে ঘৰ ভৰে। দিনটো মানুহবোৰ আহি গৈ থাকে কাৰণে ভাল লাগে। নিশাটোহে নেযায়-নুপুৱায়।

চাৰিদিনৰ দিনা পুৱাতে চুবুৰীয়া আয়তী সকল আৰু জীয়াৰী সকল আমাৰ ঘৰত গোট-পিত খালেহি। মায়ে চাদৰৰ আচলত ধৰি মোক এন্ধাৰ কক্ষৰ পৰা পোহৰলৈ উলিয়াই আনিলে। আয়তী হঁতে উৰুলি দিলে। বিয়ানাম গালে। ভেজৰ চমকাত ডুবি আছিলো মই। মৰা ভেজৰ ভেকেটা-ভেকেট, কেহেমা-কেহেম গোন্ধ। সেইবোৰ ধুলতহে গা-টো মুকলি মুকলি লাগিল। মায়েই মোক গা-ধুৱালে। আন তিৰোতাই চোৱা-কঁজা কৰা নাই। নৰক লগা কাপোৰ সোপাও মায়েই ধুলে। সেই-সোপা ধুই মায়ে গা-মুৰ চাবোনেৰে ধুলে। গা-ধোৱা কাম চলি থাকোতে আয়তী হঁতে তোলনী বিয়াৰ নাম গাইছে। উৰুলি দিছে। গা-ধোৱা হ'লত মায়ে এসাজ মুগাৰ গাৰি দিয়া কাপোৰ মোক পিন্ধিবলৈ দিলে। মাৰ বাকচৰ তলৰ পৰা উলিওৱা পোহাকী কাপোৰ

কৰ্পূৰ দি থোৱা কাপোৰ সাজৰ গোন্ধে মনটো মতলীয়া কৰি তুলিলে। তিতা চুলিৰে খোপা এটা নিজেই বান্ধি ললো। আজি কোনো প্ৰসাধন কৰিবলৈ দিয়া নাই। কেৱল সূৰ্য প্ৰণাম কৰালে।

পৰিষ্কাৰ পৰিচ্ছন্ন হৈ ন-সাঁজ পিন্ধাৰ অন্ততঃ অনুভৱ কৰিলো-কোমল পবিত্ৰতা। যেন মোৰ নব-জন্ম হ'ল। যেন "আঁহতে সলালে পাত মোৰ চেনাই ঐ

আহতে সলালে পাত
আমাৰে আইদেৱে বৰণটি সলালে
ললে ৰঙা ৰিহা গাত"

পুনৰ আন্ধাৰ কক্ষলৈ লৈ যোৱা হ'ল মোক। অসূৰ্য-স্পৰ্শা সেই গৃহত পুনৰ চট্‌ফটাই ৰ'লো। বন্দী বিহঙ্গিনীৰ দৰে মোৰ অৱস্থা। হে হৰি। আৰু তিনিটা দিন কেনেদৰে যায়। আয়তী সকলে চাহ-চুজি খাই ঘৰে ঘৰে বিদায় ললে।

ৰঙা ৰঙৰ গাৰি-দিয়া মুগাৰ কাপোৰ সাঁজ। দেউতা ঢুকুৱা দিন-ধৰি মাযে ৰঙচঙীযা কাপোৰ নিপিন্ধে। সেয়ে নতুন হৈ আছে কাপোৰ সাঁজ। মাৰ কত সপোন লুকাই আছিল-কাপোৰ সাঁজত। এতিয়া কাপোৰ সাঁজৰ ফাঁকে ফাঁকে লুকাই থকা সপোন বোৰে মোক আমনি কৰিছে। মোক যেন উৰাই লৈ গৈছে তৰাৰ দেশলৈ। অনন্য পুলকত মগন হৈছো মই।

বিযলি আন্ধাৰ কক্ষত চাউল-চৰু, খৰি-খেৰ মাযে যতনাই দিলে। ইটাৰে চৌকা সাজি জুই ধৰিলো। মোৰ এখুদ মান হাতৰ পিঠিৰে তিনি-পিঠি মাথোন চাউল। তাৰ লগতে আলু মগু ডাইল আদি। আনে হেনো সিজাব নেপায। গতিকে মযে সিজালো। জোন-তৰা পাতত বহাৰ আগতেই পদুমৰ পাতত লৈ এই হবিষ ভাত খালো। অমৃতৰ দৰে সোৱাদ। পৰম তৃপ্তিত মন-প্ৰাণ ভৰি উঠে। জীৱনত হয়তো পাহৰিব নোৱাৰিম এই হবিষ ভাতৰ সোৱাদ।

পুষ্পিতা হোৱাৰ ছয় দিনৰ দিনা দ্বীপান্বিতা। নিশা শাৰী শাৰী চাকি জলোৱা হৈছে। ফট্‌কা, ফুলজাৰি, বমৰ শব্দ। হাঁহি আনন্দ-কিৰিলি। আৰু মই? উচুপি ৰৈছো অন্ধকাৰ কক্ষত। এটা সময়ত মই বাজলৈ ওলাই আহিলো। সংগোপনে। মাযে ভিতৰত ৰুটি সেকি আছিল। ককাইহঁত ৰং তামাছাত মগ্ন। বাহিৰৰ শাৰী-শাৰী চাকিৰ মেলা মই নযন ভৰি চালো। বেলি ককায়ে মোক দেখি আটাহ পাৰি উঠিল— "মা চাহিচোন ভন্তিৰ কাণ্ড" মা ওলাই আহিল।

"বল ভিতৰলৈ।"

"নেযাওঁ মা। সকলো বাহিৰত আছে। মই কিয ভিতৰত থাকিম।"

"নেপায় নহয় — ব'লা ভিতৰলৈ। মই সেৱা কৰিছোঁ তোমাক। মানুহে বেযা বুলিব"

"বোলক বেয়া। খালি সকলো কথাই নেপায়। খিৰিকি এখনো খুলি নিদিয়"।

"বলা মই খিৰিকি এখন খুলি দিম"

মাৰ কৰুণ মাতত মই গলি গ'লো। ভিতৰলৈ সোমাই আহিলো। মায়ে এখন খিৰিকি খুলি দিলে। আকাশত তৰাৰ দীপাৱলী। পৃথিৱীত চাকিৰ দীপাৱলী। মই একাত্মমনে চালো। মনটো পাতল লাগিল। জোনৰ জোনাক, চাকিৰ পোহৰ, তৰা খচিত আকাশৰ ৰহস্য সকলো মোৰ দৃষ্টিয়ে সামৰি ল'লে। মই যেন একাত্ম হৈ গ'লো। বহু নিশালৈকে মই খিৰিকি বন্ধ কৰা নাছিলো। যেতিয়া সেমেকা বতাহে মোৰ শৰীৰত কোবাই গ'ল— তেতিয়াহে বন্ধ কৰিলো।

সাদিনৰ দিনা পুৱা বেলি ওলোৱাৰ আগতেই মোক বাহিৰলৈ উলিয়ালে। ৰ'দালি বতৰ। চুবুৰীৰ সকলো তিৰোতা গোট খাইছে। উৰুলিৰ শব্দত দশোদিশ খলক লাগিল। সকলো তিৰুতাই জাঁত জাঁত বিয়া-নাম গাই মাহে হালধিৰে নোৱালে। গা ধুৱালে।

আগলি পাততে বঙালী হালধি ঐ ৰাম
ঘঁহে ম'ৰা চালি ধৰি।
ভৰিলৈ হালধি নমাব নিদিয়ে ঐ ৰাম
মাকৰ মান হেৰাই বুলিহে।।
মাহো গেলোৱা হালধিও গেলোৱা ঐ ৰাম
গেলোৱা নাদৰ পানী হে।
আইদেউৰ মূৰতে মাহৰে চোকোৰা ঐ ৰাম
নোৱাইছে কুকুৰী কাণীহে।।

কলহে কলহে মূৰত পানী ঢালিলে। দেহা শাঁত পৰি গ'ল। নতুন গামোছাৰে মূৰ টুকিলো। এসাঁজ নতুন কপাহী কাপোৰ পিন্ধিলো। সূৰ্য প্ৰণাম কৰিলো। গা-ধুই উঠিয়েই হেনো ভৰুণ গছলৈ চাব লাগে। লোক বিশ্বাস মতে ভৰুণ গছলৈ চালে হেনো কনীয়া জনীৰ ভৱিষ্যত জীৱনত সন্তান-সন্ততিৰে ঘৰ ভৰে। বাৰীত ভীমকল এজোপা থোকা-থোকে লাগি আছিল। তালৈ চালো। লাজ লাগি গ'ল মোৰ।

গা-ধোৱা ঠাইৰ কাষতে মোৰ নামত এজুপি ক'লৰ পুলি ৰোৱা হৈছে। সেইটো বোলে মোৰ দৰা। কলপুলিটোক ফুলৰ মালা দিলো। আঠুকাঢ়ি সেৱা কৰিলো। ধূপ-ধূনা দিলো। আখৈ দিলো। কিমান যে নিয়ম। বৰদলৈ খুড়ীদেৱে আমসাৰ দিলে। লাজবোৰ দুগালত তেজ হৈ ধৰা দিলে।

পিচ চোতালত এখনি ৰভা দিছে। ওচৰ-চুবুৰীয়া তিৰোতা সমাজে মোক মাজত লৈ তাতে বহিল। কনীয়া বহা ঠাই নিশি কঁকায়ে ৰাতিয়ে চালে চকু বোৱাকৈ সজাইছিল। এইবোৰ কামত সি দক্ষ। একদম্ বৰবিয়াৰ নিচিনাই কাৰবাৰ। এতিয়া ককাইহঁত ঘৰত নাই। এইবোৰ অনুষ্ঠানত পুৰুষ থাকিব নেপায়। অমি বাইদেৱেমোক সজাবলৈ ধৰিলে। বিয়া-নামৰ ধ্বনিত বিয়া-ঘৰ খলক লাগিল :

জোন বেলি শালতে এৰিলা
জোন বেলি শালে পানী চেলেঙ
ভৰাটি ঐ যঁতৰত এৰিলা পাঁজি।
এ বাধা লগৰ সমনীয়া এ বাধা থাকিল পাছে পৰি
সখি মোৰ অ' দেউ অলপতে কন্যাকাল হ'লা।।
জোন বেলি সাদিনৰ মূৰত
জোন বেলি ওলাইছে আইদেউ

তৰাটি ঐ বুকুত পানী লৰা বান্ধি।।

জোন বেলি　　　ল'ৰাই কান্দিছে

জোন বেলি　　　তোহা তোহা কৰি

তৰাটি ঐ বাটিত দৈ থৈছোঁ কোৰা।

জোন বেলি　　　মাৰে গৈছে

জোন বেলি　　　বাহী গা ধুবলৈ

তৰাটি ঐ অলপমান বাটকে চোঁৱা

বৰদলৈ খুড়ীদেউৰ বৰ পুতেকৰ সেইবছৰ বৰবিয়া হৈছিল। তাৰে ন-কইনাৰ সাঁজ জোৰকে মোক পিন্ধালে। নিজাকৈ এসাজ কিনি আনিবলৈ সামৰ্থ্য নাই। গহনা মণিও পিন্ধালে। চৰতীয়া, জোনবিৰি, হাতত মুঠি খাৰু, কাণত দুল, হাতত আঙুঠি, মুঠতে গহনাৰে পুতি পেলালে মোক। বৰ মাৰ সাঁচতীয়া পোৱাল মণি ধাৰো পিন্ধাই দিলে। মুখত হিমানী আৰু পাউডাৰ ঘঁহি দিলে। গোলা সেন্দুৰৰ ডাঙৰ ফোঁট কপালত দিলে। শিৰতো সেন্দুৰ দিলে। মূৰত সুগন্ধি তেল ঘঁহি ওখকৈ খোপা বান্ধি দিলে। খোপাত এডাল গোলাপ ফুলৰ মালা আঁৰি দিলে। মোক সজাই থাকোঁতে বিভিন্ন সময়ত উৰুলিৰে ৰভাঘৰ উৰি-যাওঁ থাকি যাওঁ হ'ল।

সমুখৰ ডাঙৰ দাপোনত মুখৰ ছবিটি চালো। এয়াময়েই নে? ইমান শুৱনি ছবি। যৌৱনে, কাপোৰে, গহনাই ইমান শুৱনিকৈ সজায়।। জীৱনত কোনো দিনেই চুই নোপোৱা দামী পাটৰ কাপোৰ সাঁজৰ সৰু সৰু গুণাৰ ফুলবোৰে এপাহ এপাহ সোণোৱালী সপোন হৈ মোৰ সমুখত তিৰ্ বিৰাবলৈ ধৰিলে। গহনাই সজাই পেলোৱা কোমল শুলপীয়া মোৰ হাত দুখন। শিৰৰ সেন্দুৰেৰে উজ্বল ঘূৰণীয়া মুখ খন — চাই থাকিলেও যেন হেপাহ নপলায়। গএগ তিৰোতাই শলাগিলেঃ

ঃ "মুখখন এনেনো শুৱনি দেহি। অলপ গা-ধৰিলে সোণত সুৱগা চৰিব।"

ঃ "এঃ পেপাটো বলি আহিছেহে এখোন' সময়ত দেখিবাচোন চালে চকুৰোৱা চেহেৰা হ'ব। আমাৰ চুবুৰি উজ্বলি উঠিব।"

ঃ 'হব'তোন আক'। মাকৰ মুখখনিয়েই কেনেনো লাবনি।"

লাজত কাণমূৰ ৰঙা পৰিল মোৰ। তলমুৱা হৈ ৰ'লো। আক তিৰোতাই শলাগা দেখি বৰদলৈ খুড়ীদেৱে জক্ জকাই উঠিল ঃ

ঃ "হ'লনে তইতৰ। শলাগোতে শলাগোতে শলাগাঁঠি লাগিব হেৰৌ। ইমান শলাগিব নেপায়। মানুহে ইহ, বুলিলেই বিহ। বাপেকী নোহোৱা ছোৱালী। হওকচোন চকুত লগা। কিজানি কোনোবা ৰজাৰ কোঁৱৰে নিয়েই বা।"

মায়ে ইনাই— বিনাই কান্দিবলৈ ধৰিলে।

ঃ "ইস্ কান্দিবলৈ কিটো হ'ল। ছোৱালী গাভৰু হ'ল— ভালেহে হ'ল। জীয়ৰী শুৱনিহে ঘৰ। তুমি কান্দিছা কিয় নিশ্চিৰ মাক। জীয়েৰক এতিয়াই ধপিয়াই নিনিয়ে নহয় . ... গছৰ আগমান দিন আছে　এওঁৰ আক' কান্দিবৰ হ'লেই　কান্দি কান্দি অমঙ্গল চোচোৱাৰ নেলাগে এখোন" বৰদলৈ খুড়ীদেৱে ক'লে।

বৰদলৈ খুড়ীদেউ সকলোৱে খুড়ীদেউ। কিয় জানো। আমাৰ মায়েয়ো খুড়ীদেউ বোলে। আমিও খুড়ীদেউ বোলো।

পৰম ধৈৰ্য্যশীলা মাতৃ-দেৱীৰ কান্দোন শুনি চকুলো সামৰিব নোৱাৰিলো। ছোৱালী গাভৰু হোৱা মানেই এঘৰলৈ উলিয়াই দিবলৈ সাজু হোৱা। চেনেহৰ জীয়ৰীক জোঁৱাইৰ হাতত অৰ্পণ কৰাৰ আগলি দুখত তেওঁ কান্দিছে। তদুপৰি উৰুলিধ্বনি, জাত জাত বিয়ানামে তেনেকুৱা এটা পৰিবেশৰেই সৃষ্টি কৰিছে।

কনাই লোৱাৰ অনুষ্ঠান আৰম্ভ হ'ল। তোলনি বিয়াৰ ই এক উল্লেখযোগ্য অনুষ্ঠান। আঁৰ ছিগাচুলি, তাৰ ছিগা চুলি, তামোল-কটাৰী, সেন্দুৰ, ফটাকানি আদি হৰেক ৰকমৰ বস্তুৰে গামোচাত এটা টোপোলা বান্ধিলে। সেইটো বোলে কেচুৱা। অৰ্থাৎ কনাই। তাকে কইনা জনীয়ে সধবা তিৰোতাৰ লগত সলাই সলাই কোলা ল'ব লাগে। প্ৰত্যেকে একোলা একোলা লয় আৰু কইনাৰ কোলাত টকা, সিকা, কাপোৰ-কানি আদি উপহাৰ থয়। ২ টকা, ৫টকা, দহটকা, ব্লাউজৰ কাপোৰ, চাদৰ যেয়ে যেনেকৈ পাৰে দিয়ে। কনাই লোৱাৰ সময়ত বিয়া-ঘৰত হাঁহি ধেমালীৰ জোঁৱাৰ উঠে। ধেমেলীয়া তিৰোতাই নানান ৰসাল কথাৰে ৰভাঘৰ ওপচাই তোলে। সিবোৰ কথাৰ বেচি ভাগেই অশ্লীল- লাজ বিজ নোহোৱা কথা। এই অনুষ্ঠানত কেৱল তিৰোতাহে থাকে। গতিকে আনন্দ-ফূৰ্ত্তি অলপ হয়।

কনাই লোৱা গীত গায় আয়তী সকলে ঃ

এ ৰাধা কনাই আনন্দীয়া  এ ৰাধা কনাই বিনন্দীয়া
এ ৰাধা কনাই নাহৰৰে কলি।
এ ৰাধা কনাইৰে হাতৰে  এ ৰাধা নলীয়া কটাৰী
এ ৰাধা লোৱে কদমৰে খৰি হে।।
এ ৰাধা চোতালৰ আগলে  কনাই নুলিয়াৰা
এ ৰাধা চিলাই থাপে মাৰি নিব।
এ ৰাধা চিলাই থাপে মাৰি  এ ৰাধা মদাৰত তুলিব
এ ৰাধা বুঢ়ীমাক বাউলী হ'ব হে।।

তাৰপিছত পিঠাগুৰি সনা অনুষ্ঠান। পিঠাগুৰিৰে গোটেই বগা কৰি যাকে-যেয়ে পাৰে সানে। কইনা জনীও সাৰি নেযায়। হাঁহি, আনন্দৰ নিজৰা বয়।

শৰাইত কৰি কেচা পিঠাগুৰি আৰু গুৰৰে সজা লাৰু কিছুমান অনা হ'ল। কইনাই তিনিটা বা পাঁচোটা স্বাস্থ্যবান শিশু কোলা লব লাগে। পিঠাগুৰিৰ লাৰু মুখত দিব লাগে। মুখত চুমা দিব লাগে। কুল ককাইৰ দুই নম্বৰ ছোৱালী মাইনা, কপাহ জোলা যেন কোমল-বগা দিপ্ লিপ ছোৱালী তাই, দুবছৰমান হৈছে, তাইকে প্ৰথমে কোলা ল'লো, চুমা দিলো। কাৰৰ ঘৰৰ এল্ আই, চিৰ ব্ৰাঞ্চ মেনেজাৰ মণি বৰাৰ, তিনি নম্বৰ ল'ৰা নাদিম। বয়স ৩ বছৰ। স্বাস্থ্যবান ল'ৰা। তাকো কোলা ল'লো। তৃতীয়তে কোলা ল'লো — হৰি দদাইৰ সৰুজনী জীয়েকৰ কেচুৱাটো। ছোৱালী। .. .. ইয়াৰ জৰীয়তে কইনাজনীয়ে ভৱিষ্যত দাম্পত্য জীৱনত যাতে নিগুণী আৰু স্বাস্থ্যবান সন্তানৰ জননী হয় তাকে কামনা কৰা হয়।

তোলনি বিয়াৰ প্ৰতিটো অনুষ্ঠানৰ মাজত লুকাই আছে লোক বিশ্বাস। বাহিৰৰ আশীৰ্ব্বাদ

তথা ধেমেলীয়া কথাৰ মৌ কোঁহ। সকলো নিয়ম একে লেখাৰিয়ে, খোকোজা নলগাকৈ পালন কৰিলো। গোনাই নিবলৈ বৰদলৈ খুড়ীদেউ আছেই।

বিয়া খাবলৈ অহা অতিথি সকলক নিজ হাতে তামোল-মছলা দিলো। বয়সীয়া তিৰোতা সকলক বটাত তামোল-পান দি সেৱা কৰিলো। তেওঁলোকে প্ৰাণ-ভৰি আশীৰ্বাদ দিলে। সকলোৱে বং মনেৰে মিঠাই আৰু চাহ খালে। কুমুদ ককায়ে বিয়া তুলিবলৈ টকা ১০০ দিছিল। তাৰে মিঠাই কিনা হ'ল। বাকী জা-জোগাৰ ৰাইজেই কৰিলে।

বহু নিশালৈকে সিদিনা কইনা-সাজি থাকিব লগা হ'ল। কিছুমান অতিথি নিশাও আহিছিল। ককাইহঁতৰ লগৰ ডেকা ল'ৰাহঁত, অন্যান্য ভালেমান মানুহ। সকলোকে একোখন তামোল দি সোধ-পোছ কৰিছোঁ। ভাগৰ আৰু দুৰ্বলতাই হেচি আনিলেও কাকো মাত লগাবলৈ কাৰ্পণ্য কৰা নাই।

লাহে লাগে মানুহ-দুনুহ পাতলি আহিল। মায়ে ভাত খাবলৈ দিলে। বৰতীয়া ভঙা ভাত। বৌ মাছ আৰু ঔটেঙাৰ আঞ্জা। মাটি মাহৰ ডাইল। পৰম তৃপ্তিৰে খালো।

নিশা মাৰ বুকুত শুলো। আজি সাত দিনৰ মূৰত মাৰ বুকুৰ নিৰাপদ উমত শুবলৈ পালো। কি শান্তি! গুণা ফুলীয়া সপোন বোৰে আকৌ মোৰ সতে ওমলিবলৈ ধৰিলে। সিহঁতে মোক বোকোছা বৈ [illegible] দেশলৈ লৈ গ'ল। তৰাৰ দেশত মুগাৰ কাপোৰৰ বেঙুনীয়া ফুলবোৰ আৰু পাটৰ কাপোৰৰ গুণাৰ ফুলবোৰ একোজনী অপেশ্বৰী হৈ হাতত ধৰা ধৰিকৈ ফুৰিছে।

—: O :—

কোমল বয়সতে গাভৰু হোৱা বাবে মা আৰু ককাই হঁতৰ যথেষ্ঠ চিন্তা হৈছিল। মা আৰু কুমুদ ককাইক ফুচ্‌ফুচ্‌কৈ কথা পতা দেখিছিলো। মোৰ সমনীয়া হঁতে এতিয়াও মুকলি মনে পখিলা উৰাদি উৰিছে। ককাইহঁতে মোক আগৰদৰে উদণ্ডীয়া হৈ ফুৰিবলৈ নিদিয়া হ'ল। চান্দমাৰী পথাৰত দৌৰা-দৌৰি খেলিবলৈকো যোৱাত বাধা দিলে। মোৰ এয়া কি হ'ল?

এদিন কুমুদ ককাইদেৱে মোক কাষলৈ মাতিলে। কোলাত বহুৱাই লৈ লাহে লাহে ক'লে

ঃ তই এতিয়া ডাঙৰ হলি ভন্তী। আগৰ নিচিনাকৈ দৌৰি ঢাপলি নুফুৰিবি। আমি দুখীয়া নিচলা মানুহ। মানুহে বদনাম ৰটিব। আৰু ডেকা লৰাৰ পৰা গা বছাই ফুৰিবি।

গা-বছোৱাৰ অৰ্থ মই নুবুজিলো। সুধিবলৈকো সাহ নহ'ল। মই মাথো বুজিলো- বহুত নিয়মৰ আবেষ্টনীৰ মাজত আবদ্ধ হ'লো মই।

আকৌ এদিন ডাঙৰ ককাইৰ সখীয়েক ৰবি ককাইদেৱে মোক কাষত বহুৱাই মৰম কৰি বুজালে

ঃ ভনী, তুমি এতিযা আগৰ দৰে চলিলে নহ'ব। তোমালোকৰ ঘৰলৈ ককায়েৰা হঁতৰ লগত ভালেমান ল'ৰা মানুহ আহে। তেওঁলোকৰ লগত হলি-গলি নকৰিবা। কথা-পাতিবা, তামোল-চালি দিবা, বছ, ইমানেই। তাতকৈ মৰম নকৰিবা। তুমি তেনেই অকমান ছোৱালী। মানুহে সুবিধা গ্ৰহণ কৰিব।

অকণমান যেন বুজি পালো মই। চকুজোৰ চলচলীয়া হৈ পৰিল। ৰবি ককাইদেৱে মোৰ মনৰ কথা যেন বুজিলে। চকুপানী মচি দিলে।

ঃ "তুমি বৰ ভাল ছোৱালী ভনী, মই জানো। সকলোৱে জানে। কিন্তু তাৰ মাজতেই বহুতো কথা। তুমি আৰু ডাঙৰ হ'লে বুজিবা। কেনেকৈ বুজাম মই। এতিয়া তুমি ভালকৈ পঢ়া। এম ই'ত বৃত্তি ধৰিবই লাগিব। সদায় শ্ৰেণীত প্ৰথম হোৱা ছোৱালী তুমি তৰ্ক, আকস্মিক আৰু অন্যান্য সাহিত্য প্ৰতিযোগিতাতো পুৰস্কাৰ পোৱা ছোৱালী তুমি গতিকে পঢ়া-শুনা ঢিলাহি নিদিবা, তোমাৰ চিন্তাশক্তি — আন বহুততকৈ প্ৰখৰ হ'ব লাগিব। ঘৰখনৰ নাম উজলাব লাগিব।"

ইতিমধ্যে যৌৱনে শৰীৰটো সজাবলৈ আৰম্ভ কৰিছিল। হাত-ভৰিবোৰ সতেজ হৈ পৰিছিল। শৰীৰত নতুন নতুন পৰিবৰ্ত্তনে দেখা দিছিল। মুখখন পুৰঠ হৈছিল, গাল-দুখন নিমজ হৈছিল, পদুলিত ফুলি থকা গোলাপৰ সৌন্দৰ্য খিনি আহি দুগালত যেন ধৰা দিছিল। চুলিবোৰ দীঘল হবলৈ ধৰিছিল। মাৰ শিকনি মতে কেতিয়াবা ওটেঙাৰ বিজলেৰে মূৰ ধুইছিলো, কেতিয়াবা তিলৰ পাতেৰে আৰু কেতিয়াবা মণিচালৰ ফেনেৰে। পিছল, ক'লা চুলিকোছা চুই এক অনন্য পুলক অনুভৱ কৰিছিলো। ব্ৰকৰ আবেষ্টনীৰ ওপৰেদি বুকুখন জিলিকি পৰিছিল . পৰিবৰ্ত্তন সমূহ বিস্ময়েৰে সৈতে উপলব্ধি কৰিছিলো। ... ... মোৰ জীৱনলৈ অহা এই পৰিবৰ্ত্তনৰ ধুমুহাই যেনবা দুখ-দৈন্যবোৰ পাহৰাই দিছিল। ... ... অনুভৱ কৰিছিলো অন্তৰ আৰু বাহিৰত এক চঞ্চলতা। যেন আকাশৰ ডাৱৰে ডাৱৰে বনাই ফুৰিম। যেন সোণাৰুৰ চনকাডালত বহি ৰম ... ...

যেন আকাশৰ নীলা, প্ৰকৃতিৰ সেউজ, বদালীৰ সোণালী, আজাৰৰ বেঙুনীয়াৰঙ, তৰালীৰ জিক্‌মিক্‌নি এই সমূহ মোৰ জীৱনলৈ নামি আহিছে – মোৰ সঙ্গ বিচাৰি ওমলিবৰ কাৰণে।

হৃদয়ৰ চঞ্চলতা ঢাকিবলৈ বেচিকৈ কিতাপ পঢ়িবলৈ ধৰিছিলো। পাঠ্য-পুথিৰ ওপৰিও বাহিৰা কিতাপত বেচি ভাগেই নিমগ্ন আছিলো। কিতাপৰ পৃষ্ঠাত ডুবি ডুবি দেশ দেশান্তৰত ওপঙি ফুৰিছিলো টলষ্টয়ৰ সাধু, ৱাৰ এণ্ড পিচ, এলিচ ইনদা ৱাণ্ডাৰলেণ্ড, ডেভিড কপাৰ ফিল্ড, ক্ৰাইম এণ্ড পানিচমেন্ট, ইয়াৰ ইঙ্গম, জীৱনৰ বাটত, ডাৱৰৰ সিপাৰে ধুনীয়া দেশ, অপেশ্বৰীৰ দেশ।

নিশি ককাই আৰু জোন ককায়ে ভালেমান কিতাপ সংগ্ৰহ কৰিছিল। কেনেদৰে নেজানো। সেইবোৰৰ মাজত ডুবি থকাই মোৰ প্ৰধান কাম হ'ল। এল, আই, চিৰ ব্ৰাঞ্চ মেনেজাৰ মণিবড়াৰ নৱম শ্ৰেণীত পঢ়া লৰা প্ৰণৱ। তাৰ ব্যক্তিক পুথিভৰালৰ কাৰ্ড আছিল। সি কিতাপ আনিলেই মোক পঢ়িবলৈ দিয়ে।

ঘৰৰ দুৰৱস্থাই কাল-মূৰ্ত্তি ধৰি থেদি আহিছে। জীৱনৰ গভীৰ অৰ্থ বুজিবৰ বয়স নহলেও দুখীয়া জীৱন কি ভয়াবহ তাক ভালকৈয়ে উপলব্ধি হৈছিল। তথাপিতো কল্পনাৰ দেশত পাখি কোবাই উৰাৰ হেপাহ কণ সামৰিব পৰা নাছিলো।

ঘৰলৈ অহা আলহী-অতিথিক সেৱা-শুশ্ৰূষা কৰা, দুষাৰ এষাৰ কথা পতাৰ বাহিৰে বিশেষ হলি-গলি নাছিল বুলিলেও হয়। ককাই হঁতৰ লগৰীয়া কোনোৰে মৰমতে পিঠিত চপৰিয়াই কথা কলেও বেয়া পাইছিলো। দ্বিতীয়বাৰ সিজনৰ কাষ চপা নাছিলো।

জোন ককায়ে উচ্চতৰ মাধ্যমিক পৰীক্ষাত উত্তীৰ্ণ হৈ যোৰহাট - জে বি কলেজত পঢ়িবলৈ গ'লগৈ। ঘৰখনত মা, মই আৰু বেলি ককাইদেউ। ঘৰখন বৰ নিজান হৈ পৰিল। কুমুদ ককাইৰ বোজা আৰু বাঢ়িল আমাৰ লঘোন দিয়াৰ হিচাপ বাঢ়ি গ'ল। মাথো আগ্ৰহেৰে বাট চালো নিশি ককাইৰ পৰীক্ষাৰ ফলাফললৈ . সি এইবাৰ কলেজৰ শেষ পৰীক্ষা দিছে।

মানৱ জীৱনত ইমান অপূৰ্ণতা নাথাকিলে হেতেন, অথবা মানৱ জীৱন ইমান ৰহস্য ঘন নহ'ল হেতেন, যদিহে ভৱামতেই সকলো আশা পূৰ্ণ হ'ল হেতেন। আশাৰ বালিঘৰ মানুহে সাজেই। কিন্তু কিমানৰ বা স্থায়ী হয় সেই ঘৰ। কল্পনাৰ ঘোৰা দৌৰে কেৱল দৌৰে। একোতো বাধা নাই কল্পনাৰ ঘোৰা দৌৰাত।

আমাৰ কুহুমীয়া আশাত হিম-চেচা পানী ঢালি নিশি ককাই পৰীক্ষাত অকৃতকাৰ্য হ'ল . .. প্ৰাণে প্ৰাণে পুহি ৰখা সপোনটিৰ অন্ত পৰিল এই সপোনৰ শেষত লুকাই লুকাই কান্দিলো মই ... .. চকুৰ তললৈ দুদিনো জুই নগ'ল . মাৰ মুখলৈ চাবলৈ ভয় হ'ল .. ...

কুমুদ ককায়ে ক'লে তাৰ গাত হেনো বাহিৰা বতাহ লাগিল। প্ৰখৰ মেধা সম্পন্ন এজন ডেকাৰ এই অধঃপতনত আটাইতকৈ মৰ্মাহত হ'ল কুমুদ ককাই। কেবাদিনো চাকৰিলৈ নগৈ চলাই বলাই ফুৰিলে সি। দুখৰ ধনগাল খৰছ হ'ল তাৰ। নাথাই শুকাই অৰ্জা ধনৰ এই চৰম পৰিণতি। তালৈ মনোযোগ দিওতেই .. আমাক হয়তো কিঞ্চিৎ অৱহেলাও কৰা হৈছিল।

নিশি ককাইয়ে চাকৰি কৰিলে ঘৰখনৰ অৱস্থা ভাল হ'ব . এই আশাত কিমান লঘোন দিলো আমি। .. . .. ... সি কিয় নুবুজিলে আমাৰ এই দুখ ... বাহিৰা বতাহত গা এৰি দিলে কিয়। .. ...

আৰু দুৰ্দ্দিন আহিল আমাৰ জীৱনলৈ। মাহেকত এসপ্তাহ উপবাস, এসপ্তাহ আধাপেটী এই বোৰ ধৰা-বন্ধা নিয়মত পৰিণত হ'ল ... প্ৰায়েই শেতেলীত পৰি থাকে মা .. পুৱাৰ পঢ়া-শুনা ইফলীয়াকৈ থৈ পাকঘৰত সোমাওঁ মই

তেনেকুৱা এটা দিনত এদিন বেলি ককায়ে হৰ্‌হৰ্‌ৱাই বমি কৰিবলৈ ধৰিলে। ... প্ৰচণ্ড শব্দ কৰি সি বমি কৰিছে। একো বস্তু পেটত নৰয় যি খায় তাকে ওলাই আহে। পানীও পেটত নৰয় এবাৰ বমিৰ লগতে অকণ তেজো ওলাই আহিল মা আৰু মই ভয়তে শিয়ৰি উঠিলো ।

প্ৰচণ্ড পেটৰ বিষ তাৰ। বিষত সি দেদাউৰিযাই আছে। ইখন বিচনাৰ পৰা সিখন বিচনাত সি জপিয়াই পৰিছে। কেতিয়াবা মাটিত ধাঁচকৈ পৰিছে। মাক গবা মাৰি ধৰি কান্দিছে। বিকট্ চিএৰ মাৰিছে। যন্ত্ৰণা সহিব নোৱাৰি মাক কামুৰি দিছে।

মায়ে ঢপ্ ঢপাই দৌৰি ফুৰিছে তাক ইটো খুৱাইছে সিটো খুৱাইছে কিবা বন-পাত খুন্দি ৰস খুৱাইছে নাই বমি বন্ধ নহয় । সৰ্ব্বেশ্বৰ দাইটিৰ ঘৰৰ পৰা মই জৰা পানী আনি খুৱাইছো তথাপি যন্ত্ৰণাৰ উপশম নাই।

দৌৰি দৌৰি মহন্ত ডাক্তৰৰ ঘৰলৈ গ'লো। মহন্ত ডাক্তৰৰ জীয়েক অঞ্জু মোৰ সমনীয়া। ডাক্তৰক বেমাৰৰ সবিশেষ কোৱাত যন্ত্ৰপাতি সমূহ লৈ তেওঁ তৎকালেই আহিল। ডাক্তৰে পৰীক্ষা কৰি চাই কলে ঃ "চিভিযাৰ গেচট্ৰিক। হচ্ পিতালত তৎকালেই ভৰাব লাগে। কথা গুৰুতৰ।"

গোলাঘাট চৰকাৰী হচ্‌পিতালৰ শোচনীয় অবস্থা। ৰঙা-পনীযা দৰবে এই বেমাৰ ভাল কৰিব নোৱাৰে। দেউতাও এই হচ্‌পিতালৰ চিকিৎসা লৈয়েই মৰিছে। হচপিতাল খনত ঔষধ-পাতিৰ অভাৱ। আমাৰ হাতত টকা সিকাও নাই যে কিনি-কুটি আনি দেৱাই খুৱাব পাৰিম। সাতে-পাচে-ভাবি মা আৰু মই বেলি ককাইক যোৰহাটৰ ককাইৰ তালৈকে নিয়াৰ ঠিক কৰিলো। তালৈ টেক্সীত গ'লে মাত্ৰ ডেৰঘণ্টাৰ বাট। বেমাৰীক পেলাই থৈ মা দৌৰিল নভোৰাম বৰদেউতাৰ ঘৰলৈ সহায় বিচাৰি। বৰদেউতাক খাটনি ধৰিলে হয় টকা ১০০ মান দিয়ক — নহয় এখন টেক্সী ঠিক কৰি দিয়ক। বৰদেউতা কেছাৰীলৈ যাবলৈ ওলাইছিল। তৰণী কৰে। বৰদেউতাই নিৰাশ কৰিলে। আমাৰ বিপদৰ সময়ত বৰদেউতাই মাক চৈধ্য-গোষ্ঠী উজাৰ কৰি গালিহে দিলে। বৰদেউতাৰ ব্যৱহাৰত মায়ে অন্ধকাৰ দেখিলে। হাতত সময় তেনেই তাকৰ!

পুনৰ বৰদলৈ খুড়ীদেউৰ ওচৰ পালেগৈ। বৰদলৈ খুড়াদেউৰ কেন্সাৰ। এমাহ ধৰি পৰি আছে। অবস্থা বেয়া। সেয়ে মায়ে যাব খোজা নাছিল। খুড়ীদেউৰ চকুলৈ চাবকে নোৱাৰি। বেজাৰে খুন্দা মাৰি ধৰে। এমাহ খুড়াদেউৰ লগত লাগি-থাকি হাড়ডালহে আছেগৈ। মাৰ কথা শুনি খুড়ীদেৱে বৰ পুতেকক কলে। বাপদাই টেক্সী এখন ভাড়া কৰি দিলে — আগধনো দিলে। বৰদলৈ খুড়ীহঁতলৈ শ্ৰদ্ধাত আমাৰ মন গধুৰ হৈ পৰিল। অথচ নভোৰাম বৰদেউতা, দেউতাৰ নিজৰ মাজু ককায়েক। কেছাৰীত তৰণী কাম কৰে। অবস্থা ভাল। প্ৰকাণ্ড পকীঘৰ সাজিছে। দেউতা ঢুকুৱাৰ পিছত আমি কেনেকৈ খাইছোঁ, কেনেকৈ পিন্ধিছোঁ, তেওঁ কোনোদিন সোধা নাই। খালি সময়ে সময়ে গালি পাৰিবহে জানে।

ডেৰঘণ্টাৰ পথ—। আমাৰ নেবায়-নুপুৰায় লাগিছে। গোটেই বাটচোৱা সি কেৱল বমি কৰিছে। ধাতু যাওঁ যাওঁ অবস্থা। গাড়ীৰ পাছৰ চিটত তাক শুৱাই লৈছোঁ। তাৰ মূৰটো মায়ে

কোলাত লৈ আছে। অসহ্য এই যাত্ৰা। এটা মুহূৰ্ত্তকে এটা দিন যেন লাগিছে। গাড়ীৰ ভিতৰখন বমিৰে বুৰি গৈছে। দুৰ্গন্ধ টেঙা টেঙা গোন্ধ। ভয়ত আমাৰ অষ্ঠ কণ্ঠ শুকাই গৈছে। তাক যোৰহাটলৈ আনি ভুলেই কৰিলো নেকি? কুমুদ ককাইৰ ঘৰ পামগৈনে! অন্তৰে অন্তৰে ভগাবানক খাটিছোঁ "ভগৱান! তাক বছোৱা! দুখুনীৰ আচলৰ ধন তাক বচোৱা।"

চুৰকৈ মাৰ মুখলৈ চালো। মই বিস্মিত হ'লো। কি অনন্ত ধৈৰ্য্য। স্থিৰ শূণ্য দৃষ্টি। তাত বাউলী হোৱাৰ চাপ নাই। আছে দৃঢ়তাৰ চাপ। ধৈৰ্যৰে তাক পৰিচৰ্য্যা কৰিছে। অনন্ত ধৈৰ্য্যৰ পাঠ মায়ে শিকিলে ক'ৰপৰা!! মুগ্ধ হ'লো। হয়তো এয়েই মাতৃৰূপ। ধৈৰ্য্য, সাহস, স্নেহ, মমতা সকলো একত্ৰিত হৈছে। এইখন মুখলৈ চালে মনত বল পোৱা যায়।

কুমুদ ককাইৰ ঘৰ পালোগৈ। সি ঘৰতে আছিল। তৎক্ষণাত মুনিন বৰুৱা ডাক্তৰক লৈ আনিলেগৈ। ডাক্তৰে লগে লগে তাক বেজি দিলে। ডাক্তৰেও আমাক ভগৱানৰ নাম লবলৈ ক'লে

ঃ "আমি ডাক্তৰ নিমিত্ত মাত্ৰ। আমি পৰিচৰ্য্যাহে কৰোঁ। জীৱন দিওতা ভগৱান। তেওঁক স্মৰণ কৰক।"

দিনে তিনিটাকৈ বেজি দিয়া হ'ল। ডাক্তৰে হস্পিতালত ভৰোৱাৰ কথা নকলে। দিনটোৰ শেষলৈ তাৰ বমি কমি আহিল। কিন্তু পেটৰ বিষটো মাজে মাজে উঠে। ভালেমান ঔষধ বেজি কিনিব লগা হ'ল। এসপ্তাহ খাবন, শোৱন, পাহৰি আমি তাৰ লগত লাগি থাকিলো। মই কাষতে বহি বিচি থাকোঁ। মোৰ আমনি লাগিলে নিশি ককায়ে বিচে। মায়ে ঔষধ পাতি, পথ্যৰ যোগান ধৰে। ভালেমান চিকিৎসাৰ অন্ততঃ সি লাহে লাহে পাতলীয়া আহাৰ খাব পৰা হ'ল। পেটৰ বিষটো মাজে মাজে উক দিয়ে। সেয়ে ডাক্তৰে এদিন পাইপেৰে তাৰ পেটটো পৰিস্কাৰ কৰিলে। ভালেমান দুৰ্গন্ধ শৌচ হ'ল।

সি সম্পূৰ্ণ ভাল হওঁতে পুৰা এমাহ লাগিল।

কুমুদ ককাইৰ ধাৰ টৈটুৰ শুৰি পালেগৈ। . . . ।

—: O :—

নয়ন নামৰ এটা চেমনীয়া ল'ৰা জোন ককাইৰ সতে আমাৰ ঘৰলৈ প্ৰায়ে আহিবলৈ লৈছিল। জোন ককায়ে জে.বি কলেজৰ পৰা স্নাতক প্ৰথম বাৰ্ষিকৰ পৰীক্ষা পাছ কৰি গোলাঘাট ডি আৰ কলেজৰ নৈশ বিভাগত নাম লিখিছেহি। সি কিয় যোৰহাটৰ পৰা গুছি আহিল, আমি কোনেও নেজানো। সুধিলেও নকয়।

গোলাঘাট কৰ্টৰ সমুখত দিনৰ ভাগত জোন ককায়ে পান-তামোলৰ দোকান দিয়ে। পুৱা দুটামান টিউচন কৰে। নিশা সি কলেজত পঢ়িবলৈ যায়। তেনেদৰে সংসাৰখন টুক্‌টাক্‌কৈ চলে। লঘোন দিব লগা নহয়।

সময় থাকিলে বেলি ককায়েও তাক সহায় কৰে। বিয়লি সিও তিনিটামান টিউচন কৰে। সি আগতকৈ অসুখীয়া হৈ পৰিল। মাজে মাজে তাক দুই এটা সৰু-সুৰা বেমাৰে জুমুৰি কৰে।

নয়ন নামৰ এটি মিঠাবৰণীয়া সুগঠী ল'ৰা জোন- ককাইৰ সতে আমাৰ ঘৰলৈ ঘনকৈ আহিবলৈ লৈছিল। ঘৰ জোনাকী নগৰত। খেতিয়ক মানুহৰ ল'ৰা। আহিলে সুদা হাতে নাহে। হাতত এটা টোপোলা সদায় থাকেই। কেতিযাবা বৰাচাউলৰ টোপোলা, কেতিয়াবা গুৰ এটেকেলী, কেতিয়াবা হৰলিক্সৰ বটলত গৰুৰ গাখীৰ। মায়ে কথাটো লক্ষ কৰিছিল। এদিন তাক ক'লে ঃ "বোপা নয়ন! তুমি এই বস্তুবোৰ কিয় আনা? আজিৰ পৰা কাহানিও নানিবা। মানুহৰ চকু আছে। বেযা কথা ৰটিব। তুমিযে এই বস্তুবোৰ আনা, তোমাৰ ঘৰত কৈ পেলাই আনানে?"

নয়নে নম্ৰ ভাৱে ক'লে ঃ

ঃ "হয় মা! মই ঘৰত কৈয়ে আনো। জোনদাক আমাৰ ঘৰত বৰ ভাল পায়। আমাৰ ঘৰত কুহিয়াৰৰ খেতি আছে গুৰৰ ওৰাদানী। মিটিৰ কুটুম্বক দিওঁ। . তদুপৰি গৰু কেৰেজনীও আছে। সেয়ে ঘৰৰ মানুহে আনক দিলেও বেয়া নেপায়। মই এই বস্তুবোৰ জোন ককাইৰ মৰমতে আনো।"

ঃ "বোপা নয়ন৷ আমি অতি দুখীয়া নিচলা মানুহ৷ হ'লেও পৰৰ বস্তুৰ প্ৰতি আমাৰ আকল নাই। কাৰণ আমিযে তোমাক একোকে দিব নোৱাৰোঁ গতিকে সোণ। আজিৰ পৰা এইবোৰ নানিবা। তুমি আহিবা এনেয়ে। লাল চাহ একপ খাবা। বহিবা, সুখৰ দুখৰ কথা পাতিবা। .. সেয়ে হ'ব। . বেয়া হ'লে নেপাবা।"

নয়ন সদায় আহিছিল। হাতত টোপোলা নাছিল। মাৰ লগত কথা-বতৰা পাতে। মোক মাত-বোল নকৰে। সি কিছু লাজুক প্ৰকৃতিৰ। ময়ো তাৰ লগত কথা নেপাতো। মায়ে কলে চাহ অকণ দিও। .. .. .. .... .... .... ।

সিদিনা আছিল ভোগালী বিহুৰ উৰুকা। বিহুৰ আনন্দই সকলোকে চুই গৈছিল। ভোগালী বিহুৰ ভোগৰ সম্ভাৰ আমাৰ ঘৰত নাছিল। কিন্তু অন্তৰত আছিল বহুৰ সম্ভাৰ। মাৰ অসুখটোৱেও কিছুদিন নিতাল মাৰি আছিল। ... জোন ককায়ে তামোল-পানৰ দোকান দিয়া আৰু টিউচন কৰি পোৱা টকাৰেই ভোগালী বিহুৰ কাৰণে বৰাচাউল, তিল, গুৰ আদি মাক যতনাই দিছিল।

উৰুকাৰ নিশা আমাৰ চুবুৰীৰ সকলোৱে লগ লাগি মেজি বিহুৰ ভোজ খাইছিল। জোন ককাই আৰু বেলি ককাই মেজি বিহুৰ ভোজ খাবলৈ গৈছিল। মোৰ সমনীয়াইঁতো তাত গোট খাইছিল। মায়ে মোকো যাবলৈ কৈছিল। মইহে নগলো। মাক পিঠা-পুৰিবলৈ যোগাৰ খিনি কৰি আঁটাই কাঞ্চন বৰুৱাৰ "অসীমত যাৰ হেৰাল সীমা"খন পঢ়ি আছিলো। পঢ়া টেবুলৰ কাষত বহি অসীমত যাৰ হেৰাল সীমাখন পঢ়িছো যদিও মাজে মাজে মন মোৰ উৰি গৈছে বিহুৰ তলীৰ ৰঙ বিচাৰি।

মায়ে পাক ঘৰত পিঠা পুৰিছে। খোলাত দিয়া পিঠা। পিঠাৰ-ফুৰ্ ফুৰীযা গোন্ধে মন উগুল থুগুল কৰিছিল। এয়া পঢাৰ বতৰ নহয় বিহুৰ বতৰ ৰঙৰ বতৰ ... হুইঁাৰ বতৰ কিৰিলি মৰাৰ বতৰ মোৰো মন যায় সমনীয়া হঁতৰ লগত ৰং আনন্দ কৰিবলৈ-কিন্তু মাক অকলে এৰি যাবলৈ মন নগ'ল।

বিহুতলীত মাইকত বিহুগীত গাইছে। বিহুগীতৰ মন-থকা সৰকা কৰা শব্দবোৰ ওপঙি আহিছে। মোৰ কোঠালীত একোঠালি জোনাক। খিৰিকিৰে দেখিছোঁ তৰা ভৰা আকাশৰ ৰহস্য। মুঠতে মন মতলীয়া হোৱাৰ সময়। আমাৰ পদুলিৰে কেইটামান ডেকা লৰাই সুহুৰী মাৰি থৈ গ'ল। বনগীত এফাঁকি কোনেনো গাই গ'ল জানো।

"ঢাৰি পাৰি থেৰেজু লেখোঁ সমনীয়া
ঢাৰি পাবি থেৰেজু লেখোঁ।
তোমাৰে নিচিনা ৰঙা বৰণীযা
নিশা সমাজিকত দেখোঁ।।"

গা-মন বাঁই-জাঁই কৰি উঠিল। এনেযে বিহুৱলীয়া মন। তাতে পদুলিত ডেকা লৰাৰ সুহুৰী। মন মোৰ ইছাট, বিছাট। কিতাপৰ্খন জপাই থলো। টেবুলত মূৰ থৈ টোপনিযাই টোপনিয়াই বিহুগীত শুনিবলৈ ধৰিলো।

হাতত একপ্লেট গৰম পিঠা লৈ মা সোমাই আহিল। ঃ "ভন্তী, হোঃ পিঠা খা। তোৰ টোপনি ধৰিছে নেকি? পিঠাখিনি খাই শুই থাকগৈ যা। মোলে ৰ'ব নেলাগে। পিঠাখিনি ভাজি থওঁ। কালিলৈ পিঠাগুৰি গোন্ধাবও পাৰে।

মা পাকঘৰলৈ গ'লগৈ।

হাঁহি, ৰঙৰ নিজৰা বোৱা এই দিনত মোৰ নিজকে বৰ অকলশৰীয়া যেন লাগিল। বুকুখন কিবা উকা উকা যেন। কিবা যেন বুজাব নোৱাৰা।

হঠাৎ ধুমুহাৰ ক্ষিপ্ৰতাৰে সোমাই আহিল জীৱন। নয়নৰ বন্ধু। একেলগে পঢ়ে। কেতিয়াবা কেতিয়াবা সিহঁত দুয়োকো একেলগে ফুৰা দেখোঁ। সি মোৰ টেবুলত এডোখৰ কাগজ থৈ "নয়নে দিছে" বুলি কৈ আকৌ ধুমুহাৰ খোজেৰে গ'লগৈ। হায়! মই টলকিবই নোৱাৰিলো। টোপনি মোৰ কেনিবা পলাল। ভয়তে মোৰ হাত-ভৰি কঁপিবলৈ ধৰিলে। শৰীৰটো কেনেবা কেনেবা লাগিল। কি হ'ব এতিয়া। হাঁয়! হাঁয়! মই কি কৰো এতিয়া। কাগজ ডোখৰ চুই চাবলৈকে ভয় লাগিল। অথচ পঢ়াৰ লোভ সামৰিবও নোৱাৰি। মই জানো তাত কি লিখা থাকিব পাৰে!

অথচ। পঢ়ি চোৱা যাওঁক চোন। কঁপা কঁপা হাতেৰে কাগজ ডোখৰ তুলি ললো। গোট গোট আখৰ। যেন মুকুতা মণি।

মৰমৰ

তৰা

তোমাক মই বৰ ভাল পাওঁ। সেয়ে তোমালোকৰ ঘৰলৈ সদায় আঁহো। তুমিও বাৰু মোক ভাল পোৱানে? তোমাৰ লগত কথা-পাতিবলৈ মোৰ বৰ মন যায়। কিন্তু মোৰ মনৰ ভিতৰত তোমাৰ বাবে মৰম উপচি আছে। তুমি সহঁাৰি জনালে সকলো তোমাকে বাকি দিম।

ইতি তোমাৰেই

নয়ন

এযা প্ৰেম পত্ৰ। হায় কি কৰোঁ এতিয়া। ভয়ত মোৰ শৰীৰৰ সমস্ত তেজ গোট মাৰিলে। লৰ-চৰ কৰিবলৈকো যেন শক্তি নাই। তৎক্ষণাৎ যেন এটি শিলাখণ্ড হৈ পৰিলো। অথচ মনৰ ভিতৰত কিবা যেন বুজাব নোৱাৰা ৰিম্ ৰিম্ নি ভাব।

চিঠিখন ফালি টুকুৰা-টুকুৰ কৰি খিৰিকিৰে দলিযাই দিলো। কাৰণ এইখন দেখিলে ককাইহঁতে মোৰ গাৰ ছাল বখলিযাব। মোৰ গাত দোষ থাককে বা নাথাককে মই গালি শুনিব লাগিব। ককাই হঁতৰ অপ্ৰিয় হ'ব লাগিব। চিঠিখন নষ্ট কৰিহে কিছু শান্তি পালো। লাহে লাহে মনলৈ চিনেমাৰ ছবিৰ দৰে নযনৰ কথাবোৰ আহিবলৈ ধৰিলে।

গোলমুখৰ মিঠাবৰণীযা শৰীৰৰ, পোদ্ধৰ/ষোল্ল বছৰীযা ল'ৰা নয়ন। দশম শ্ৰেণীত পঢে। চুলিবোৰ কেকোৰা কেকুৰি – গলধন নৈকে বৈ পৰা। চকুজোৰ গভীৰ ক'লা-পানীৰ চিক্ মিক্নিৰ দৰেই উজ্বল। দেখাত লাজুক। সি হেনো মোক ভালপায। ছি। ভাবিলে কেনেবা লাগে দেখোন। লাজে আবৰি ধৰে মোক। মোকনো কোনোবাই ভাল পাযনে? কোনোবাই ভাল পাবৰ জোখাৰে মূলধন কিবা আছেনে মোৰ? কিন্তু সি চোন মোক কোনোদিনেই নেমাতে। মূৰ তুলি মোলৈ চোৱাও মনত নপৰে দেখোন। ককাইৰ সতে আমাৰ ঘৰলৈ আহে। কেতিযাবা অকলেও আহে। মাৰ লগত জুখি-জুখি কথা পাতে আৰু যায়গৈ।ময়ো তাক সিমান লক্ষ কৰা নাই। ককাইহঁতৰ লগৰ ল'ৰা কিমান আহে যায়। সি যেনিবা বেছিকৈ আহে। হে হৰি এইবোৰ কেনে কথা। সি নিবুকাই তলে তলে তেনেহলে মোক ভালপায়। মোৰ হ'লে বৰ ভয় লাগিছে। কিবা যেন অপৰাধ হৈছে মোৰ। মই চোন জানি-বুজি একো নকৰিব লগীয়া বা দোষনীয় কাম কৰা নাই। সি আহিলেও কোনোদিন চঞ্চল হৈ পৰা নাই। মনৰ ভিতৰতো একো টান অনুভৱ কৰা নাই। এইবোৰ প্ৰেমৰ কথা ভাবি মোৰ কি লাভ হ'ব। নিশি ককায়ে দেখোন নীপা-নামৰ ছোৱালীজনী ভালপাই ঘূৰি ফুৰি নিজৰ ধ্বংস মাতি আনিছে। .. পঢ়া-শুনাত ভাল বুলি, এল. পি এম ই পৰীক্ষাত বৃত্তি ধৰা কাৰণে সকলোৰে মোক শলাগে মই এইবোৰ কামত কেতিয়াও সময় খৰছ নকৰো। যেয়ে মোক ভালপায় পাওক। তাতে কি আহে যায়।

মনৰ ভাৱনা বোৰ জোকাৰি নিলগাই থলো। মায়ে দিয়া পিঠা প্লেট ঠাণ্ডা হৈ গৈছিল। পিঠাবোৰ খাবলৈ পাহৰি গৈছিলো। পিঠা খাই বৰ ভালপাওঁ মই। এটি এটিকে পিঠা চোবাবলৈ

ধৰিলো। পানী এগিলাছ খাবলৈ পাকঘৰলৈ গ'লো। জ্যোতি প্ৰসাদৰ "ৰূপহ কোঁৱৰৰ চুমা পৰশনত" গুণ গুণালো।

ঃ ভন্তী তই শোৱাই নাই। মোলৈ ৰ'ব নেলাগে। খোলা পিঠা ভজা শেহ হ'ল। তেল পিঠা খিনি ভাজো ৰহ! জোনে আক' তেল পিঠা খাইহে ভালপায়।

মাক কথাবোৰ কৈ দিও নেকি? কলেনো কি হ'ব। মায়েবা কি কয়। নিজে ঠিকে থাকিলে কোনে কাক খালত পেলাব পাৰে!

দিন বোৰ পাৰ হৈ গৈছিল। নয়ন আমাৰ ঘৰলৈ আহ-যাহ কৰি আছিল। মই তাৰ আগত ওলাবলৈ সম্পূৰ্ণ বাদ দিলো। যাৰ এসাজ খালে দ্বিতীয় সাঁজলৈ চিন্তা, তাৰ আকৌ প্ৰেম। মোৰ কাৰণে যাতে ককাইহঁতে দুখ পাব লগা নহয়। চকু-কাণ সজাগ কৰি কেৱল পঢ়িবহে ধৰিলো মই।

পদুম ককাইৰ বিয়াত বৰযাত্ৰীৰ লগত ময়ো গৈছিলো। শিৱসাগৰত ছোৱালী। ভালেমান বাট। একবাচ মানুহ। হুলস্থুল। হাঁহি আনন্দ কিৰিলি। জোন ককাযে এটা বৰ সুন্দৰ ফ্ৰক আনি দিছিল বিযাত পিন্ধিবলৈ। ৰঙচটো আকাশৰ দৰেই। বুকুতে কেইপাহ মান গুণা-সূতাৰে তৰাফুল বছা ফুল। [illegible] সেই [illegible]ৰেই ৰিবন মাৰিছিলো। আটাযে কৈছিল মোক বোলে বৰ ভাল দেখাইছিল।

[illegible] যোৱা নাছিল। বৰদেউতাৰ ডাঙৰ ছোৱালী মাইৰ হাততে মোক গতাই দিছিল। শান্ত হৈ [illegible] বাইদেউৰ কাষতে বহি গৈছিলো। মাই বাইদেউ তিতাবৰলৈ বিযা হৈছে। বৰ ধনীৰ ঘৰত।

মাই বাইদেউৰে সম্পৰ্কীয লৰা মণিৰাম বৰা। তিতাবৰৰ কলেজত পঢ়ে। দেখাত শুৱনি ল'ৰা। দীঘলীযা বাট। মাজে মাজে বাচ ৰখায। বাচ ৰখালেই সি তামোল আনে, বাদাম আনে। মাই বাইদেউকে মোকে দিযে। তাৰ চকুজোৰে যেন বহুত কথা কয। তাৰ মতলব মই বুজিছিলো। অনাৱশ্যক গহীন হৈ আছিলো।

অকলে লগপাবলৈ চেলু বিচাৰিছিল মণিৰামে। মই কিন্তু মাই বাইদেউৰ লগ এৰা নাছিলো। কন্যাঘৰতো মাই বাইদেউৰ কাষতেই বহি আছিলো। টোপনি ধৰিলত মাই বাইদেউৰ কোলাতেই ঢলি পৰিছিলো।

কইনা ঘৰলৈ অনাৰ পিছত কোনে ক'ত টোপনিত ঢলি পৰিছিল খবৰ নাছিল। আমাৰ ঘৰতো বহুত মানুহ। বৰদেউতাৰ ল'ৰাৰ বিযা। আলহী বোৰে আমাৰ ঘৰতো শুইছে-খাইছে। সেইদিনা মণিৰাম আমাৰ ঘৰতে শুইছিল। বৰদেউতাৰ সৰু ল'ৰা উদ্দীপ কাইদেউৰ সতে। মা আৰু মই অতিথি বোৰৰ আউল মাৰিছিলো।

অকমাণ সময়ৰ কাৰণে মণিৰামে মোক লগ পাইছিল "তৰা, তোমাক বৰ ভাল লাগিছে। তুমি ইমান মৰম লগা। মই গৈয়ে তোমালৈ চিঠি দিমগৈ. উদ্দীপৰ ঠিকনাত.. উত্তৰ দিবা দেই।"

উদ্দীপৰ ঠিকনাত সচাঁয়ে মণিৰামে চিঠি দিছিল। মই উদ্দীপ ককাইক গালি পাৰিছিলো। মাক কৈ দিছিলো। ... ..

এদিন গাড়ী লৈ মণিৰাম তাৰ লগৰ সমনীয়াৰ সতে আমাৰ ঘৰলৈ আহিছিল ... সিহঁত ধনী মানুহ। নিজা গাড়ী আছে .. . মায়ে সেইদিনা মণিৰামক মৰমেৰে বুজাই দিছিল .. "মণিৰাম, ভালকৈ পঢ়া-শুনা কৰা ... .. এতিয়া পঢ়াৰ সময়। মিছিৰ বুলি কেতিয়াবা আমাৰ ঘৰলৈ আহিবা

তৰাৰ কাৰণে আশা নকৰিবা মই বৰ কষ্টেৰে পঢ়ুৱাইছো তৰাক তৰা পঢ়াত ভাল মেট্ৰিক পৰীক্ষাত ভাল হ'ব বুলি আশা কৰিছোঁ। তাইক মই ঢেৰ পঢ়ুৱাম। তুমি মন বেয়া নকৰিবা। তুমিও ভালকৈ পঢ়াশুনা কৰা। তোমালোক ধনী মানুহ। মাৰ-বাপেৰে আমাৰ নিচিনা ভিকহুৰ ঘৰৰ ছোৱালী নিনিযে"।

মণিৰামে লাজতে তলমুৰ কৰিছিল। ৰঙা পৰিছিল, ক'লা পৰিছিল। আৰু মই? ভিতৰতে চেপেতা লাগিছো।

মণিৰাম আৰু কোনোদিন অহা নাছিল। মায়ে মোকো গালি দিছিল "সেযেহে মই বিযা-সবাহলৈ অকলে নপঠাও তোক চকুতলগা ছোৱালী হ'লে বৰ আপদ ধনীৰ ঘৰৰ ল'ৰাই মন ফুচুলাই পিচত বাহী ফুল এৰা দি এৰিব। ল'ৰাৰ কি সঁজাত আছে।"

নিৰলে উচুপি উচুপি কান্দিলো মই। কি দোষ মোৰ। মনৰ মাজত বাৰে বাৰে প্ৰতিধ্বনি হ'ল "ল'ৰাৰ কি সজাত আছে?

নযন আমাৰ ঘৰলৈ আহিযে আছিল। তাৰ আচৰণত আছিল সৰলতা। মাযে তাক একো কোৱা নাছিল।

এদিন হীৰা দদাইৰ সৰু পুতেক হেমন্তই বৰ নামঘৰৰ ওচৰতে তাক আগুচি ধৰিলে

ঃ "তই সেইখন ঘৰলৈ সদায কিয আহ? নাজান সেইখন আমাৰ ভিন্‌দেউৰ ঘৰ।"

ঃ"মই জোন ককাইৰ ওচৰলৈহে আহোঁ। আপুনি কিয মোক মিছাকৈ গালি-গালাজ কৰিছে?"

ঃ "বৰ সাহ দেখোন ওলোটাই মাতিবলৈ। তই যে তৰাৰ কাৰণেই তালৈ যাব– আমি হ'বলা নেজানো?"

ঃ "অঁ' যাওঁ তাতে কি হ'ল?"

ঃ "কিয যাবি? কে কিবা ইফাল সিফাল কৰিলে নেলু চিঙি হামদৈ পথাৰত পেলাই থম। চিনি পোৱা নাই হেমন্ত বাপেৰক। বৰ সাহস তোৰ।

হেমন্তই তাক লপা-থপা দুটামান দিলে। তৎকালেই চুবুৰীত বিয়পি পৰিল এই খবৰ। খবৰ লোৱা মানুহো আহিল আমাৰ ঘৰলৈ। মায়ে চকু–চলচলীযা কৰি সকলোকে কথাবোৰ বুজাই দিলে। "তৰাৰ গাত একো দোষ নাই। মানুহৰ ঘৰলৈ মানুহ নাহিবই নেকি।"

লাজত এসপ্তাহ মান ঘৰৰ পৰা নোলালো মই। নয়ন নহা হ'ল। পঢ়া কিতাপত মন বহাবলৈ লৈ চকুৰ পানীৰে কিতাপ তিয়ালো। মোৰ যে কোনো দোষ নাই. চুবুৰীয়া মানুহে বুজিবনে বাৰু?

—: O :—

পদুম ককাইদেউৰ বিয়াৰ ঠিক পিচতেই কুমুদ ককাইদেউৰ বিয়া হৈছিল। মাঘ মাহৰ ২১ তাৰিখ।

কুমুদ ককাইৰ বিয়া বৰ ধুম্ ধামেৰে পাতিছিল। বহুত মানুহ মাতিছিল। আমাৰ মিতিৰ-কুটুমৰ ওপৰিও চহৰৰ ভালেমান মানুহ। ভাবি ভাবি ওৰ পোৱা নাছিলো, ইমান ডাঙৰ বিয়ানো কেনেকৈ পাতিছে। চিৰা দৈ, কোমল চাউল, গুৰ, মিঠাই আদিৰ ওপৰিও লুচি-ভাজিৰো যোগাৰ কৰিছিল। বিয়াৰ ভালেমান দিন আগৰ পৰাই থকা মানুহে ঘৰ ভৰি আছিল। দূৰ-দূৰণিৰ আত্মীয় সকল আগতীয়াকৈ আহিছিল। ঘিলাধাৰী, তিতাবৰ, বৰহোলা, ঢেকিয়াল, আদিৰ আত্মীয় সকল আগতীয়াকৈ থাকিবলৈ আহিছিল।

ৰঙা ফ্ৰক এটা পিন্ধি, দুডলীয়া বেণী গাঁঠি দৌৰি ফুৰিছিলো মই। পদুম ককাইৰ বিয়া যোৱা বেচি দিন হোৱাই নাই, আকৌ কুমুদ ককাইৰ বিয়া। ইমান মানুহ, ইমান বস্তু-বাহানি৷ আচৰিত৷ সপোন যেন লাগিছিল মোৰ। নিশা-বৰযাত্ৰীৰ লগত যাওঁতে কুমুদ ককায়ে এৰিকে দিয়া নাছিল। তাৰ কাপোৰত ধৰি লগে লগেই আছিলোঁ। দৰাৰ সাজত তাক বৰ সুন্দৰ দেখিছিল। কইনা ঘৰৰ কলৰ তলত দৰা বৰপীৰাত উঠোতেও সি মোক এৰা নাছিল। মযো বৰপীৰাত উঠিছিলো। নিশা হোমৰ গুৰিত সি বহি থাকোতেও মোক এক তিল আঁতৰ হ'বলৈ নিদিছিল। হয়তো মাযে তাক কিবা কৈছিল।

কুমুদ ককাইৰ বিয়া সুকলমে হৈ গ'ল। নতুন পাটৰ সাজ আৰু সোণৰ গহনাৰে জেউতি চৰাই হীৰা দদাইৰ জীয়েক ন-কইনা হৈ আমাৰ ঘৰলৈ আহিল। এমাহ আমাৰ ঘৰত থাকি যোৰহাটলৈ গ'লগৈ।

আকৌ নিষ্ঠুৰ বাস্তৱ। ধাৰ ধাৰ কেৱল ধাৰ। গাখীৰৰ ধাৰ। মিঠাইৰ ধাৰ। বিভিন্ন বস্তুৰ ধাৰ। ধাৰ সাধিবলৈ আহি মানুহবোৰে আমাক আমনি দিবলৈ ধৰিলে। কুমুদ ককাই নিতাল মাৰিলে। ইমান ডাঙৰ বিয়া তেনেহলে ধাৰৰ ওপৰতেই পতা হৈছিল।

আকৌ আমাৰ ঘৰৰ চালেৰে পানী পৰিবলৈ ধৰিলে। জেওৰা-জপনা জহি-খহি গ'ল। বাৰীখন গৰু-ছাগলীৰ বাঁহ হ'ল। জোন ককায়ে পান-তামোলৰ দোকান দি আৰু কিমান তৰাব৷

মুষল ধাৰে নিশা যেতিয়া বৰষুণ পৰে, আমি চাৰিওটি প্ৰাণী বিচনাত কুচি-মুচি বহি ৰওঁ। বিচনাৰ চাৰিও কাষে পানী পৰে। উজাগৰী নিশা বোৰ এনেকৈয়ে পাৰ হয়। পেটে পেটে কুমুদ ককাইৰ ওপৰতে খঙ উঠে। ইমান ডাঙৰ বিয়া পাতিবলৈ কিহে পাইছিলে তাক৷ এতিয়া খাই কাৰ্শলা ডালত উঠিল, কাঠী চেলেকাৰ মৰণ মিলিল।

জোন ককাইৰ তামোল-পানৰ দোকান খনেই একমাত্ৰ জীৱিকাৰ উপায়। সি এইবাৰ কলেজৰ শেষ পৰীক্ষা নিদিলে। টকাৰ জোৰা নমৰিল হেনো।

নিশি ককাইক কুমুদ ককায়ে লোন লৈ এখন অট'ৰিক্সা কিনি দিছে। তাৰে সি নিজৰ খৰচ জোগাৰ কৰে। আমালৈ নপঠায়। ঘৰলৈ সি নাহে। মায়ে আৰ তাৰ আগত তালৈ খবৰ পঠায়। তাক মাতি পঠায়। কেতিয়াবা সি আহে। মাক দেখা কৰি পুনৰ যায়গৈ। থাকিবলৈ ইচ্ছা

নকৰে। ঘৰৰ অভাৱৰ কথা ক'লে শুনে কিন্তু কোনো মতামত নিদিয়ে। কিয় জানো।

মাৰ পুৰণি পিত্ত ৰোগটোৱেও আমনি দিছিল। বিচনাত প্ৰায়ে কেকাই গেঠাই পৰি থাকিছিল। সৰু ককাইৰো ইটো, সিটো, বেমাৰ লাগিয়েই থাকিছিল। নিমাও মাও ঘৰখন ভূত-প্ৰেতৰ ঘৰ যেন লাগিছিল।

পঢ়াশালিৰ পঢ়া ক্ষতি কৰি মই ঘৰুৱা বনত ধৰিছিলো। পঢ়াশালিলৈ নোযোৱা কাৰণে শিক্ষয়িত্ৰী সকলে মোৰ খবৰ লবলৈ আহিছিল। লাজতে মৰি যাবৰ ইচ্ছা হৈছিল মোৰ।

নীলিমা বাইদেৱে মাক কৈছিল " আপোনালোকে তাইৰ পঢ়া খতি নকৰাব। যেনেতেনে স্কুললৈ পঠাব। তাই আমাৰ স্কুলৰ গৌৰৱ। সকলো বিষয়তে আগবঢ়া ছোৱালী তাই। তাইৰ পৰা আমি বহুত আশাই কৰো।"

মায়ে চকু পানী মচিছিল।

কেৱল প্ৰশংসাই জানো মানুহৰ পেট ভৰে! মানুহক ভোকত খাবলৈ আহাৰ লাগে। কচুৰ জালুকীযা আঞ্জা, খাৰুৱা বেঙেনাৰ জোল, ছজিনাৰ কোমল পাতৰ আঞ্জা আৰু আধাপেটি ভাত খাই শৰীৰে কিমান উদ্‌গতি কৰিব। কোনোবা দিনা কপালত তাকো নিমিলে। যি বাঢ়ন কালত ল'ৰা-ছোৱালীক পুষ্টিকৰ খাদ্যৰ প্ৰযোজন– সেই সময়ত ঘোৰ উপবাস। পঢ়িবলৈ কিতাপ হাতত ললেই আখৰবোৰ জলমল কৰিছিল। মূৰ টিং টিং কৰিছিল। কিতাপ জপাই বিচনাত পৰো। কেতিযাবা হুকহুকাই কান্দো। কোনেও নজনাকৈ। কোনেও নেদেখাকৈ।

নীৰৱ নিশা জগত যেতিযা নিদ্ৰাত আচ্ছন্ন, হঠাতে সাৰ পাই মাৰ কেকনি শুনো। গাৰ কাষতে মায়ে কেকাই থাকে। টোপনি ক'ৰবাত পলায। গধুৰ গধুৰ হুমুনিয়াহ বুকু ভাঙি ওলাই আহে। জীৱনৰ ছবি এনেকুৱাই নে? গোলাঘাট হচ্‌পিতালৰ ৰঙাপানীয়ে কেনেকৈ বেমাৰ ভাল কৰিব? গেচত্ৰিক বেমাৰত হেনো লঘোনে থাকিব নেলাগে। আগতকৈও মাৰ বেমাৰ বেছিহে হৈ আহিছে। জেংখৰিৰ দৰে শৰীৰটোৱে যেতিয়া ঘূৰি-পকি ফুৰে তেতিয়া ভাৱ হয় যেন পোতা পুখুৰীৰ ভুতুনীহে!

উপায-বুদ্ধি বিচাৰি নেপাই মাক কুমুদ ককাইৰ ওচৰলৈকে লৈ গ'লো। জানো তাৰ এখন সংসাৰ হৈছে। আগতকৈ খৰচ বাঢ়িছে। যোৰহাট হেন চহৰত ঘৰভাড়া দি, সকলো বস্তু কিনি খোৱা মানুহ চলিবলৈ কঠিন। যোৰহাট নহয় যেনিবা জুইহাটহে। তাতে বিয়াৰ ধাৰ-সোপা মৰাই নাই। হলেও তাৰ ওচৰলৈ মাক লৈ যোৱাৰ বাহিৰে আন উপায় আমাৰ নাছিল।

কুমুদ ককায়ে মাক ভাল ডাক্তৰক দেখুৱালে। ভালেমান পৰীক্ষা নিৰীক্ষা কৰালে, এক্সৰে কৰালে। শৌচ পৰীক্ষা কৰাওতে হাকোটা পেলু পালে, পিত্ত ৰোগটো আছেই! হাকোটা পেলুৱে তেজ শুহি খাই মাক বিবৰ্ণ কৰি পেলাইছে। ডাক্তৰক নেদেখুৱা হ'লে মাৰ অকালতে হাড়ত বন গজিলে হেতেন। কুমুদ ককাইৰ ওচৰলৈ ননা হ'লে কি যে হ'ল হেতেন।

মাক যোৰহাটতে থৈ ঘৰলৈ আহিলো। এমাহ মান থাকিব লাগিব বোলে। মাৰ ঘৰুৱা কাম-বোৰ মযে কৰিবলৈ ধৰিলো। পঢ়া-শালিলৈ যোৱা পাতলি গ'ল। ঘৰ-দুৱাৰ পৰিষ্কাৰ কৰা, ৰন্ধা-বঢ়া, পানী-দুনি কঢ়িওৱা আদি কামত নিমগ্ন হ'লো .. অকলশৰে নিশা বিচনাত শুই ভয়াবহ সপোন দেখো। .. মাক কাষত বিচাৰো মাৰ অবিহনে সংসাৰখন এন্ধাৰ দেখো। পাগল

হৈ যাম যেন। মা বাচিবনে বাক? টোপনি যাবলৈকো ভয়। জানোছা ভয় লগা সপোন দেখো? সপোনত মূৰ-নোহোৱা মানুহ বোৰে খেদি ফুৰে কোনোবাই যেন পুখুৰীত গতা মাৰি পেলাই দিছে মোক মূৰ নোহোৱা মানুহে টেঁটু চেপি ধৰে মোক মাত মাতিব নোৱাৰি কক্‌বকাই থাকোঁ উস্ জীৱন ইমানেই ভয়াবহ!! এই যন্ত্ৰণাৰ পৰা মুক্তি ক'ত??

—: O :—

জোন ককায়ে 'বন-বিভাগ'ৰ কেৰেণী চাকৰি এটাৰ কাৰণে ইন্টাৰভিউ দিছিল। আশাকৰা ধৰণেই সি চাকৰিটো পালে। আমাৰ মুখলৈ পানী আহিল। সুখেৰে দুবেলা-দুসাজ খাবলৈ পোৱাৰ আশাত আনন্দিত হ'লো। শুই থকা স্বপ্ন সমূহে আকৌ পাখি কোবাবলৈ ধৰিলে।

মানুহ আশাবাদী। মানুহ কিয় জীয়াই থাকে। শেষ পৰিণতি দেখোন সকলোৰে একেই . তথাপিতো জীয়াই থাকে মানুহ আশা লৈ। সপোন ৰচনা কৰে, জীৱনটো ৰঙীণ দেখে, পাহৰি যায় অৱশ্যম্ভাৱী মৰণৰ কথা।

জোন ককায়ে শিৱসাগৰত চাকৰিত যোগদান কৰিবলৈ নির্দ্দেশ পালে। সি গ'লগৈ। নৱম শ্ৰেণীলৈ প্রমোচন পালো মই। বেলি ককায়ে কলেজত নাম লিখিলে।

পঢ়াশালিৰ ছাত্ৰী একতা সভাৰ নির্ব্বাচনত হাজাৰ, হাজাৰ ভোটত জিকি সাধাৰণ সম্পাদিকা পদত নির্ব্বাচিত হ'লো মই। একান্ত অনিচ্ছা স্বত্বেও বান্ধৱী সকলৰ অনুৰোধত নির্ব্বাচনত থিয় দিছিলো। ভবা নাছিলো পৰিণতিৰ কথা।

সৰু চহৰখনৰ একমাত্ৰ ছোৱালী হাইস্কুল— দণ্ডধৰ বৰুৱা ছোৱালী হাইস্কুল। সকলো ছোৱালীয়ে তাতেই পঢ়ে।

বিপুল ভোটত জয়লাভ কৰি যিদিনা গধুলি ঘৰলৈ আহোঁ, বেলি ককায়ে মোক বৰকৈ পিটিলে।

ঃ এটাই সাধাৰণ সম্পাদক হৈ ফলালে নহয়। পঢ়াশুনা অথলে যাব। ঘৰত খাবলৈ নাই। তাই চেক্রেটৰী হৈ দেশ উদ্ধাৰ কৰিবলৈ যায়। তোক কিবা দৰমহা দিব নেকি? ... ... কাইলৈকে তই সাধাৰণ সম্পাদিকা নহওঁ বুলি কৈ দিবি মেট্ৰিক দিব লাগে ... ভাল ৰিজাল্ট কৰিব লাগে সেইবোৰ নাই ।

স্কুলখনৰ সহকাৰী প্ৰধান শিক্ষয়িত্ৰী বিমলা বড়া। আমাৰ চুবুৰীতে ঘৰ। মায়ে মোক লৈ তেওঁৰ ঘৰলৈ গ'ল। মায়ে তেওঁক অনুৰোধ কৰিলে যাতে মোক সাধাৰণ সম্পাদিকা পদৰ পৰা অব্যাহতি দিয়ে। বাইদেৱে ক'লে ঃ

"মই তাইক সম্পাদিকা পতা নাই নহয়। ছোৱালীহঁতে ভোট দিছে। তাই জিকিছে। ছোৱালীহঁতে তাইক ভালপায়। যোগ্য বুলি ভাবিছে। . .. সকলো বিষয়তে আগবঢ়া তাই। তর্ক প্রতিযোগীতা, ৰচনা প্রতিযোগীতা, কবিতা আবৃত্তি আদি সকলো বিষয়তে প্ৰথম হয় তাই। ... ... মই কেনেকৈ না কৰিম ইতিমধ্যে ভোটৰ ফল ঘোষণা আৰু বিষয় বাব লোৱা কাম হৈয়েই গ'ল। ... নতুন নির্ব্বাচন পাতিলেহে হ'ব ... সকলোৱে আপত্তি কৰিব নহয় ... ... আপুনি কিয় চিন্তা কৰিছে ... ... আমি আছোঁ নহয় ... তাইক বেয়া হ'বলৈ নিদিওঁ নহয় ... ।"

সাধাৰণ সম্পাদিকা হিচাপে বিষয়-বাব গ্ৰহণ কৰাৰ পিচতেই সদৌ অসম হাইস্কুল শিক্ষক সংস্থাৰ বাগালী জয়ন্তী উৎসৱ মহা-সমাৰোহেৰে অনুষ্ঠিত হৈছিল। আমাৰ স্কুলতে শিক্ষক শিবিৰ। বহুতোৰ দায়িত্ব কান্ধ পাতি লব লগা হ'লো মই। শিক্ষক সকলক আদৰ অভ্যৰ্থনা, খোৱা-বোৱা আদিত চকু-কাণ দিবলৈ স্বেচ্ছাসেৱক বাহিনী গঠন কৰা হৈছিল। দূৰ-দূৰণিৰ শিক্ষক সকল আহিছিল। সভা-সমিতি, বিচিত্ৰা অনুষ্ঠান আদিৰো আয়োজন কৰা হৈছিল। ছোৱালী স্বেচ্ছাসেৱক

বাহিনীৰ নেতৃত্ব মোক দিয়া হৈছিল। ল'ৰা-স্বেচ্ছাসেবক বাহিনীৰ নেতৃত্ব গ্ৰহণ কৰিছিল মোৰেই সমনীয়া মঃ জিন্না আলিয়ে।

কোমল বয়সতে জিন্না এটা প্ৰকাণ্ড পুৰুষত পৰিণত হৈছিল। ওখ-পাখ, বহল বুকু, গম্ভীৰ ক'লা উজ্বল চকু আৰু সৌন্দৰ্যৰ সকলো সম্ভাৰেৰে পুষ্ট সি এটি জাকত-জিলিকা ল'ৰা আছিল। কবিৰ কল্পনাৰ সকলো মনোৰম উপমাৰে তাক সজাব পাৰি।

এই ৰূপহ ল'ৰাটিৰ সতে কথা পাতিবলৈ, হলি-গলি কৰিবলৈ মোৰ সমনীয়া গাভৰুহঁতৰ বৰ হেপাহ। মায়া, দীপালিমা, উৎপলা, মৈথেলী, বিদিশা আদিয়ে তাৰ সমুখত লৰৰি-ঢাপলি, হাঁহি কিৰিলিয়াই তাৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সততেই চেষ্টা কৰিছিল।

সি দলৰ নেতা হিচাপে মোৰ সতে দুই এষাৰ দৰকাৰী কথা পাতিছিল। নিতান্তই দৰকাৰী কথা।

কেতিয়াবা তাৰ দুচকুত অহেতুক আগ্ৰহ দেখি মই চমকি উঠিছিলো। ৰূপহ ল'ৰাটিৰ মোৰ প্ৰতি আগ্ৰহ দেখি গৰ্ব্বও হৈছিল। সুদৰ্শন ডেকা এজনক নিজৰ কৰি পাবলৈ প্ৰত্যেক গাভৰুৰেই ইচ্ছা চাগে। জিন্নাৰ চকুৰ মণিত তিৰ্‌বিৰাই আছিল যেন মৰম-- কেৱল মৰম। সি হাঁহিলে তাৰ সমগ্ৰ মুখ মণ্ডলত হাঁহিটো বিযপি পৰে।

প্ৰেমে কেনেদৰে হৃদয় মহীয়ান কৰে অথবা প্ৰেমৰ বিফল পৰিণতিয়ে কেনেদৰে জীৱন ধ্বংস কৰে তাৰ প্ৰাথমিক জ্ঞানকণ মোৰ হৈছে। লগৰ দুই এগৰাকীৰ প্ৰণয ঘটিত কাহিনী শুনিছো। কেতিয়াবা প্ৰেমত হাবু-দুবু খাই পঢ়া-শুনাত ঘাটি পৰাও দেখিছোঁ। সেযে প্ৰেমৰ ক্ষেত্ৰত বৰ সাৱধান মই।

জিন্নাৰ কাষৰে পাজৰে ৰূপহীহঁতে নাচি-বাগি ফুৰিলেও ফুলা পদুমহেন তাৰ দুচকু সততেই নিবদ্ধ আছিল মোৰ ওপৰত। সি সচৰাচৰ মোক তাৰ কাষৰে পাজৰে থকাকে কামনা কৰিছিল। বাকী ৰূপহী সকলক সি আওকাণ কৰিছিল। সকলো বুজিও কেতিয়াবা ভাৱিছিলো -- নে ই মোৰ উপলব্ধিৰ ভুল। জিন্নাই মোক কামনা নকৰিবও পাৰে।

তাৰ যি ৰূপৰ জুই, ক'তো অকণো পোটোকা নপৰা বলীষ্ঠ শৰীৰ, আচমানৰ সকলো পবিত্ৰতা সনা দুচকু — এই সকলোবোৰ আচমানৰ পৰীৰ বাবেহে সৃষ্টি। এনেয়েনো জাক গাভৰু ছোৱালীৰ তাত চকু পৰেনে।। লঘোনীয়া শীৰ্ণ শৰীৰৰ, আপচু সাজ-সজ্জাৰে সজ্জিতা মোৰ বাবে এইশাহ ফুল নিশ্চয় ফুলা নাই। এই বিলাক কথা ভাবি মন-বেয়া কৰাৰ কোনো অৰ্থ নাই।

লগৰ সমনীয়া গাভৰুহঁতে মোক কয় "জিন্নাৰ সতে আমাক চিনাকী কৰি দেনা। আমি কথা পাতো" অকপটে সিহঁতক পৰিচয় কৰাই দিওঁ।

পৰাপক্ষত জিন্নাৰ পৰা আঁতৰে আঁতৰে থাকো মই। তাৰ দুচকুৱে মোক খেদি ফুৰে। গা-বেয়া লগাৰ অজুহাতত সদায় সোনকালে ঘৰলৈ গুচতো। নিশাৰ বিচিত্ৰানুষ্ঠানত এদিনো উপস্থিত নেথাকোঁ। মনক জানো ফাঁকি দিব পাৰি। সমনীয়া হঁতৰ মাজত জিন্নাক এৰি থৈ গৈ মনে বুজনি নেমানে। মনক সান্ত্বনা দিও " জীৱনক ৰোমান্সৰ পথাৰ বুলি নেভাবিবি তই। দুবেলা দুসাজ খাবলৈ নোপোৱা উকথা গঞাৰ পৰা ওলোৱা ছোৱালী তই। তই কেৱল পঢ়িবহে লাগিব।"

পৰম ধৈৰ্য্যশীলা মাতৃৰ মহিমাময়ী মুৰ্ত্তিয়ে সদা সতৰ্ক কৰি ৰাখিছিল মোক। ধৈৰ্য্যৰ পাঠ আয়ত্ব কৰিবলৈ উদগনি দিছিল। ৰোমান্সৰ মাজত নিজকে ডুবাই ৰাখিলে জীৱনৰ আচল

উদ্দেশ্য সিদ্ধি নহ'ব।

হেজাৰ-বিজাৰ চিন্তাই মনৰ মাজত ভিৰ কৰেহি। " হে ভগৱান, কিহৰ মাজলৈ থেলি দিলা মোক। এতিয়াচোন খোলাৰ পৰা উফৰি গৈ জুইতহে পৰিলো" দিনৰ দুই-তিনি বজাত দায়িত্ব সামৰি ঘৰলৈ ওভতো , চিন্তাৰ সাগৰত সাঁতুৰি থাকোঁ।

আজি উৎসৱৰ শেষ দিন। নেত্ৰী হিচাপে বহুত দায়িত্ব মোৰ। দায়িত্ব সমূহ শেষ কৰোতে সন্ধি যা লাগিল। আকাশত জোন, তৰা ওলাল। শিক্ষয়িত্ৰী নিলিমা বাইদেউক ক'লো।

ঃ "বাইদেউ এতিয়া মই যাওঁগৈ। মোৰ কামখিনি শেষ কৰিলো। মোৰ বোধেৰে আৰু একো বাকী নাই।"

ঃ "কিয় সন্ধিয়াৰ অনুষ্ঠান নোচোৱা? আজি আটাইতকৈ ভাল হ'ব। বাহিৰৰ নামকৰা শিল্পীও আছে?" " তুমি চোন এদিনো বিচিত্ৰানুষ্ঠান চোৱা নাই?"

ঃ "নেচাও বাইদেউ দেৰী হ'ব। মাৰ গা অসুখ। ঘৰত মোৰ ভালেমান কাম।"

ঃ "এতিয়া সাত বাজি গ'ল? ঘৰলৈ অকলে যাবানে? কাৰোবাক লৈ যোৱা . . জিন্না! এই জিন্না! তৰাক ঘৰত থৈ আহাগৈ! অকলে যাব নেলাগে! আজি-কালি দিন-কাল ভাল নহয়!"

মোৰ প্ৰচণ্ড আপত্তিও বাইদেৱে আওকাণ কৰিলে।

মানুহে বিচৰা পৰম মুহূৰ্ত্তবোৰ হয়তো এনেকৈয়ে আহে! জিন্নাক উৎফুল্লিত দেখা গ'ল। ৰঙীণ জেকেটটোৱে জিন্নাক সেইদিনা বৰ সুন্দৰ দেখাইছিল।

জাৰৰ দিন। সাত বজাই বহুত ৰাতি। বাহিৰত নিয়ৰ সৰিছিল। গৰম কাপোৰখন গায়ে-মুৰে ভালকৈ ল'লো।

ঘৰলৈ যোৱা বাটটো সি দীঘলীয়া কৰিবলৈ ইচ্ছা কৰিলে। পোনবাটে গ'লে ঘৰ পাওঁতে সময় বেচি নেলাগে। বৰপুখুৰীটোৰ পাৰেদি, টাউন হাইস্কুলৰ সমুখেৰে জিন্নাই যাবলৈ ইচ্ছা কৰিলে।

জিন্নাৰ পৰা দুহাতমান আঁতৰে আঁতৰে মই যাবলৈ ধৰিলো। বুকুত অসম্ভৱ কম্পন। যেন হঠাতে হাৰ্টৰ স্পন্দন স্তব্ধ হৈ যাব।

ক'ৰবাত কামিনী-কাঞ্চন ফুলিছিল। বতাহত সুঘ্ৰাণ ভাঁহি আহিছিল। জিন্নাই শৰীৰত কিবা দামী চেন্ট ঘঁহিছিল হ'বলা! কামিনী কাঞ্চন ফুলৰ সুঘ্ৰাণ আৰু জিন্নাৰ শৰীৰৰ সুবাস একাকাৰ হৈ গৈছিল।

অলপ অলপ শীত অনুভৱ কৰিছিলো। এছাটি শীতল বতাহে আমাক দুয়োকো ছুই গৈছিল। আমি নীৰৱে গৈ আছিলো। ক'ব পৰা কেনেকৈ কথা আৰম্ভ কৰিম ভাবি পোৱা নাছিলো। এনেদৰে নীৰৱে গৈ থাকিও বৰ ভাল লাগিছিল।

টাউন হাইস্কুলৰ সমুখৰ আমজোপাত এটা ফেঁচা পৰি আছিল। টেলেকা টেলেক চকুহাল তাৰ বৰ ভয়লগা। ফেঁচালৈ মোৰ বৰ ভয়। খন্তেক থমকি ৰ'লো মই।

ঃ " কি হ'ল আৰু'? ভয় খালা নেকি? মই আছোৱেই দেখোন। জিন্নাই কলে।" মিঠা আৰু পুৰুষ-সুলভ কণ্ঠ সেয়া।

মই কোনো উত্তৰ নিদিলো। তাৰ কণ্ঠ উপলব্ধি কৰিলো মাথোন।

ঃ "তুমি কিয় এদিনো নিশাৰ কাংচেন চোৱা নাই?" আকৌ জিন্নাই সুধিলে।

ঃ "এনেয়ে ... মানে মাৰ অসুখ।"

ঃ "কি অসুখ তোমাৰ মাৰাৰ?"

ঃ "গেচট্ৰিক। সদায় পাটিত পৰি থাকে।"

কিছু সময় আকৌ নীৰৱ। বাট-চোৱা নিজান। বৰ নিজান। কেৱল গছৰ পাতত নিয়ৰ পৰাৰ শব্দ। নীৰৱতাই পৰিবেশটো মধুৰৰ পৰা মধুৰতৰ কৰি তুলিছে।

টাউন হাইস্কুল পাৰ হৈ এখন বৰ ডাঙৰ জাৰণি। তাত দিনতে হড়ুৱে মাতে। ৰাতি হ'লে হেনো মধিনি ওলায়।

জাৰণিখনৰ কাষতে পদ্মেশ্বৰ উকীলৰ ঘৰ। মানুহৰ বসতি পাতল। অ'ত ত'ত দুই এঘৰ। মাথোন এমাহ আগতে উকীলৰ বৰজনী জীয়েকে বিহ খাই আত্মহত্যা কৰিছে। বৰ দীপলিপ পাতল আছিল। চালে চকু বৈ যোৱা। তেনে ৰূপহী সাধাৰণতে দেখা নেযায়। নাম তেওঁৰ কমলাক্ষী। বিদেশত ইঞ্জিনিয়াৰ পাছ কৰি আহিছিল। কিবা হেনো প্ৰেম-ঘটিত কাহিনী। তেওঁৰ মৃত্যুৰ পিচত অনেকেই হেনো তেওঁৰ প্ৰেতাত্মাটো জাৰণিখনৰ কাষত মেলা-চুলিৰে ঘূৰি-পকি ফুৰা দেখিছে।

জাৰণি খনৰ ওচৰ পাই গাৰ নোম শিহৰি উঠিল। জিন্নাৰ নিচেই কাষ চাপি গ'লো। জিন্নাৰ শৰীৰত মোৰ শৰীৰ ঠেকা খালে।

ঃ "তোমাৰ বৰ ভয় দেখিছোঁ। তোমালোক ছোৱালী বিলাকৰ বৰ ভয়। মই দেখোন লগে লগেই আছোঁ।"

জিন্নাই মোৰ হাতখনত ধৰি ললে।

ঃ "এতিয়া আৰু ভয় নকৰিবা দেই!"

এইবাৰ সচাকৈ ভয় পলাল। অপৰিসীম লাজে হেচি ধৰিলে মোক। জিনাৰ হাতৰ পৰা হাত খন মুকলি কৰি আঁতৰি গ'লো। শালীনতা বজাই ৰাখলৈ ধৰিলো। লাজ আৰু ভয় লুকুৱাবলৈ সৰব হৈ উঠিলো।

ঃ "পিছে জিন্না, তুমি কাংচেন চাইছানে নাই? কেনেকুৱা হৈছে? কোন কোন শিল্পী আছে?" একেলগে কেইটাও প্ৰশ্ন কৰিলো।

ঃ "মই!!" জিন্না যেন চক্‌খাই উঠিল। কিবা ভাৱ সমুদ্ৰতহে যেন উটি-ভাঁহি ফুৰিছিল। মিঠা কণ্ঠেৰে ক'লে

ঃ "আজে মাজে চাইছোঁ। পিছে ভাল লগা নাই অকণো। তুমি নাথাকা নহয়। সেইবাবে। আৰু চাই ওলি যাওঁ।"

জিন্নাৰ কথাবোৰ সৰল। হৃদয়ৰ গভীৰ তলিৰ পৰা যেন ওলাই আহিছে কথাবোৰ। শুনিলে শুনি থাকিবৰে মন যায়। মোৰ মুখত কোনো কথা নাই। মই বুজিব পাৰিছোঁ, সি মোক অকপটে ভাল পায়। ইয়াত কোনো ভাঁজ নাই। আকাশৰ সকলো জোনাক, তৰাৰ সকলো স্নিগ্ধতা আৰু কামিনী কাঞ্চনৰ শুভ্ৰতা যেন নামি আহিছে — মোক বিচাৰি।

তথাপি কণ্ঠ গাম্ভীৰ্যৰে ক'লো—

ঃ "কিয় মই নেথাকিলে কি হয়? মোৰ লগৰ উৎপলা, দীপালিমা, মৈথেলীহঁত চোন আছেই। সিহঁত ইমান সুন্দৰ। তোমাৰ জানো সিহঁতৰ কাকোৱেই ভাল নেলাগে।"

ঃ "নেলাগে। সকলোকে জানো ভাল পাব পাৰি? তুমি কিয় বুজিবলৈ যত্ন নকৰা, তৰা?"

ঃ"মোকনো তুমি কিয় ভাল পোৱা? মোৰনো আছে কি? মই চোন তোমাক ভাল নেপাওঁ।"

ঃ "মোক তুমি ভাল নোপোৱা? তেনে কাক পোৱা? যাকেই ভাল নোপোৱা মোৰ আপত্তি নাই। মই কিন্তু তোমাকেহে ভালপাওঁ। তোমাক মোৰ বহুত কথাই কবলৈ মন যায়। তোমাৰ কথা ভাবি নিশা সাৰ পাই থাকো। তোমাক পাবলৈ মাজাৰত মম জ্বলাওঁ বাৰু তৰা তুমি মোক কিয় বেয়া পোৱা??"

সেই কথাৰ উত্তৰ দিবলৈ মোৰ ভাষা নাছিল। জানো, জিন্নাৰ ভালপোৱা মোৰ হেপাহৰ ধন। তথাপিওঁ

জাৰণিখন কেতিয়া পাৰ হ'লো গমেই নেপালো। ৰাস্তাৰ লাইটৰ পোহৰে জলমলাই উঠিল। সেই জাৰৰ নিশাও জিন্নাৰ নাকৰ পাহিত বিন্দু বিন্দু ঘাম। সেইদিনা সি বিশেষ কৌশলেৰে চুলিখিনি আচুৰিছে। সি লৰাজন চৌখিন। কাপোৰ-কানি, পিন্ধাৰ ধৰণ আদিৰ পৰাই বুজা যায় সি বৰ চৌখিন।

খুব লাহে লাহে জিন্নাই কৈ গ'ল–

ঃ "জানা তৰা, তোমাক মই বহুদিন আগৰ পৰা চিনিপাওঁ। তোমাক খবৰ ৰাখো। তোমালোকৰ পদূলিৰে মোৰ বন্ধু পৰেশৰ ঘৰলৈ চাইকেল মাৰি যাওঁ। তোমাক মাৰ লগত পদূলিত বৈ থকা দেখা পাওঁ। ভাল লাগে। যিদিনা তোমাক নেদেখো বৰ বেয়া লাগে। তুমিযে যোৱা বছৰ আন্তঃস্কুল-আকস্মিক বক্তৃতা আৰু তৰ্ক প্ৰতিযোগীতাত যোগদান কৰি প্ৰথম পুৰস্কাৰ পাইছিলা, সেই কথাওঁ জানো। তোমাৰ স্কুলত লাভ কৰা কৃতিত্ব সমূহ মোৰ ভনী এলিৰ মুখে শুনিছোঁ আৰু ক'ম নেকি?"

ঃ "বাৰু হ'ব দিয়া মোৰ কথা আৰু ক'ব নেলাগে। তোমাৰ কথা কোৱা। তুমিযে ভাল লন-টেনিচ খেলা। বিভিন্ন প্ৰতিযোগীতাত "ত্ৰি-মুকুট" অৰ্জন কৰিছা?"

ঃ "অ' সেই কথা– খেলিব জানিলে কি হ'ব? মই তোমাৰ দৰে গুণী নহয়।"

ঃ "বাদ দিয়া সেইবোৰ কথা। ঠাট্টা কৰিব নেলাগে। ... ... মোৰ বহুত চিন্তা, জানা জিন্না। ঘৰৰ বিভিন্ন চিন্তাই মোক বহুবোৰ আনন্দৰ পৰা বঞ্চিত ক'ৰে। ... কেতিয়াবা ক'ম বাৰু। এতিয়া থ'ক। আমাৰ পদুলি পালোহিয়ে।"

ঃ "তৰা যোৱা দেই। আকৌ কাহানিবা লগ হ'ম। এইবাৰ কিন্তু মোৰ প্ৰশ্নৰ উত্তৰ দিবই লাগিব।"

—:O:—

প্ৰতি বিয়লি জিন্না তাৰ বন্ধু পৰেশৰ ঘৰলৈ গৈছিল। জিন্না আমাৰ পদূলিৰে পৰেশৰ ঘৰলৈ যোৱা সময়খিনি মোৰ চিনাকি হৈ পৰিছিল। অধীৰ আগ্ৰহেৰে অপেক্ষা কৰিছিলো সেই সময়লৈ । নিৰ্দিষ্ট সময়ত সজাগ আছিলো — জিন্নাক দেখা পাবলৈ।

জিন্নাক মই সদায় দেখিছিলো। কেতিয়াবা পদূলিৰ পৰা — কেতিয়াবা ঘৰৰ ভিতৰৰ পৰা। কিন্তু কথা-বতৰা পাতিবলৈ সুযোগ-সুবিধা পোৱা নাছিলো। সুযোগ-সুবিধাৰ বাবে চেষ্টাও কৰা নাছিলো। ককাই হঁতলৈ ভয় লাগিছিল।

পদূলিত বৈ থাকোতে তাৰ সতে দেখা হ'লে— জিন্নাই মিচিকিয়াই হাঁহিছিল। অথবা সুধিছিল ঃ" কি কৰিছা ? .. !" মৰম লগা সেই হাঁহিটো পলাশ ফুলৰ দৰে তেজাল ওঁঠৰ দুয়োকাষে বিয়পি পৰিছিল , মোৰ হৃদয়ত খুন্দা খাই সেই হাঁহি বিচ্ছুৰিত হৈছিল। . আৰু একোকে আশা কৰা নাছিলো মই। এই মিঠা হাঁহিৰ বাবে যেন মোৰ দিন-জোৰা অপেক্ষা! সকলো ভাগৰ, সকলো দুখ, বেঁলি নোহোৱা হৈ গ'ল মোৰ। আৰু মোৰ হৃদয়ৰ ক্ষত স্থানবোৰত যেন সানি থৈ গ'ল শীতল মলম।

কেতিযাবা মনক বুজনি দিছিলো "ভৰা, তই কেবল জিন্নাক ভাল পাবহে পাৰিবি। তাতকৈ বেচি একো আশা নকৰিবি। তাৰ আৰু তোৰ মাজত আছে ধৰ্মৰ অলংঘনীয় প্ৰাচীৰ! তই জানো পাৰিবি সেই প্ৰাচীৰ ভাঙিব? তোৰ স্বপ্ন কেবল স্বপ্ন হৈ ৰ'ব! তইযে হিন্দুৰ ঘৰত জন্মিলি? তোৰ ককাইহঁতে, তোৰ মাৰে কাহানিও সহযোগীতা নকৰে, এই কথা তই পাহৰি নেযাবি।"

আকৌ হৃদয় বিদীৰ্ণ কৰি ওলাই আহে হুমুনিয়াহ! সমাজৰ সকলো নিয়ম কানুন ভাঙি যেন চাৰখাৰ কৰিম। হৃদয়ৰ গহন তলিৰ পৰা এটি কৰুণ-গীত কপি কপি উঠি আহি সমস্ত দিন-লিপিৰ ওপৰত সানি দিয়ে বিষাদ-কালিমা। তথাপিতো দিনান্তত যেতিয়া অস্ত আকাশত হেঙুলী বেলিয়ে হাঁহে মই সাজু হওঁ জিন্নাৰ আগমনলৈ!

জানো, জিন্না মোৰ মন আকাশৰ এপাহি সৰ্গীয় সুগন্ধি ভৰা ফুল। যাৰ ৰূপ-সৌন্দৰ্য, যাৰ ঘ্ৰাণ দূৰৰ পৰাহে কেবল পান কৰিব পাৰো। শত-যোজন পাৰহৈ তাৰ নিচেই কাষলৈ গৈ সেই সুগন্ধী ফুলৰ ঘ্ৰাণ হেপাহ পলুৱাই লবলৈ মন গ'লেও— মই যেন অপাৰগ। দুভৰিত আছে যেন শিকলি। শিকলি চিঙাৰ আপ্ৰাণ চেষ্টা মোৰ দৈনিক অব্যাহত থাকে। মই যদি হিন্দুৰ ঘৰত জন্ম নললো হেতেন! মই যদি একমাত্ৰ কন্যা সন্তান নহ'লো হেতেন! ... সকলো হেতেনে বাধাৰ সৃষ্টি কৰি আহত কৰে। আহত পক্ষীৰ যন্ত্ৰণাৰে ডেউকা কোবাও ... আকাশলৈ উৰি যোৱাৰ হেপাহত।

কিন্তু প্ৰেমৰ চহকী ৰূপে অকৃপণে সজায় মোৰ হৃদয়। নিৰ্মল ভালপোৱাৰ সুগন্ধই আমোলমোল কৰে মন-বনানি। "প্ৰেম হয়তো এনেকুৱায়, আৱৰণ খুলি হৃদয় জুৰায়।" ... হৃদয় জুৰি আছে যেন জিন্না।

কেতিয়াবা বাজ পথত ভেটা-ভেটি হওঁ দুয়ো। হৃদয় দুৰু দুৰু কপে। ডিঙিত যেন কিহবাই সোপা মাৰি ধৰে। লাজত বাঙলী হৈ উঠে দুগাল। এষাৰ কথা ক'বলৈ বহুত কষ্ট হয়। বহুতো কথাই মনৰ মাজত খেলা-হেচো কৰিলেও, কথা ওলাই নাহে। আঁয় পৰি যাওঁ — নাৰ্ভাচ

হ'ওঁ। কিয় এনে হয়!! আগতেচোন এনে নাছিল!!

প্ৰকৃত কথা বুকুতে থাকে। আগ-গুৰি নোহোৱা কথাবোৰহে মুখত ওলায়। জিন্নাই মোৰ অপ্ৰস্তুত অৱস্থা বুজি পায়। সি সহজ কৰিবলৈ চেষ্টা কৰে।

ঃ "কোৱা তৰা, কিবা ক'ব খুজিছা তুমি?"

ঃ "নাই, মানে, তোমাৰ কথা কোৱা?"

ঃ "মই চোন সকলো কথাই ক'লো। আৰু বেলেগাই ক'বলৈ একো নাই। মই শুৱলাকে কবও নেজানো।"

ঃ "শুৱলাকৈ কিয় ক'ব লাগে। তুমি ল'ৰাজনেই শুৱলা চোন।"

ঃ "হয় নেকি? হাঃ হাঃ হাঃ এই প্ৰথম শুনিলো।"

ঃ "ধেৎ ইমান জোৰকৈ কিয় হাঁহিছা। মানুহে কি ভাবিব।"

ঃ "মই জানো, তুমি মোক লগ পালে ভয় কৰা। কিয়? মোক লগ পাবলৈ মন নেযায়!"

ঃ "যায়। জিন্না, খুব মন যায়। কিন্তু "

ঃ "কিন্তু আৰু কি? কোৱা, ব'লা যে। জানা তৰা মোৰ বন্ধু পৰেশে, মেৰিজাক ভাল পায়, সিহঁতৰ বিয়াও হ'ব। সিহঁতেতো ভয় নকৰে! এডোখৰ ঠাই তুমিয়ে নিৰ্ব্বাচন কৰা, য'ত আমি লগ হ'ব পাৰো। "

ঃ "নেলাগে দিয়া। এনেকৈয়ে ভাল। তুমি ভালকৈ পঢ়া-শুনা কৰা . ।"

ঃ "তোমাৰ কথা ভাবি মই পঢ়া-শুনা ক্ষতি কৰা নাই। তুমি চিন্তা কৰিব নেলাগে।"

ঃ "যাওঁ দিয়া, ককাইহঁত ওলাবহি পাৰে।"

বুকুৰ মাজত লুকাই ৰখা আমাৰ এই সম্পৰ্ক সমনীয়া হঁতে জানি পেলালে। সিহঁতে কাহিনী ৰচনা কৰিলে। সিহঁতে সুখি সুখি অতিষ্ঠ কৰিলে মোক আমাৰ মাজৰ সম্পৰ্কৰ কথা। অথচ এই সম্পৰ্ক দৰাচলতে গভীৰৰ পৰা গভীৰতলৈ বোৱাৰ পথতেই আছিল। মোৰ সক্ৰিয় সহযোগীতা নোহোৱা বাবে ই চালুকীয়া হৈয়ে আছিল। কিন্তু কাহিনী ৰচনাত পাকৈত সমনীয়া হঁতে ৰোমাঞ্চকৰ কাহিনী ৰচনা কৰিলে। লাজতে ম্ৰিয়মান হৈ পৰিলো।

বন জুইৰ দৰে বিয়পিল খবৰ। পাখি লগা কাউৰ দৰে উৰিল খবৰ। ... দুখনি হিয়াৰ মিলনৰ কাহিনীয়ে ৰূপ সলালে — ৰঙ সলালে।

তেনেকুৱা এটা দিনতেই জিন্নাই মোলৈ খবৰ পঠালে ঃ মোক হেনো নিতান্তই লগ পাব লাগে। বিয়লি ধনশিৰি দলঙৰ কাষত সি বৈ থাকিব।

এই খবৰ কঢ়িয়াই আনিলে বান্ধৱী চুবেয়াই। চুবেয়াৰ নানীয়েকৰ ঘৰ সেই কালেই।

কৃষ্ণ-চূড়াৰ ডালত তেজ-ৰঙা ফুল ফুলাৰ বতৰ। কমোৱা তুলাৰ দৰে মন উৰাৰ বতৰ। তাতে জিন্নাৰ নিমন্ত্ৰণ। নেওচিব পাৰি জানো!! আবেগৰ আগলি বাত লিহিৰি লিহিৰি কপিলে মন।

বহুত প্ৰবন্ধ কৰি ভয় আৰু লাজ কাটি কৰি থলো। গহকত বতৰ ভাঙি ধনশিৰিৰ দলঙলৈ গ'লো। মনত হাজাৰ প্ৰশ্ন। জিন্নাই কি ক'ব!

তলত সুবিশাল খৰস্ৰোতা ধনশিৰি। ধনশিৰিৰ টৌত বিয়লিৰ হেঙুলীয়া কিৰণ। থেওধৰি নাচি নাচি ধনশিৰি বৈ গৈছে। যেন অনামী ৰজাৰ ৰাজকন্যা। চুলিমেলি নাচি নাচি মছগুল হৈছে। প্ৰেমিকৰ বাঁহীৰ সুৰ শুনি উদ্‌বাউল হৈ বিচাৰি ফুৰিছে — প্ৰেমিকৰ পৰশ।

দলঙত জিন্না আৰু মই। মূৰৰ ওপৰত উন্মুক্ত নীল আকাশ। নীল আকাশৰ বুকুৰেদি উৰি গৈছে নীড় মুখী বগলীৰ জাক।

প্ৰথমে কথা আৰম্ভ কৰিলে জিন্নাই।

ঃ"তৰা, আমাৰ কথাবোৰ জানি পেলাইছে সকলোৱে।"

মই নীৰৱ। নীৰৱ পৰিৱেশ। ধনশিৰিৰ চেঁচা বতাহে মোৰ কৰ্বীয়া ভয়লৰ গোলাপী ফ্ৰকটো উৰাই নিছে। আঠুদুটা ঢাকিবলৈ চেষ্টা কৰিছোঁ।

ঃ "তৰা, তোমাৰ জোন দাদা পৰহি আমাৰ ঘৰলৈ গৈছিল।"

বুকুখন মোৰ ধক্ কৰি উঠিল আশঙ্কাত।'

ঃ "জোন ককাই তোমাৰ ঘৰলৈ গৈছিল? কিয়, কিহৰ বাবে?"

ঃ "সেই বোৰ অনেক কথা তৰা। কম, সকলো কম মই। তাকে কবলৈ তোমাক মতাই আনিছোঁ।"

জিন্নাই যেন কান্দিছে। মই যেন শুনিছো। দুয়োখন কাণ উৎকৰ্ণ হৈ ৰ'ল মোৰ। জিন্নাই কি ক'ব? কি ক'ব জিন্নাই! ধনশিৰিৰ নাচনী পানীও থমকি ৰ'ল কিছু সময়।

ঃ "জানা তৰা, তোমাৰ জোন ককাযে কৈছে "এতিয়া পঢ়াৰ সময়। মনদি পঢ়াশুনা কৰা। আমাৰ একেজনী মাথোন ভনী। তাইৰ ওপৰত আমাৰ অনেক আশা। তুমি তাইক পাবলৈ আশা নকৰিবা। আশা কৰিছিলা যদিও এৰি পেলোৱা। কাৰণ জানাই তোমালোক দুয়োৰে মাজত বাধা হৈ ৰ'ব ধৰ্ম-সমাজ। . আমি বৰ নিচলা মানুহ সমাজক বাদ দি থাকিব আমি নোৱাৰো তুমি বুজন ল'ৰা। আজিৰ পৰা যাতে মই তোমালোকৰ বিষয়ে একো শুনা নেপাওঁ আজি মই তোমাক মৰমেৰে ক'লো জিন্না ইয়াৰ পিচত মই মৰমেৰে একো নকওঁ . বেলেগ ব্যৱস্থা গ্ৰহণ কৰিম। তুমি তাইক বুজাবা।"

ঃ "তুমি কি ক'লা জিন্না!"

ঃ "হায়— কাজিয়া মোৰ স্বভাৱ বিৰুদ্ধ! সকলোৱে লগত মই সহজ-সম্পৰ্কই বাঞ্চা কৰো। মোৰ শৰীৰত শক্তি আছে সাহসো আছে . .. কিন্তু বল-প্ৰয়োগ কৰি বিচৰা বস্তুটো ল'বলৈ লালায়িত নহওঁ . .. তদুপৰি জোন ককাইদেউৰ কথাবোৰ মোৰ মনত বৰকৈ লাগিছে . থকা সৰকা মনমোৰ — সেয়ে তোমাক লগ পাবলৈ লৰৰি আহিছোঁ? কোৱা তৰা পাৰিবা জানো এই বাধা অতিক্ৰম কৰিব?? ... ... মইযে তোমাক হেৰুৱাব নোখোজো তৰা!"

জিন্না অকণমান ৰ'ল। যেন কিবা ভাবিলে।

ঃ "তুমি এটি উজ্বল প্ৰতিভা তৰা। ইয়াৰ ধ্বংস মই নিবিচাৰো, .. মই আঁতৰি যাম .. আঁতৰি থাকিলেও চিৰদিন তোমাৰেই হৈ থাকিম .. মই আঁতৰি থাকিলে সকলোৱে যদি শান্তি হয় সেয়ে হওঁক। .. . ভাগ্য বিশ্বাস কৰানে তুমি? .. . খোদাৰ যদি ইচ্ছা হয় মই তোমাক পামেই। ... .. "

জিন্নাৰ মাতটো কাণ্দোনত ভাণ্ডি পৰা। সেই ভঙা মাতটো মোৰ কলিজাত ঠেকা খাই চূৰ্ণ-বিচূৰ্ণ কৰি পেলাইছে-মোৰ বুকুৰ পাঁজৰ।

অবাক বিস্ময়েৰে মৌন হৈ ৰ'লো। শোকৰ হেঁচাত মোৰ ডিঙিৰ মাত ডিঙিতে স্তব্ধ হৈ ৰ'ল।

ঃ "তুমি একো নোকোৱা অৱা। তোমাৰ ক'ব লগা একো নাই?"

একো নোকোৱাকৈয়ে জিন্নাৰ কাষৰ পৰা আঁতৰি আহিলো। বুকুত বৈ আনিলো একুৰা জ্বলা জুই।

সেই নিশা একো নোখোৱাকৈয়ে বিচনাত পৰিলো। গাৰুত মুখ-গুজি কান্দিলো কেবল। এনে পৰিণতিলৈকে মই যেন সাজু আছিলো। তথাপিও বিতৃষ্ণা উপজিল পৃথিৱীখনৰ প্ৰতি। কোনে সাজিলে সমাজৰ নিয়ম! অহেতুক এই নিয়মৰ বান্ধোন। ঈশ্বৰে হেনো পৃথিৱী, সুন্দৰ প্ৰকৃতি, মানুহ সৃজন কৰিছে। তেঁৱে বান্ধি দিছে নেকি এই নিয়ম? আৰু জাত-পাত বোৰ? হিন্দুৰ মাজতে কিমান জাত। কলিতা, কোঁচ, আহোম, চুটীয়া, বামুণ! আৰু মুছলমানৰ? ডাবন, গৰীয়া, মৰীয়া কিমান যে জাত। অথচ মানুহৰ জীৱনৰ আশা-আকাংখ্যা একেই। জীয়াই থকাৰ হেপাহ সকলোৰে একে। শেষ পৰিণতিও চোন একে। মৰিলে জানো লৈ যায লগত উচ্চ জাত, ধন, সম্পদ, ঘৰ-বাৰী আদি। তেতিয়া মূল্যহীন হৈ পৰি ৰয় সিবোৰ!!

তথাপিও মই জিন্নাক কিবা ক'ব লাগিছিল! কিয় একোকে নকলো মই! কাকো ক"ব নোৱাৰিলো মনৰ কথা। অসম্ভৱ জেদ উপজিছিল মনৰ মাজত অভিমান কৰিছিলো জিন্নাই যদি মোৰ পৰা আঁতৰি থাকিব পাৰে মই নোৱাৰিম কিয়??

জোন ককায়ে বিহুৰ ছুটি লৈ ঘৰলৈ আহিছিল। লগত আনিছিল উপহাৰৰ টোপোলা। মাৰ কাৰণে মেখেলা চাদৰ, বেলি ককাইলৈ চোলা, মোলৈ আঠুলৈকে পৰা চিক্‌মিক কৰা গাঁজি চিল্কৰ ফ্ৰক! অথচ কোনে জানো জোন ককাইক মোৰ কথাবোৰ লগাই দিলে। শতুক শালিলে কোনে??

জোন ককায়ে মোক একো নুসুধিলে। সোধা হলেই ভাল আছিল যেন। বুকুৰ ভিতৰখন পাতল লাগিল হেতেন।

অযথা পাঠ্য-পুথিৰ মাজত সোমাই পৰিবলৈ চেষ্টা কৰিলো। কোনেও নজনাকৈ, কোনেও নেদেখাকৈ কান্দিলো মই। কিতাপৰ পৃষ্ঠাত মন নবহে মোৰ।

বাহিৰত কেৱে নেজানিলে মনৰ গোপন কথা। কৌশলেৰে ঢাকি ৰাখিলো, হৃদয়ৰ জুই। জুইৰ লেলিহান শিখা। পকা-সোণৰ দৰে মোৰ শৰীৰৰ বৰণ লাহে লাহে মলিন হৈ পৰিল। ভোক-নোহোৱা হ'ল।

মায়ে যেন বুজিছিল মোৰ বেদনা।

ঃ "তোৰ কিবা এটা হৈছে। কি হৈছে ক।"

মাক কেনেকৈ ক'ম মই!! জিন্নাক একোকে ক'ব নোৱাৰি দেই পুৰি থাকিলো মই। জিন্নাই দেখোন মোলৈ লিখিব পাৰিলে হেতেন!!

—:O:—

চাকৰি পোৱাৰ পিছত এবছৰ মানলৈ জোন ককায়ে নিয়মিত টকা সিকা পঠাইছিল। ঘৰৰ অভাৱ-অভিযোগ সমূহ কমি আহিছিল। ঘৰটোও মেৰামতি কৰা হৈছিল।

কিন্তু আকৌ ক'ৰবাত কেণা লাগিল। জোন ককায়ে ঘৰলৈ টকা সিকা পঠাবলৈ হেলা কৰা হ'ল। তাৰ পৰা চিঠি-পত্ৰও নহা হ'ল। জোন ককায়ে চাকৰিত সোমোৱাৰে পৰা কুমুদ ককায়েও পা-পইচা নপঠোৱা হ'ল।

তাৰ সংসাৰ বহল হৈছে। ছোৱালী দুজনী হৈছে। যোৰহাটতে মাটি অকণ কিনি ঘৰ এটাও বান্ধিছে।

জোন ককাইৰ চিন্তাত মায়ে আকৌ শেতেলীত পৰি থকা হ'ল। মাজে মাজে কজলা পানী বমি কৰে। বাৰী খনত বিচাৰি, খোচাৰি মাণিমুনি, মাটি কাদুৰী, দোৰোন শাক আনো। তাকে তৰকাৰী কৰি মাক দিও। তথাপি পেটৰ কামোৰণি নুগুছে।

সেই বছৰ প্ৰবেশিকা পৰীক্ষা দিবলৈ সাজু হৈছোঁ। মনৰ ভিতৰত বেদনাৰ বা-মাৰলি। ঘৰত অশান্তি।

অহকাণে-পহকাণে শুনিলো-জোন ককায়ে হেনো মদ খাবলৈ লৈছে। কিছুমান মদাহী মানুহৰ সঙ্গ লৈছে। মায়ে বেলি ককাইক জোন ককাইৰ ওচৰলৈ পঠালে। সকলো খবৰ বাতৰি যাতে সংগ্ৰহ কৰি আনিব পাৰে। জহৰ বন্ধৰ বাবে সৰু ককাইৰ যাবলৈ সুবিধা হ'ল।

বিজন বৰঠাকুৰৰ অসুখ টান কৰিছিল। বাৰ্দ্ধক্য জনিত অসুখ। পৃথিবীৰ পৰা বিদায় লোৱাৰ সময় হৈছে। দুপৰ নিশা সাৰ পালে নিয়তী চৰাইৰ নিউ-নিউ মাত শুনো। কুচি মুচি মাৰ বুকুত সোমাওঁ।

এসপ্তাহ পৰি থাকি শুকুৰ বাৰৰ নিশা মানুহ জন মৰিল। মানুহ মৰিলে বৰ ভয় লাগে। কিজানি আত্মাটো আহে।

বৰঠাকুৰৰ 'শ' গায়নে-বায়নে শোভা-যাত্ৰা কৰি শ্মশানলৈ নিছে। সেই নিশা আমি চকু নুজুৰিলো। ওচৰঘৰীয়াৰ ঘৰত অথন্তৰ। মায়ে ময়ে নিশা ভালেমান পৰলৈকে বৰঠাকুৰৰ ঘৰতে থাকিলো। দুদিন মানলৈ মই মাৰ পাছ এৰা নাছিলো। যেন মাৰ কাষৰ পৰা আঁতৰিলেই আত্মাটো আহি ধৰিবহি। মাক অকণো আঁৰ হ'বলৈ নিদিম যেন।

বৰঠাকুৰৰ শৰাধ বৰ ধুম-ধামেৰে পাতিছিল। চহৰৰ নামী চহকী মানুহ। মৎস্য-স্পৰ্শৰ দিনা এখনি অংকীয়া ভাওনাৰো আয়োজন কৰিছিল। এসপ্তাহমান ঠাই ডোখৰ উৎসৱৰ হুলস্থুলেৰে পূৰ্ণ হৈ আছিল। ভাল ভাল মিঠাই, লুচি-ভাজি, পোলাও, বিভিন্ন জলপান আদি সকামৰ দিনা খুৱাইছিল। মুঠতে লেখ দিব নোৱাৰি।

ভোজলৈ নগৰৰ সকলো মানুহকে মাতিছে। এঘৰ মানুহো বাদ পৰা নাই। বৰ ডাঙৰ ভোজ। সকলোৱে খাই উগাৰি গৈছে। ভবহে ভবহে সুস্বাদু ব্যঞ্জন বান্ধিছে। মাছ, মাংস আদিৰ উভেনদী। এসাজ সোৱাদ লগাই খাবলৈ পাই সকলোৱে তৃপ্তি পাইছে।

ভোজ খাই আহি মায়ে ক'লে ঃ ভন্তী, মই হাগিবলৈ যাওঁ ; পেটটো বৰকৈ বিষাইছে।

তেতিয়া সন্ধ্যা লাগিছিল। ঘৰত মা আৰু মই। পায়খানা ঘৰটো মূল ঘৰৰ পৰা ভালেমান দূৰত। জয়াল তেতেলী জোপাৰ তলত। ঘৰত অকলে থাকিবলৈ প্ৰচণ্ড ভয় মোৰ। মা পায়খানা ঘৰত সোমাল। ভয়ে ভীতে পায়খানাৰ দুৱাৰ মুখতে বৈ আছো। কেঁচা পায়খানা। গুৱৰ গোন্ধে ঠাই-ডোখৰ মল-মলাই আছে।

বৰ তেতেলী জোপাৰ বয়স ভালেমান হৈছে। জয়াল ঠাই। দিন-দুপৰত তাৰ তললৈ গ'লে গা-গম্ গমাই যায। বহু কাহিনী শুনা যায় তেতেলী জোপাক লৈ। পাত-পত্ৰ, ঠাল-ঠেঙুলী মেলি সি ভালেখিনি ঠাই আগুৰি আছে। প্ৰকাণ্ড প্ৰকাণ্ড শগুনবোৰ, ভোকোন্দা মুখী কেঁচা সোণাৰ বাঁহ তাতেই। নিজান দুপৰীয়া আৰু নিশা এনে এটা ভয়াল পৰিবেশৰ সৃষ্টি হয় যে সাহসী মানুহবো পিলাই চমকি যাব।

খামিডাঠ মানুহ ৰথেশ্বৰে এবাৰ তেতেলী জোপাৰ ডাল কিছুমান কাটি পেলাবলৈ গাত ললে। তেতেলীৰ ডাল দলি থাকোতেই হেনো তাৰ গা বেয়া লাগি আহিল। সেইয়া দেউতা-জীবিত থকা দিনৰে কথা। নিশালৈ তাৰ তীৰকপে জ্বৰ উঠিল। প্ৰলাপ বকিবলৈ ধৰিলে। তেতেলী গছৰ দেৱতাই হেনো তাক সপোন দেখুৱালে "সি কিবা দোষ লগাইছে"। পুৱা গছৰ দেৱতাক পূজা দিলতহে সি নমৰি বাচিল। সি দেউতাক ক'লে, ঃ "ইয়াৰ ডাল কাটিবৰ সাহ্‌স নাই দেদাই , কিবা বোলেনে দেও লগা গছ , মই হেন প্ৰতাপী মানুহ টোকে কেনেকৈ মহতীয়াই পেলালে।"

সেইদিন ধৰি কোনেও গছৰ ডাল কাটিবৰ সাহ কৰা নাই।

তেতেলী জোপাৰ কাষতে আছে এখত বৃহৎ পিতনি। প্ৰায় দেৰ বিঘা মাটি জোৰা এই পিতনি। পানী-মেতেকাৰে ভৰি থকা পিতনি খনত ডাউক পখীৰ বাঁহ। গধুলি ইহঁতে সমস্বৰে গীত গায়। পিতনি খনে পৰিবেশটো আৰু জয়াল কৰি তুলিছে।

এবাৰ হেনো আমাৰ চুবুৰীৰ আনিছ চাচাৰ পুতেক ৰহিমে চেকেণ্ড শ্বো চিনেমা চাই ঘৰলৈ ঘুৰিছে। পিতনি খনৰ পৰা উঠি আহিল এজনী দিপ্‌লিপ গাভৰু। যাৰ ৰূপৰ জুয়ে পুৰি খাব পাৰে মানুহ। নিজম নিশা। ওচৰত দ্বিতীয় এটি জন-প্ৰাণীও নাই। ৰূপহীয়ে ৰহিমলৈ চাই এটি মনভুলোৱা হাঁহি মাৰিলে। ৰহিমে খোজ দিবলৈ পাহৰি গ'ল। তাৰ পিছত তেতেলীৰ তলত ৰূপহীয়ে অদ্ভুত এক নৃত্য আৰম্ভ কৰিলে। এটা বিকট চিএৰ মাৰি ৰহিম পৰি গ'ল। মুখেৰে ফেন বাহিৰ হ'ল। তাৰ চিএৰ শুনি ওচৰৰ মানুহ দৌৰি আহিল। তেতিয়া তেতেলী তলৰ আশে পাশে মানুহৰ ঘৰ নাছিল । দূৰে দূৰে সেৰেঙা বসতি। কিন্তু নিশাৰ শব্দ বহু দূৰলৈকে চিতিকি যায়। হাতে হাতে পোহৰ লৈ মানুহ আহিল। ৰহিমক শুশ্ৰূষা কৰিলে। পুৱালৈ তাৰ জ্ঞান আহিল। কিন্তু মগজুৰ বিকৃতি ঘটিল। ৰহিম আজিও জীয়াই আছে। কিন্তু সি পাগল।

চুখু আৰু পুতেক দুখুৱে তেতেলী গছৰ দেৱতালৈ এভাগ পূজা আগবঢ়াই তাৰ কাষতে এডোখৰ পজা সাজিলে। খেৰ-বাঁহৰ ঘৰ। হাজিৰা কৰি খোৱা মানুহ। দিন-হাজিৰা কৰে আৰু নিশা আহি খাই বৈ শুই থাকে। মাজে মাজে শনিবাৰে, মঙ্গলবাৰে গছৰ দেৱতাক পূজা এভাগ দিয়ে। সিহঁতৰ দিনবোৰ ভালেকেই গৈছিল।

এদিন নিশা দুখু ঘৰলৈ অহা দেৰী হৈছিল। চুখুৱে খাই বৈ শুলে। নিশা দুপৰ হৈছিল। দুখু আহি তেতেলীৰ তল পাওঁতেই গছৰ ওপৰৰ পৰা এটা পাছি খহি পৰিল। চকুখাই দুখুৱে চালে কি বস্তু এইটো।। হঠাৎ পাচিটোৰ ঠাইত এজনী শুৱনি গাভৰু হৈ পৰিল। নৃত্যৰ ভঙ্গীমাৰে

দুখুক আকোলা মাৰি ধৰিব খুজিলে। দুখুৰে প্ৰাণ কাতৰ চিএৰ মাৰি পৰি গ'ল। গাঁত কপনি উঠিবলৈ ধৰিলে। মুখেৰে যেন বাহিৰ হ'ল। দুখুৰ চিএৰত চুখুৰে সাৰ পাই বাহিৰলৈ আহি একমাত্ৰ পুতেকৰ এই অৱস্থা দেখি মৰ্মাহত হ'ল। দুখু অজ্ঞান হৈ পৰিছে। দাঁত লাগি ধৰিছে। বিৰ বিৰ্ কৈ কিবা বকি আছে। ৰাতিয়ে চুখুৰে বঙালী বেজ আনিলে। বেজে বিহলঙনীৰে কোবাই দুখুৰ পিঠিৰ চাল দবাদৰ কৰিলে। পুৱালৈ দুখুৰ জ্ঞান আহিল। কঁপি কঁপি জ্বৰ উঠিবলৈ ধৰিলে। প্ৰলাপ বকিবলৈ ধৰিলে। তাৰ লগতে-শৌচ আৰু বমি।

চুখুৰে হিয়া-মুৰ ধুনি কান্দিবলৈ ধৰিলে। ওচৰৰ মানুহে ঘৰ ভৰি গ'ল। গছৰ দেৱতাক পূজাও দিলে। কোনো ফল নধৰিল। চুখুৰ ঘৈণীয়েকে দুখুক পানী-কেচুৰা অৱস্থাতে এৰি থৈ গ'ল। চুখুৰে কটনা-কাটি তাক ডাঙৰ কৰিলে। তাৰ মুখলৈ চাই আৰু এজনী অনাৰ কথা নেভাবিলে। দুখু এতিয়া চফল ডেকা হ'ল। দুখুৰেও তাক এৰি যাব নেকি?

চুখুৰ হাজাৰ প্ৰাৰ্থনা, আকুতি, বিননি অথলে গ'ল। মৃত্যুৰ হিম শীতল স্পৰ্শই দুখুক আকোৱালি ললে। চুখু তেতেলী তলৰ ঘৰ এৰি কেনিবা গ'লগৈ।

মা পায়খানাৰ পৰা ওলোৱাই নাই। প্ৰায় দেৰঘণ্টা হৈ গ'ল। মাক আজি কিহে পালে। সন্ধিয়া শেষ হৈ নিশাৰ আগমন হৈছে। দুজনী ফেঁচাই সমস্বৰে চিএৰি আছে। নিউ—নিউ নি—ই উ —। মোৰ শৰীৰটো ক্ৰমান্বয়ে চেচা হ'বলৈ ধৰিছে। বুকুৰ ধপ্‌ধপনি বাঢি গৈছে।

ঃ এই মা মা . নোলাব কিয়? মোৰ বৰ ভয় লাগিছে।

ঃ বহ এইজনী শৌচ নোলায় খিলা মাৰি ধৰিছে .. পেটটো কামোৰ মাৰি ধৰিছে যেন পৃথিবীখনহে প্ৰসৱ হ'ব।

.. . সময় পাৰ হ'বলৈ ধৰিলে। ধৈৰ্য্য টুটি আহিছে মোৰ। মা পায়খানাৰ পৰা নোলায়।

ঃ ব'ল মা। ঘৰলৈ ব'ল। চোতালতে হাগিবি। মই কোবেৰে পেলাই দিম। মোৰ ভয় লাগিছে। ইয়াত নোৱাৰি থাকিব। দেখা নাই কেনেকৈ ফেচাই চিএৰি আছে। লোহা জুইত দিলেহে যদি সিহঁত নিমাত হয়।

ঃ এইজনীৰ লগত নোৱাৰি আৰু! কতা মৰতী! ব'ল ব'ল। হাগোতেও সুখ নাই মোক ধৰ। মোৰ বৰকৈ পেট বিষাইছে। মুৰটোও আচৰাই কৰি আনিছে। মোৰ এইটো চেলুহে ললে হ'বলা। মৰিমেই হ'বলা আজি। বল দিওঁতে বল দিওঁতেদুৰ্বল হৈ পৰিছোঁ।

ঃ "মা, তই তেনেকৈ নকৰিচোন। চাচোন ঘৰত কোনো নাই। তই নমৰ। মৰিব নোৱাৰ।"

মাক ধৰি ধৰি আনি কোনো ৰকম চোতাল পোৱালো। চোতালতে মাই হাগিবলৈ বল দি আছে। যেন গৰ্ভৱতী তিৰোতাই হে সন্তান প্ৰসৱ কৰিব খুজিছে। ময়ো ওচৰতে বহি আছোঁ। ফেঁচা কেইজনীয়েও চিএৰি আছে। ৰাতি যেতেকে গহীন হৈছে তেতেকে সিহঁতৰ মাতত তেজ হৈছে।

মায়ে কেঁকাবলৈ ধৰিছে।

ঃ "মোৰ মুৰত অকণ পানী দে অ' আই। মুৰটো আচৰাই কৰিছে অ' মোৰ গোসানী জনী। মই মৰিম অ' এতিয়া! মই মৰিলে মোৰ সোণক কোনে চাব। ... ... মোৰ চকুৰ মণিটো

চকুৰ আঁৰ নোহোৱাকৈ ৰাখিছোঁ মই। মোৰ অবিহনে তাইৰ কিনো বিলাই হ'ব।"

ঃ "তই মনে মনে থাক মা। হাগিব নেলাগে। ব'ল ঘৰৰ ভিতৰলৈ ব'ল। শুই থাকিবি বিচনাত।"

ঃ "নাই অ' শৌচ কৰিব লাগিছে, নোলায় শৌচ ওলালেই তত পাম মুৰটো ভম কৰি আনিছে অ' আই মোৰ।"

প্ৰচণ্ড ভয় বুকুত লৈ ঘৰ সোমালো। আন্ধাৰত খেপিয়াই তেলৰ বটলটো আনিলো। পানী-তেল মিহলি কৰি মূৰত থপিয়াই দিলো।

ঃ "তই অকণ অকলে থাকচোন মা। মই ডাক্তৰ বিচাৰি যাওঁ।"

ঃ "পাৰ যদি যা — মই মৰিমেহে হ'বলা।"

দৌৰি দৌৰি দুৰৰা ডাক্তৰৰ ঘৰ পালোগৈ। ডাক্তৰ ঘৰত নাই। কেনিবা ৰোগী চাবলৈ গ'ল। শোকে খুন্দা মাৰি ধৰিছে মোক। কিন্তু কান্দিবৰ সময় ক'ত? ডাক্তৰ-পত্নীৰ আগত মাৰ অৱস্থাৰ কথা জনালো। ডাক্তৰ আহিলে যাতে অকল অকল পঠায় দিয়ে তাৰ বাবে সবিনয়ে অনুৰোধ কৰিলো।

ঘৰলৈ অহাৰ পথত চুবুৰীৰ বৰুৱা বৰদেউতা হঁতৰ ঘৰত সোমালো। বীমেন ককাইদেউক কৈ আহিলো "মাৰ অসুখ টান কৰিছে। পাৰিলে এজন ডাক্তৰ আনক।"

বীমেন ককাইদেউ নিশি ককাইৰ সমনীয়া। নিশি ককাই ঘৰত থাকিলে বীমেন ককাইদেউ সঘনাই আমাৰ ঘৰলৈ আহে। নিশি ককাই যোৰহাটলৈ যোৱাৰ পৰাহে আহ যাহ পাতলিছে। বীমেনকায়ে মোক কোলাই বোকাই লৈ ডাঙৰ কৰিছে।

বৰদলৈ খুড়ীদেউ হঁতৰ ঘৰত কোনো মানুহ নাই। তেওঁলোক থকা হ'লে চিন্তাই নাছিল। তেওঁলোক মৰঙীত বিয়া খাবলৈ ঘৰে-ঘৰোৱাহে গৈছে। আজি উভতি অহাৰ আশা নাই।

ঘৰ আহি পাওঁ মানে মা মূৰ্চ্ছা গৈছে। মই কিংকৰ্ত্তব্য বিমূঢ় হৈ পৰিলো। তুলি ভিতৰলৈ আনিবলৈকো মোৰ শকতি নাই। হাত-ভৰি চেঁচা। মুখেৰে লেলাৱতী ওলাবলৈ ধৰিছে। বুকুত হাত দি চালো। হৃদয়ৰ স্পন্দন আছে। মেখেলা খন দাঙি চালো, শৌচদ্বাৰত শৌচ লাগি আছে। হাতেৰে টানি চালো। নাহিল। মই কান্দিবলৈ ধৰিলো। মই এতিয়া কলৈ যাম? কাক মাতিম! হতাশাত ভগৱানৰ নাম স্মৰণ কৰিবলৈ ধৰিলো।

ভগৱান আছেনে বাৰু? আছে যদি দুখীয়াক কিয় ইমান দুখ দিয়ে। যাক দিয়ে জীৱনৰ পাত্ৰ ওপচাই দিয়ে। যাক নিদিয়ে তাৰ পাত্ৰ শূণ্য কিয়?? ভগৱান ইমান স্বাৰ্থপৰ কিয়?? মোৰ দৰে নিষ্কলুষ গাভৰু এজনীৰ প্ৰাৰ্থনা তেওঁ নুশুনে কিয়??

ঈশ্বৰ যদি আছে কৰবাত
কৰুণাময় যদি তেওঁৰ নাম
তাপিত জনৰ শত চিঞৰে
ন্যালায়নে বাৰু তেওঁৰ মন?

বীমেন ককাইদেউৱে ভাৰ্গৱ বৰুৱা নামৰ ডাক্তৰ লগত লৈ পালেহি। দুৰৰা ডাক্তৰো আহি পালে। মনত আশাৰ সঞ্চাৰ হ'ল।

তেওঁলোকে লগ-লাগি মাক ভিতৰলৈ দাঙি আনি শুৱাই দিলে। গাত গৰম কাপোৰ দিলে। কিবা ইনজেকচন দিলে। .. .. কিছু সময়ৰ পিছত মাৰ জ্ঞান আহিল। ডাক্তৰ দুজন বহিয়েই আছে। তেওঁলোক যেন দুজন দেৱদূত। সৰগৰ পৰা নামি আহিছে। সচাঁকৈয়ে দুয়োজন দেখাই-শুনাই, ব্যৱহাৰ আদিৰে দেৱদূতৰ দৰেই।

মাই পানী খাবলৈ বিচাৰিলে। পানীৰ লগত গুলি এবিধ ঔষধ খুৱাই দিয়া হ'ল।

ঔষধৰ গুণতেই হবলা মাৰ ধৰ্‌ধৰাই হাগিব লাগিল। পেলনীয়া পাত্ৰ এটি পাৰি দিলো। মাই শৌচ কৰিলে। থেপ্ থেপীয়া বিজলুৱা শৌচ। কিযে দুৰ্গন্ধ! পেটৰ নাড়ী-ভুৰু সোপাকে ওলাই আহিব খোজে। এয়াযে মোৰ জনম দায়িনী মাতৃ! ঘিণ কৰি আঁতৰি গ'লে মাক জানো আগৰ দৰে পাম। এই মাতৃয়েই মোক গৰ্ভত নিৰাপদে লৈ ফুৰিছিল দহমাহ। জনম দি পৃথিবীৰ বিনন্দীয়া সৌন্দৰ্যৰ সতে পৰিচিত কৰালে।

মাক ধুৱাই পখলাই-গামোছাৰে মছি নিকা কৰি শুৱাই দিলো। মাক খুব নিস্তেজ যেন লাগিল।

ডাক্তৰ দুইজন বাহিৰতে বহি আছিল। দুৱৰা ডাক্তৰে ভিতৰলৈ আহি টেবলেট এটা খুৱাই দিলে। মোক উদ্দেশি ক'লে ঃ "এতিয়া আৰু ৰোগীক আমনি নকৰিবা। ৰোগী টোপনি যাব। পুৱা সাৰ পালে ভাতৰ মণ্ড, মগু ডালিৰ পানী, নেমুটেঙাৰ চৰবৎ, বাৰ্লি আদি নৰম বস্তু খাবলৈ দিবা। চাবা যাতে কোনো গৰম বস্তু খাবলৈ নিদিয়া। চাহ, জলা, পোৰা, ভজা আদিও নিদিবা। কিছুদিনলৈ কোমল আহাৰ দিবা। মাৰে ভাল হ'ব। কিবা অসুবিধা হ'লে আমাক খবৰ দিবা ... ... মাজনী, তুমি কান্দিছা কিয়? নেকান্দিবা। মাৰে নমৰে। যমৰ নগৰীৰ পৰা আহিলগৈ আৰু!"

দুৱৰা ডাক্তৰৰ অনুকম্পা ভৰা কথা শুনি মোৰ হৃদয় ভৰি গ'ল।

ডাক্তৰ দুজন গ'লগৈ। বীমেন ককাইদেৱে ঔষধবোৰ ফাৰ্মাচীৰ পৰা আনি দিলে। তেওঁৰ পকেটৰ পইচাকে খৰছ কৰিলে। ঔষধবোৰ কেনেকৈ খুৱাব লাগিব মোক বুজাই দিলে।

সেই নিশা মোৰ কাৰণে বীমেন ককাইদেউৰ ঘৰৰ পৰাই ভাত আনি দিলে। খোৱাৰ কাৰণে ভোক্ খক মুঠেই নাছিল মোৰ। দুখ ভাগৰত ক্লান্ত হৈ পৰিছিলো।

বীমেনকাইদেৱে চেনেহ ভৰা কণ্ঠেৰে ক'লে

ঃ "তই অকলে থাকিবলৈ ভয় কৰিবি নেকি তৰা? ক' নহলে ময়ে থাকো?"

ঃ "এঃ নেলাগে, পাৰিম থাকিব, পুৱা এবাৰ খবৰ কৰিব!"

ঃ "মই তেনেহলে যাওঁগে তৰা, ভয় নকৰিবি। ভালকৈ দুৱাৰ ঘৰ মাৰি শুবি। নিশা বিপদ হ'লে মোক জগাবি। মই আগফালৰ কমতে শুম। সেইযে পাতাবাহৰ জোপোহাৰ কাষৰ কমটো। এতিয়া যাওঁ। ভয় নকৰিবি। আগফালৰ দুৱাৰখন ভালকৈ মাৰিবি।"

বীমেন ককাইদেউক আজি কষ্ট দিলো। এবা, যকগে তেওঁ। বাতি চাইদাৰ টোপনি মাৰবলৈ। মই থাকো যেনেতেনে।

মা টোপনিত লাল কাল। নাকৰ শব্দ হৈছে। মনে মনে মাৰ মুখলৈ চাইছো। ভাৱ-লেশহীন মুখ। শোকৰ দেহি! কিমান দিন যে নিচিন্ত মনে শোৱা নাই তেওঁ।

থানাৰ ঘন্টাত ১১ বজাৰ কোব পৰিছে। ফেঁচা কেইজনীও নিতাল মাৰিছে। সিহঁতবো ছাগে চিএৰবি চিএৰবি ভাগৰ লাগিছে। বীমেন ককাইদেউ যোৱাও ভালেমান পৰ হ'ল। দুৱাৰ মাৰিবলৈ যাবলৈ চোন ভয় ভয় লাগে! দুটা কোঠা অতিক্ৰমি দুৱাৰ মাৰিবলৈ যাব লাগে!

মৰণত শৰণ দি উঠিলো। আগফালৰ দুৱাৰখন মাৰি থৈ অহা যাওঁক।

বাহিৰত এন্ধাৰ, গভীৰ এন্ধাৰ। আজি জোন, তৰাও আকাশত নাই। কেউফালে নিজান!

এখোজ, দুখোজকৈ আগবাঢ়িছো। হাতত জ্বলোৱা মম-বাতি এডাল। মমৰ শিখাটো কপি আছে। হিয়াখনো কপিছে — আশংকাত।

আগফালৰ দুৱাৰখনৰ পৰ্দাখন কপি আছে চোন! বতাহত। ভূত নেকি! নে ই মোৰ দৃষ্টিৰ ভ্ৰম! দুখোজ পিচুৱাই আহিলো। যেন এটি ছায়ামূৰ্ত্তি লৰচৰ কৰি উঠিল। প্ৰাণ কাতৰে চিএৰিব খুজিও ৰৈ দিলো। মায়ে সাৰ পাই যাব। দুৰ্ব্বল মানুহ। শুইছে। শোৰক অকণ।

এৰা ঠিকেই দেখিছো। এটা ছায়ামূৰ্ত্তি।
ঃ "হেই কোন। কোন সেয়া! কি লাগে।।"
ঃ "মইহে তৰা। নিচিএৰিবি। বীমেন ককাইদেউ।"
চেপা মাতেৰে তেওঁ ক'লে।

মই চমকি উঠিলো। তেওঁ এই ৰাতিখন থাপ লৈ আছে কিয়? কিহৰ বাবে! তেওঁ কাহানিবাইচোন যাওঁ বুলি মাত লগাই আহিছে। এতিয়া চুচুক-চামাক কৈ ৰৈ আছে কিয়? কি অভিসন্ধি।

তৰিৎ গতিত মনৰ মাজত সকলো কথা ফট্‌ফটীয়া হৈ পৰিল। মই নাৰী। মোৰ শৰীৰত যৌৱন আছে। মগুহ আছে। মই সাৱধান হোৱা বাঞ্চনীয়!

আগবাঢ়ি নগ'লো। চৰাঘৰৰ চকী খনতে ধমহকৈ বহি পৰিলো। বীমেন কাইৰ আলেখ লেখ চাবলৈ ধৰিলো। পগোৱা শুৱৰ দৰে উতলি উঠিল মগজু।

ভয় মোৰ কেনিবা পলাল। অন্তৰ বাহিৰ পূৰ্ণ হৈ উঠিল পূৰ্ণাঙ্গ নাৰীৰ নাৰীত্বৰ মহিমাৰে। তৎকালেই যেন উত্তীৰ্ণ হ'লো এক পূৰ্ণাঙ্গ নাৰীলৈ।।

ঘৰত অথন্তৰ। মা মৰণ শয্যাত। আজি নিশাই হয়তো মা হেৰাই যাব পাৰে। ককাইহঁত এজনো নাই। বীমেন কায়ে সহায় নকৰা হ'লে মা হাততে হেৰাল হেতেন। কিন্তু তেওঁ কিয় এইকণ মহানুভৱতাৰ পৰাও বিক্ত হ'ল। সদায় চকুৰে দেখা, কোলাই-বোকাই লৈ ডাঙৰ কৰা — .. মোক কিয় আপোন ভনী বুলি ভাবিব নোৱাৰিলে? বদান্যতা দেখুৱাই এই বিপদৰ সুযোগ গ্ৰহণ কৰিবলৈ মাজনিশা থাপ-পাতি ৰ'ল কিয়? নে মোৰেই বুজাত ভুল হৈছে?

ঃ" এই তৰা, নাহ কিয়, আহ আৰু , মই তোৰ বাবেই ৰৈ আছোঁ। ... ... মই জানো তই দুৱাৰ মাৰিবলৈ নিশ্চয় আহিবি . . মাৰৰ ওচৰত ভাল নেলাগে নহয়? ... ... চেপা কণ্ঠেৰে তেওঁ ক'লে।

ঃ" কিয় যাব লাগে? কি কথা . তাৰে পৰাই কক . মই নেযাওঁ।"

ঃ "বেঙী, তই বুজাই নাই হ'বলা. ... তইযে কব এজনী হলি মই জনাই নাছিলো — — আহ ... আহ ... ... আহ আৰু' ..."

তেওঁ এখোজ আগুৱাই আহিল।

কোব খোৱা ফেঁটীসাপৰ দৰে মই ফোঁচ ফোঁচাই উঠিলো।

ঃ "বীমেন কাইদেউ! এখোজো আগনেবাঢ়িব। ভালে-সজে যকৃগৈ। মই চিঞৰি দিম। চুবুৰীৰ সকলোকে জগাম। মই ভয় কৰা ছোৱালী নহয়। নিজৰ ভনী বুলি ভাবিব নোৱাৰিলে .. ... লাজ-চৰমৰ মূৰ খালে ভালে ভালে ঘৰলৈ য'ক। . আজি ঔষধ কিনি দিয়া, ডাক্তৰ আনি দিয়াৰ প্ৰতিদান মই এনেদৰে দিব নোৱাৰো . ... "

খঙত মই কপিছিলো। কোপনি ধৰিছিল।

বীমেন ককাইদেৱে কিছু সময় থমকি ৰ'ল। কিবা ভাবিলে হ'বলা। তাৰপিচত হুন্হুনাই গ'লগৈ।

ক্ষন্তেকতে যেন মোৰ বয়স বহুত বাঢ়ি গ'ল। ভয় সংশয় কেনিবা পলাই ফাট মাৰিলে। দুৱাৰ মাৰিলো। খিৰিকি বোৰ তন্ন তন্ন কৈ পৰীক্ষা কৰিলো। পাকঘৰৰ পৰা দা খনো আনিলো।

মাৰ কাষলৈ আহিলো।

ভালেমান দিনৰ মূৰত শৰীৰটোলৈ চকু গ'ল মোৰ। উফন্দি উঠা বুকুখন, পিঠিলৈকে পৰা এজাৰ-ক'লা, তিৰ্বিৰাই থকা এপিঠি চুলি, পকা-সোণৰ দৰে উজ্বল গাৰ ৰঙ, নিপোটল হাত, হাতৰ আঙুলি, বাণ্ডীৰ দৰে মিহি শৰীৰ এইবোৰ দুখীয়াৰ ঘৰৰ সম্পদ নহয়

মা গভীৰ নিদ্ৰাত আচ্ছন্ন। মই যে এখন বিস্ফোৰিত নাটকত অংশ গ্ৰহণ কৰি আহিছো তেওঁ নেজানে। মনৰ কথাবোৰ কাক কম? পুৰুষ জাতি ইমানেই প্ৰবঞ্চক। বিপদৰ সুযোগ গ্ৰহণ কৰিবলৈ বিচাৰি ফুৰে। মৰণ শয্যাৰ সমুখত সম্ভোগ তৃষ্ণা পূৰাবলৈ বিচাৰে। ছিঃ ইমানেই ঘৃণণীয় নে মানুহ। এযাতো মানুহ নহয় অমানুহ। সৌন্দৰ্য উপলব্ধি কৰিব নেজানে। কেৱল সম্ভোগ কৰিব খোজে। নাৰী ইমানেই সহজলভ্য বুলি ভাবে! নাৰীৰো যে এটা মন আছে

মাৰ শান্ত মুখ খনলৈ চালো। মমৰ শেঁতা পোহৰত মাৰ মুখখনলৈ বহুপৰ চাই থাকিলো। দুখীয়া হোৱাৰ যন্ত্ৰণা ইমান ভয়াবহ!

মাৰ চৰণত হাত থলো "মা তোমাৰ জীয়ৰীক আজি ধৈৰ্য্য আৰু সাহস দিয়া। তোমাৰ দৰেই যাতে মই ধৈৰ্য্যশীলা আৰু সাহসী নাৰী হ'ব পাৰো। . . ইমান সোপা সৌন্দৰ্য লৈ তুমি যে গাভৰু কালতে বৈধব্য ব্ৰত সুকলমে পালন কৰি আহিলা, কি মন্ত্ৰনো তুমি জানিছিলা? মোকো দিয়া সেই মন্ত্ৰ। বীমেন কাইৰ দৰে পুৰুষক যাতে এশিকনি দিব পাৰো . সিহঁতে বুজি পাওঁক নাৰী সহজলভ্য নহয় . সিহঁতে নিজক ৰক্ষা কৰিবলৈ যি কোনো পৰিস্থিতিৰ সন্মুখীণ হ'ব পাৰে।"

—: O :—

পিচ বাবীৰ উত্তৰ-পশ্চিম কোণত গা-ধোৱা ঘৰটো। কল মাৰলিবে সজা ঘৰ। তাত কেৱল মইহে গা ধোঁও। আটাযে বাহিৰত গা-ধোৱে। বেলি ককায়ে ঘৰটো সাজি দিছে। মোৰ কাৰণে আবুৰৰ দৰকাৰ। বাহিৰত গা-ধুব নোৱাৰোঁ।

ওখ-ওখ ভীমকলে পাত-পত্ৰ মেলি ছাঁ দি ৰখা ঠাইখন। নিজান, নিৰিবিলি। ভীমকলৰ গছবোৰ থকা কাৰণেই পিচ ফালৰ আলিটোৰে যোৱা বাটৰুৱাৰ চকুত নপৰে ঠাইকণ। তাতে সোমাই আপোনমনে গা-ধোওঁ। গা-ধোৱা সময়কণ মোৰ একান্ত নিজা।

গুণ গুণাই গীত গাওঁ, প্ৰিয় কবিতা গাওঁ। প্ৰিয় গায়ক ভূপেন হাজৰিকা, জয়ন্ত হাজৰিকাৰ গীত।

"সাগৰ সঙ্গমত কতনা সাতুৰিলো
তথাপিতো হোৱা নাই ক্লান্ত
সেযেহে মনৰ মোৰ প্ৰশান্ত সাগৰত
উৰ্মিমালা আজি অশান্ত।।"

অথবা

"সোৱঁৰণি কুৰ্বলিযে চিএৰি চিএৰি কয
অতীতৰ সীমাৰেখা নাই।"

গায়ক বিলাকৰ মনবোৰ বৰ সুন্দৰ চাগে। কেনেকৈযে লিখে ইমান ভাল গীতবোৰ, কেনেকৈ যে নিগৰি আহে গুৱলা কণ্ঠ। মানুহৰ মন জয় কৰি পেলায়।

দেৱকান্ত বৰুৱাৰ কবিতাও মোৰ প্ৰিয।

মোৰ ই অন্তৰ খনি সাগৰৰ দৰে নীলা, বেদনাৰে
দেখা নাই তুমি?
উঠিছে মৰিছে য'ত বাসনাৰ লক্ষ ঢউ তোমাৰেই
স্মৃতি সীমা চুমি।

অথবা

মনৰ বনতো মোৰ হাঁহি উঠে ফুল
আবেগ - আকুল
প্ৰতিফুল ৰঙা কাৰ তেজেৰে বুকুৰ?

আকৌ

পাতাল পুৰীৰ নিবিড় অন্ধকাৰ,
বাউলী ধৰাৰ ডিঙিত শোভে তিমিৰ চন্দ্ৰহাড়।
সপ্ত সাগৰ মথি

লক্ষ হীৰাৰ খনি

জিলিকে য'ত ভোগবতীৰ নিজান পাৰে পাৰে,

তাতেনে তোৰ কুঞ্জকুটীৰ মায়াৰ আঁৰে আঁৰে?

আৰু এটি প্ৰিয় কবিতা ঃ আত্মদীপে দেখুৱাব বাট?

হে তথাগত। জোনাকী আত্মাৰ মোৰ বিক্ষিপ্ত পোহৰে বাৰু কিদৰে দৰ্শাব পথ?

স্বপ্ন আৰু দিঠকৰ দোমোজাত

ক্লান্তি আৰু মৰণৰ নিৰ্মম এন্ধাৰ এয়া

কোনে আঁতৰাব তাক?

সমগ্ৰ চেতনা ব্যাপী মূঢ় জড়তাৰ নাগপাশ,

মুক্তি ক'ত তাৰ পৰা?

.... ... ... ... ... ...

শৰীৰত যৌৱনৰ পৰশ। এক ৰোমাঞ্চকৰ অনুভূতিয়ে খেলা কৰে মনত। নাগ পাশে বন্ধা মোৰ শৰীৰ।

... .... .... ... ...

গা-ধুলে ধুয়েই থাকিম যেন। ধুই ধুই গাৰ বৰণ আৰু চিক্‌চিকিয়া কৰি তুলিম যেন! হেপাহ নপলাবই যেন। লাক্স চাবোনকণ ভোলৰ জালত সানি শৰীৰত ঘঁহি থাকো। পুৰঠ বাণ্ডীৰ দৰে মিহি শৰীৰ।

আপোন ভাৱত বিভোৰ হৈ কবিতা আবৃত্তি কৰো। কবিতা ভালকৈ গাব পাৰো বুলি লগৰ সকলোৱে কয়।

কাষতে বৰঠাকুৰৰ ঘৰৰ পকী বেৰা। পকী ওখবেৰখন আমাৰ পিচফালে সৰু হৈ আহিছে। অৰ্থাৎ ওখবেৰাখন এইখিনিতে শেষ হৈ সৰু বেৰা আৰম্ভ হৈছে।

সাধাৰণতে এইডোখৰ ঠাইলৈ তেওঁলোকৰ কোনো নাহে। বিজন বৰঠাকুৰৰ পুতেকৰ নাম নীলিম বৰঠাকুৰ। তেখেতৰ তিনিটা ল'ৰা ছোৱালী। ল'ৰা দুজন। মধুৰ আৰু সুন্দৰ সিহঁতৰ নাম। ছোৱালী এজনী। নাম অনসূয়া। সুন্দৰে আমাৰ উদ্দীপ ককাইদেউৰ লগত পঢ়ে। মোতকৈ দুবছৰে ডাঙৰ।

এনেদৰে আপোন পাহৰি গা-ধুই থাকোতে এদিন মন কৰিলো- সুন্দৰে সৰু বেৰাখনৰ কাষত বৈ ডিঙি মেলি চাই আছে। একান্ত মনে। সেই খিনিতে বৈ ডিঙি মেলিলে ভীমকল গছৰ ফাঁকেৰে সম্পূৰ্ণ দেখা যায়। দুচকুত তাৰ কুটিল চাৱনি। ছিঃ কতা। শৰীৰৰ অণু-পৰমাণু গৰম হৈ উঠিল। খন্তেত দিগ্‌বিদিগ্ শূণ্য হৈ চিঞৰি উঠিলো ঃ "নিলাজ কৰবাৰ। লুকাই লুকাই গাভৰু ছোৱালীৰ গা-ধোৱা চাবলৈ লাজ-চৰম নাই। আঁতৰ হ'. ধুই কতা!"

ধুই এসোপা পেলালো। তাৰ কোনো লৰচৰ নহ'ল। আতৰিও নগ'ল। লাজো নেপালে। অসভ্যৰ দৰে সি হাঁহিলে কেৱল। সেই হাঁহি বিজুৰিত হৈ মোৰ শৰীৰৰ প্ৰতি লোমকূপতে বিছাই ডকাদি ডাকিলে। শৰীৰত গুকান কাপোৰ বোৰ মেৰিয়াই আধা গা ধোৱাকৈ ঘৰলৈ দৌৰ

দিলো।

সমস্যাৰ তাতে সমাধান নহ'ল। সমস্যাই গজালি মেলিলে মাথোন।

তিনি-চাৰি দিন মানলৈ গা ধুবলৈ নগ'লো। আবুৰ নাই। বৰ মানুহৰ ল'ৰাৰ এই অধঃপতনে মোক আঘাত দিলে।

গৰমৰ দিন। গা-নোধোৱাকৈ কেনেকৈ থাকিম।

এইবাৰ গা-ধোৱাৰ সময়টো সলাই ল'লো। পানী-দুনি, কাপোৰ-গামোছা গোটাই কল-মাৰলিৰ গা-ধোৱা ঘৰত পুনৰ সোমালো। চুপে চাপে গা-ধুবলৈ ললো। মুখত গীত-কবিতা একো নাই। গৰমৰ পৰা নিস্তাৰ পাবলৈ গা-ধুব পাৰিলেই হ'ল।

আকৌ সুন্দৰৰ উপস্থিতি। একেই অসভ্য চাবনি। খণ্ড-দুখ আৰু বেজাৰত ভাঙি পৰিলো।

ঃ "সুন্দৰ তুমি উদ্দীপ ককাইৰ সমনীযা' তোমাৰ লাজ লগা নাইনে? তোমাৰো দেখোন ভনী আছে'   ইমান নিলাজনে তুমি?"

সুন্দৰ ক'ত আঁতৰি যাব। নিমাতে সি বৈ থাকিল'   গা নুধুলো।

গা-ধোওঁতেও অকণো সুখ-শান্তি নাই। দৰিদ্ৰ অৱস্থাৰ ওপৰতে খণ্ড উঠিল। ভালকৈ বাঁহেৰে গা-ধোৱা ঘৰ এটা সাজিবলৈকো সম্বল নাই।

লগৰীয়া মণিমালা, উৎপলা, দীপালিমাইঁতে কি আনন্দত পকী বাথৰুমত গা-ধোৱে।। কেৱে দেখা নেপায। চাবাৰো আছে সিহঁতৰ।। গা-ধোৱা ঘৰত কত ৰকমৰ লোভনীয় সম্পদ আছে। চুইচ টিপিলেই পানী। সেই বিষযে কোনো কালেই ভবা নাছিলো। ভাবিবৰ প্ৰযোজনো নাছিল। এই দুৰ্ভগীয়া পৰিস্থিতিৰ সন্মুখীন হৈ সিহঁতলৈ ঈৰ্ষা উপজিল। সিহঁত ইমান সুখী' মোৰ নাই যি নাই একোৱেই নাই। নাই বাঁহেৰে সজা এটি গা-ধোৱা ঘৰ। থক গা নোধোও যা। শৰীৰৰ গোপন অংগবোৰ' বহুত সপোনে য'ত থুপখাই আছে' কাৰোবাক দেখুৱাব পাৰি জানো' ধনী মানুহৰ শিক্ষিত ল'ৰাৰ এই নিৰ্লজ্জতা।।

আমাৰ দুখনি ঘৰ ওচৰা ওচৰি। জন্মৰ পৰা আমি দুয়ো দেখা দেখি হৈ আহিছোঁ। সি মোৰ লগত এদিনো ওমলা নাই। তাৰ আৰু মোৰ মাজত মাত-বোলো নাই। বাটত দেখিলেও সি মোক নেমাতে। আজন্ম আমাৰ মাজত এখনি প্ৰাচীৰ। সিহঁতে হয়তো আমাক মানুহ বুলিয়েই নেভাবে। আমাৰ বিপদত এবাৰ মাত নিদিয়ে।   অথচ লুকাই চুৰকৈ মোৰ উদং শৰীৰটোলৈ চায়।

সকলো কথা মাক কৈ দিলো। মাক কৈ বুকুখন পাতল লাগিল। মায়ে ক'লে ঃ "অ' ভালেটিহে তই গা-ধোৱা নাই। কিয় গা-নুধুবি। ধুবি। এই মহামায়া গৰমত গা-নুধুলে বেমাৰ হে হ'ব। চাওকচোন সি কেনেকৈ চায়। বুঢ়ীমাকে দিম মজা।"

পিচদিনা গা-ধুবলৈ যোগাৰ কৰি লৈছোঁ। সুন্দৰে বেৰাৰ সিপাৰৰ পৰা চাই আছে। মা আহি গালি বৰ্ষণ কৰিবলৈ ধৰিলে।

ঃ "হেৰৌ কতা নিৰক। মাইকীমুৱা। বেশ্যা। বৰজহনীত যোৱা। লুকাই চুপি পৰৰ গাভৰু ছোৱালীৰ গা-ধোৱা চাবলৈ নাক নাই তোৰ। বৰ মানুহৰ বেটা। তহঁতৰ দৰে আমাৰ পকী গা-ধোৱাঘৰ নাই নহয়।. . নিজৰ ভনীয়েৰে গা-ধোৱা ছাগে যা .. বাপেৰহঁতে তাকে শিকাইছে...

তেজত পিৰ্ পিৰনি উঠিছে যদি বিয়া কৰাই ল    নৰকত তল যোৱা চুৰা মেখেলাৰে কোবাম নহ'লে    যা ভাগ ইয়াৰ পৰা।"

মাৰ চোকা চোকা বাক্য বাণত সি পলাল। ইমান নিৰিহ মানুহজনীৰ যে খঙ উঠে সেই প্ৰথম দেখিলো।

সেই দিন ধৰি সুন্দৰৰ দেখা-দেখি নাই।

আকৌ নিৰ্ভয়ে গা-ধুব পৰা হ'লো। ওঁঠত গুণ-গুণালো কবিতা

"তুমি সূৰ্য-স্নাতা। তোমাৰ গৰ্ভ-কোষত হেজাৰ
কৰ্ণৰ ভ্ৰূণ উজ্জাগৰে আছে। তুমি হয়তো অন্যমনা

মানুহে সাজিব খোজে মৰততে স্বৰ্গ এক
যুগে যুগে বিশ্বমনোলোভা,
মানুহে আনিব খোজে    অশ্ৰুক্লান্ত বাৰিষাত
চিৰন্তন বসন্তৰ শোভা।

—: O :—

প্ৰবেশিকা পৰীক্ষা চমু চাপিলেহি। আৰু মুঠেই দুটা মাহ আছে। শিক্ষক-শিক্ষয়িত্ৰী সকলে বহুত আশা কৰিছে মোক লৈ।    মোৰ বান্ধৱী হঁতৰ ঘৰৰ শিক্ষক আছে। মোৰ নাই।

দিনৰ ভাগতে পঢ়া-শুনা যিমান পাৰো কৰোঁ। ঘৰৰ চিন্তাই মাজে-মধ্যে জুমুৰি দি ধৰে। সোনকালে ডাঙৰ হ'বৰ মন যায়। আৰ্জন কৰিবৰ মন যায়। মাক সকাহ দিবৰ ইচ্ছা যায়।

মমৰ পোহৰত পঢ়িবলৈ কষ্ট পাওঁ। চকুবোৰ জাল মাৰি ধৰে। খচ্ খচ্ কৰে – যেন চকুত বালিহে সোমালে। মূৰ টিং টিং কৰে। মূৰৰ পিছপালে কোনোবাই যেন হাতুৰীৰেহে কোবাইছে।

মম-কেৰাচিন জোগাৰ কৰিবলৈ টকা লাগে। জোন ককাইৰ টকা-সিকা পঠোৱাৰ লাগ-বান্ধ নাই। প্ৰায়ে টকা নপঠায়।

জোন ককাইৰ খবৰ লবলৈ গৈ বেলি ককাই বেজাৰ মনেৰে ঘৰলৈ আহিছিল। জোন ককায়ে নষ্ট-হোৱাৰ পথ গ্ৰহণ কৰিছে। প্ৰায়ে মদৰ নিচাত ডুবি থাকে। ঘৰৰ অভাৱৰ কথা ক'লে গোৰ্ গোৰাই উঠে।ঃ "ডাঙৰ কেউটাই নিতাল মাৰিলে। সিহঁতৰ কি দায়িত্ব নাই। নিশিৰ লগতচোন টকা পানী কৰি দিছিলি।" অথবা হুক হুকাই কান্দে ঃ"মোক কি দিছ তহঁতে। মোক শান্তিৰে থাকিবলৈকো নিদিয় তহঁতে।"

জোন ককাই চোন এটা বুজন, বিবেচক ল'ৰা। ঘৰৰ লাওলোৱা টোকোনা অৱস্থাৰ কথা জানি-বুজিও সি কিয় বেয়া-পথত নামিল। সিয়েই জানো কাছাৰীৰ সন্মুখত পান-তামোলৰ দোকান দি আমাক পোহপাল দিয়া নাছিল!! টিউচন কৰি গোৱা টকাৰে মাৰ ঔষধৰ বটল কিনি দিছিল।

ইমান স্পৰ্শকাতৰ ল'ৰা হৈয়ো সি আজি আমাক পাহৰি গ'ল। তাৰ অধঃপতনে মাক আৰু বেচি ৰুগীয়া, বেলি ককাইক ভাবুক কৰি তুলিলে।

নিশা আঁঠ নেবাজোতেই মায়ে কয় ঃ "ভন্তী, ভাত বাটিছোঁ। এমুঠি খাহি। মই বেছি সময় বৈ থাকিব নোৱাৰো" অথচ মাযে মোক এৰি নেখায়।

ভাত কেইটা খাই উঠি আৰু পঢা নহয়। টোপনিয়ে হেচি ধৰে। বিচনাত পৰো।

জানিছিলো, দৰাচলতেই পঢ়াৰ বাহিৰে আন গতি নাই মোৰ! যদি কিবা পৰিবৰ্তন আহিব লগা আছে, সি আহিব শিক্ষাৰ বাটেদিয়ে। শিক্ষাই একমাত্র পথ, যিয়ে মানুহক আত্ম নিৰ্ভৰশীল কৰিব পাৰে। সৎ আৰু সাহসী কৰিব পাৰে। চিন্তাশক্তি প্ৰখৰ কৰিব পাৰে। নহ'লে আল্লাউদ্দিনৰ চাকিটোৰ বাবে বাট চামনে মই।।

কিন্তু শিশুৰ হাতৰ পুতলাৰ দৰে
নিয়তিয়ে খেলে জীৱনক লই
শেষত খেলৰ অবসান হ'লে
আমাৰ জীৱনো নেথাকে ৰই

এমাহ চকু-কাণ মুদি পঢ়িলো। প্ৰবেশিকা পৰীক্ষালৈ এমাহ থাকোতেই আশাৰ মূৰত কুঠাৰাঘাত পৰিল। বসন্ত-ৰোগে প্ৰচণ্ড ৰূপধৰি মোৰ শৰীৰত থিত দিলে।

জ্বাৰ লাগি কপি কপি জ্বৰ উঠিল। ১০২° ১০৪° জ্বৰ! ওৰে ৰাতি ওৰে দিন অচেতন। এসপ্তাহ অনাহাৰ! বিষ—! বিষত কেকনি — গেঠনি। মূৰত পানী ঢালোতে ঢালোতে ঘৰৰ মজিয়া পুখুৰী হৈ পৰিল।

"দৰিদ্ৰ যিফালে যায়, বোলে সাগৰো শুকায়, মাণিকো লুকায়।"

অসুখৰ খবৰ পাই কুমুদ ককাই, নিশি ককাই হঁতো আহিল। ওচৰ-চুবুৰীয়া মানুহেৰে ঘৰ নধৰা হৈছে।

মায়ে পুৱা-গধূলি ঘৰ-দুৱাৰ মচে। ধূপ-ধূনা দিয়ে। মূৰৰ শিতানৰ ফালে এগচি মাটিৰ চাকি জ্বলায়। এটি পৰিষ্কাৰ পাত্ৰত কেইপাহ মান বগা ফুল আৰু তুলসী পাত তিয়াই থয়। মাটিৰ চাকি গছ জ্বলাই হাতজোৰ কৰি মায়ে উচুপি উচুপি গায়।

উজায়ে আহিলে আইৰে সাতোভনী
বালিতে থপিলে ৰাতি
নজানি ঘাটেয়ে পাৰে নকৰিলে
সুগন্ধৰ লগালে বাতি।।
কি চৰাই নাছিলে আয়ে ফুল বাচিলে
দুখীয়াৰ ভঙা ঘৰ সোমাই
দুখীয়াৰ পুতলা আইৰ নাও শীতলা
দি যোৰা বুকু জুৰাই।।
দুখীয়াৰ ঘৰলৈ আহে সাতোভনী
দিবলৈ নাই কিয়া একো ;

মূৰৰ চুলি চিঙি দুটি পাও মলচি
দেহাক পাৰি দিমে সাকোঁ

সভক্তিৰে প্ৰণাম কৰে। গলি, গলি যেন ওলাই আহে হৃদয়ৰ নম্ৰতা, আশা, বিশ্বাস, আদি – মাৰ কৰুণ মিঠা কণ্ঠই পৰিবেশটো মধুৰ কৰি তোলে। ওচৰ ঘৰীয়া সকলেও চকুলো টোকে। খবৰ লবলৈ অহা মানুহৰ হাতে হাতে বুটমাহ, কল, নাৰিকল, যেয়ে যেনেকৈ পাৰে *সামৰ্থ্য অনুসাৰে আনিছে। মোক দেখি ইস্ আস খন কৰিছে।*

হাতৰ টোপোলাবোৰ মাৰ হাতত দি হাতজোৰ কৰি সেৱা সৰিছে। "আই মাতৃ, দোষ নধৰিবা। অসীম দয়া তোমাৰ। উদ্ধাৰ কৰা সকলোকে। ধূপ, ধূনা, ফুল তুলসী সকলো দিছোঁ তোমাক। কিবা দোষ বৈ গৈছে যদি ক্ষেমিবা শৰণাগতক।"

বসন্তই অকৃপণে মোৰ শৰীৰত ফুল বাছি দিছে। শৰীৰত অকণো খালি ঠাই নাই। মূৰৰ চুলিৰ গুৰিয়ে গুৰিয়ে ফোঁহা। জিভা আৰু মুখতো ঘাঁ। মুখ মেলিব নোৱাৰি। গিলিব নোৱাৰি ভৰিৰ তলুৱালৈকে আযে ফুল বাছিছে।

ফোঁহাবোৰ পকিবলৈ ধৰিছে। ইকাটি সিকাটি কৰিব নোৱাৰি। লৰচৰ কৰিলেই বিষ-যন্ত্ৰণাই চাটি ধৰে। কলৰ পাতত শুৱাই থৈছে। পকি উঠা ফোঁহাবোৰত মাখিযে কণী পাৰে বুলি দিনে-নিশাই আঠুৱা তৰি থৈছে। ফোঁহা বোৰ বিজ্ বিজায, বিষায, চিঁট্ চিঁটায। চকুৰ পানী দুয়োধাৰে বৈ থাকে।

সকলো সমযতে ধূপ, ধূনা, ফুলৰ সুবাসে পবিত্ৰ পৰিবেশৰ সৃষ্টি কৰিছে।

সন্ধিযা ধূপ, ধূনা, চাকি-চুকা দিযাৰ অন্ততঃ নিশি ককাযে কীৰ্ত্তন পাঠ কৰে।

শুণ্ডে মেঢাই পদ্মগোট ওপৰক তুলি।
গজেন্দ্ৰে শৰণ লৈলে ত্ৰাহি হৰি বুলি।।
শুনি শীঘ্ৰে চৰি হৰি গৰুড়ৰ স্কন্ধে।
ভকতক ৰাখিবাক আসিলা প্ৰবন্ধে।।
গৰুড়ৰ নামি হৰি পৰম বিক্ৰমে।
শুণ্ডে ধৰি তৰক তুলিলা গ্ৰাহে সমে।।
চক্ৰে ধৰি হৰি ছিৰিলাহা গ্ৰাহ মুখ।
হৰিৰ প্ৰসাদে গজেন্দ্ৰৰ গৈল দুখ।।
হস্তী গুছি তৈত চতুৰ্ভূজ ৰূপ ভৈল।
গলে বনমালা হাতে চাৰি অস্ত্ৰ লৈল।।

অসহায় মানৱৰ শেষ আশ্ৰয় ঈশ্বৰ। বৰ নামঘৰলৈ শৰাই আগবঢ়োৱাৰ ওপৰিও আঠখেলীয়া নামঘৰলৈকো টোপোলা আগ কৰিছে। ৰাইজৰ অসীম বিশ্বাস আঠখেলীয়া নামঘৰৰ মহিমাৰ প্ৰতি।

দহ দিনৰ পিছত মাগুৰ-মাছ আৰু শুকান খৰিছাৰে শুকনি দিলে। শুকনি দিলেহে হেনো ফোঁহাবোৰ জামৰি আহে। ফোঁহবোৰ শুকাবলৈ ধৰোতে কি অসহ্য পিৰ্ পিৰনি, খজুৱতি। যেন

বাকুহি পেলাম। হাতেৰে খজুৱা নিষেধ। ক'ৰবাত নখ চখ লাগিলে ঘাটি লাগিব।

গোন্ধৰ দিনমানৰ পিছত বহিব পৰা হ'লো। কিন্তু দুৰ্বলতাৰ বাবে লৰিব-চৰিব নোৱাৰো। মূৰ ঘূৰণি হয়। মাযে তালুত তেল-পানী দিযে। এই কেইদিন তেওঁ অশেষ শুশ্ৰূষা কৰিছে। বেমাৰত নপৰিলেই হয়। ঠিয় দিলেই ধুৱলি-কুৱলি দেখো। মায়ে খুৱাই দিয়ে এটোপা খাওঁ। শৌচ-প্ৰস্ৰাৱ আদি প্ৰাকৃতিক কামবোৰো আনৰ সহায় নহ'লে কৰিব নোৱাৰোঁ।

পৰীক্ষালৈ আৰু মুঠেই গোন্ধৰ দিন বাকী। এটা বছৰ অথলে যাব নেকি? মোৰ সসাগৰা সপোন বোৰ।

শুভাকাংখী ওচৰ-ঘৰীয়া সকলে মাক ক'লেঃ "তৰাই এইবছৰ পৰীক্ষাত বহিব নেলাগে। তাই বৰ দুৰ্বল হৈ আছে। এবছৰ লোকচান হওক আৰু। কিনো দিন-কাল গৈছে। তাতে তাই চোকা ছোৱালী।"

মোৰ কিন্তু জেদ লাগিল। কিয় নিদিম পৰীক্ষা মই। হেৰাই যোৱা বছৰটোক কোনে ঘূৰাই দিব মোক। এটা বছৰ বৰ মূল্যবান। মই যে সোনকালে ডাঙৰ হ'ব লাগে। চাকৰি কৰিব লাগে। মাইতক সকাহ দিব লাগে। সময় পাখি লগা কাড়ৰ দৰে। কেৱল পাৰ হৈ যায়। কাৰো বাবে অপেক্ষা নকৰে।

পৰীক্ষালৈ যাওঁতে মা সদায় মোৰ লগত যায়। বাহিৰত মা বহি থাকে। পৰীক্ষাৰ শেহত মায়ে মোক লগতে লৈ আহে।

মৌৰ দৰেই মিঠা শব্দ এটা ঃ মা। মা শব্দ উচ্চাৰণ কৰিলেই ভৰপূৰ হয় মন। পাতলি যায় বিষ-বেদনা নিজক তিলে তিলে শেষ কৰি সন্তানক গঢ় দিয়ে মাতৃয়ে। জগতৰ সকলো শক্তি নত হয় মাতৃৰ কাষত।

জন্ম দিব পৰা শক্তি আছে বাবেই মাতৃৰ আন এটি নাম জায়া। পুৰুষৰ জন্ম দিব পৰা ক্ষমতা নাই। পুৰুষেও জন্ম লভে মাতৃ গৰ্ভত। মাতৃ গৰ্ভত কলা কলাকৈ বাঢ়ি আহে সন্তান। তাৰ কাৰণে মাতৃয়ে বহুত কষ্ট স্বীকাৰ কৰে। প্ৰতিকূল পৰিবেশৰ লগত যুঁজ দিয়ে।

পৃথিৱীৰ বিনন্দীয়া ৰূপ দেখুৱাবলৈ যত্নপৰ হৈ মাতৃয়ে কেতিয়াবা প্ৰাণ দিয়ে অথবা নিজৰ তেজত নিজেই স্নান কৰি জন্ম দিযে সন্তান ৰত্ন।

পিতৃৰ মৰম কেনে নেজানো মই। কেৱল আজন্ম মাৰ মৰমত ডুবি আছোঁ। অনুভৱ কৰা নাই পিতৃৰ অভাৱ। মাৰ স্নেহশীল ডেউকাৰ আঁৰত অনুভৱ কৰিছো জীৱনৰ নিৰাপদ উম।

কেইটামান নম্বৰৰ কাৰণে প্ৰথম বিভাগ নেপালো। কোনো আক্ষেপ নাই তাৰ বাবে। যা-হওঁক বছৰটো অথলে নগ'ল!!

তাৰ পিছত কলেজলৈ যোৱাৰ প্ৰস্তুতি। কলেজলৈ যোৱাৰ ৰঙীণ স্বপ্নই আচ্ছন্ন কৰি ৰাখিলে মোক কিছুদিন।

—: O :—

মানৱী জনম সাৰ্থক কিহত
দেখুৱাই দিব পাৰানে তুমি?
ব্যৰ্থ সপোনৰ আবেশ ইন্দ্ৰজালে
গোটেই জনম আছে যে চুমি।

এটি সুগন্ধী মোহনীয় ক্ষণত কলেজলৈ যাত্ৰা কৰিলো। পদূলিত বৈ মায়ে নেদেখা হোৱালৈকে চাই থাকিল। মোৰ ওঁঠৰ কোণত এটি আপুৰুগীয়া হাঁহি খেলি গ'ল। আবেগিক, উগুল থুগুল মন মোৰ। যেন তৰাই তৰাই কথা পাতিছে। যেন ফুলে ফুলে আজি ইমান ৰঙ।। কোছ ভৰি বুটলিম যেন।

মোৰ বাকচৰ সাঁচতীয়া পুৰণি কাপোৰ বোৰ! কলেজলৈ যাবলৈ ব্যৱহাৰ কৰিবলৈ ল'লো। প্ৰথম দিনা বেঙুনীয়া বুটা বছা মুগাৰ মেখেলা এখন আৰু আশীসূতাৰ সৰু ফুলৰ চাদৰ এখন। মায়ে নিজ হাতে বোৱা। মোৰ শিল্পী মনৰ চানেকী। এয়া যেন মোৰ জীৱনলৈ অহা আশীৰ্বাদ। সেই একেই কৰ্পূৰৰ সুগন্ধ, যি সুগন্ধই মতলীয়া কৰিছিল-নৱ-যৌৱনৰ দুৱাৰ দলিত।

কলেজ খনৰ নাম দেৱ-ৰাজ ৰয় মহাবিদ্যালয। নগৰৰ উৎকৃষ্ট শিক্ষানুষ্ঠান। কলেজলৈ সোমাই যোৱা মিহি ৰাজপথ। পথৰ দুয়ো কাষে নাহৰ গছৰ শাৰী। মাজে মাজে দুই এজোপা দেবদাৰু, সোণাৰু আৰু ইউক্লিপটাছ গছ। বসন্ত কালত জুই জ্বলে নাহৰ আগত। ৰঙা ৰঙা জুই বৰণীয়া কোমল নাহৰ পাতবোৰে বতাহত হালি-জালি দেৱৰাজিয়ান সকলক স্বাগত্বম জনায়। ছাঁ-পোহৰৰ মাজে মাজে আলিটো।

বিভিন্ন ফুল গছেৰে আবৃত কলেজ প্ৰাঙ্গন। সোণাৰু, আজাৰ, কুটছ, কৃষ্ণচূড়া আদি। তদুপৰি ফুলৰ বাগান বেলেগাই আছেই। বসন্ত কালত গছৰ ডালে ডালে ফুলৰ মেলা। ৰমক জমক হয় কলেজ প্ৰাঙ্গন। কোনেনো ৰুইছিল এই ফুলবোৰ। তদুপৰি বিভিন্ন জাতৰ কপৌফুল সংগ্ৰহ কৰি আনি আমাৰ অধ্যক্ষ মহোদয়ে সেইবোৰ ৰুইছে। যেন—

"গছে গছে পাতি দিলে ফুলৰে শৰাই"

ইয়াত শৈক্ষিক পৰিবেশ আছে। অধ্যক্ষ মহোদয় বৰ কাঢ়া। নিয়মানুবৰ্ত্তিতা সকলো সময়তে মানি চলে। সকলোৱে তেওঁক সমীহ কৰে, ভয়-ভক্তি কৰে। তেওঁৰ নাম ডঃ মোহিনী শইকীয়া। প্ৰায় ছয়ফুট ওখ মানুহজনে বাজহাড় পোন কৰি খোজ কাঢ়ে।

ছাত্ৰই চকুৰ আগত দেখিলে সাক্ষাৎ যমৰজা হেন ভাবে। অধ্যয়নশীল কৰ্মী মানুহ তেওঁ। তেওঁৰ যত্নত বিভিন্ন সাহিত্য প্ৰতিযোগীতা, আলোচনা চক্ৰ বাৰমাহে হৈয়েই থাকে। যোগ্য জনক আদৰ কৰিব তেওঁ জানে।

কোনোবা ছাত্ৰই বেকা হৈ খোজ কাঢ়িলে গালি খায়। অফ্ পিৰিয়ডত আড্ডা দি থকা দেখিলে ডবিয়ায়। তেওঁক দূৰত দেখিলেই ছাত্ৰ-কিৰিভতি ভগাদি ভাগে।

কলেজলৈ যোৱা পথটিৰ কাষেদি আৰু এটি উপ-পথ ফালৰি কাটি গৈছে—মাজাবলৈ।

মুচলিম সকলৰ পবিত্ৰ মাজাৰ। ডাঙৰ ডাঙৰ গছ-গছনিয়ে নিজান কৰি ৰখা মাজাৰ। ভিতৰত পীৰৰ কবৰ। বান্ধৱী চুৰেয়াৰ সতে মাজাৰলৈ কেবাবাৰো গৈছোঁ। পৰীক্ষাৰ সময়ত মমবাতি জ্বলাও মাজাৰত।

কলেজৰ পঢ়া-শুনাৰ নতুনত্ব, অভিনৱত্ব দেখি মুগ্ধ হৈছিলো। লাইব্ৰেৰীৰ শাৰী শাৰী কিতাপৰ সাগৰ দেখি বিস্ময়ত হতবাক হৈছিলো। কিতাপবোৰ হাতেৰে চুই চাই অনন্য পুলক লভিছিলো। কিতাপৰ সুগন্ধই মতলীয়া কৰি অন্য এক পুৰীলৈ লৈ গৈছিল মোক। অফ্ পিৰিয়ড বোৰ তাতেই পাৰ হৈছিল।

নতুন নতুন বন্ধু- বান্ধৱী। নতুন নতুন শিক্ষক-শিক্ষয়িত্ৰী। তেওঁলোকৰ চাল-চলনে অভিভূত কৰিছিল মোক। জীৱনৰ ইটো পিঠি লুটিয়াই চাইছিলো মই। তাত আছে আশা, পুলক, স্বপ্ন।। পঙ্কিলতাৰ মাজৰ পৰা ওলাই এক অনন্য মায়া-পুৰীত বিচৰণ কৰিছোঁ মই। সপোন দেশৰ ফুলকোঁৱৰ, ফুল কুঁৱৰী হঁতৰ দৰশন লভিছোঁ যেন।। ভৰপুৰ জীৱন আকণ্ঠ পান কৰিছোঁ যেন।।

জাহ্নবী, মনজোৎস্না, প্ৰিয়ঙ্গু, হিমাদ্ৰি, হেমাঙ্গহঁতৰ দৰে কলেজ কেণ্টিনত একাপ চাহ আগত লৈ বিভিন্ন আনন্দ-আহ্লাদ কৰাৰ সুযোগ মোৰ নাছিল। সিহঁতৰ খোজত বন-ফৰিঙৰ চঞ্চলতা, স্বপ্ন সোণাৰুৰ চনকা ডালত । কিন্তু তেনেকুৱা আনন্দ বাদ দিও জীৱনলৈ বহুত আনন্দৰ মুহূৰ্ত্ত আহে। কেৱল কোচ ভৰি গ্ৰহণ কৰিবলৈ সাজু থাকিব লাগে। জীৱনলৈ অহা পোহৰ বোৰ, আনন্দবোৰ উপভোগ কৰিবলৈ সদায় সচেতন হৈ থাকিব লাগে। নহ'লে আঙুলিৰ ফাঁকেৰে সৰকি যায়। নোহোৱা হৈ যায় এন্ধাৰৰ বুকুত।

কলেজৰ সময়কণ ইমান উলাহৰ। থাওকতে শেষ হৈ যায় সময়কণ। বিয়লি চাৰি-বজাৰ লগে লগেই কলেজৰ সময়বোৰ যাযগৈ। হো-হোৱাই ঘৰলৈ আহো। ভাত মুঠি খাওঁ। ৰাজ্যিক পুথিভঁৰাললৈ ওলাই যাওঁ।

ইতিমধ্যে বহুত লাগি-ভাগি জোন ককাইক গোলাঘাটৰ বন-বিভাগৰ অফিচলৈ বদলি কৰি অনা হৈছে। সকলোৰে আশা, সি গোলাঘাটত ভালে থাকিব। চকুৰ আগত ঘৰৰ দুৰবস্থা দেখি থাকিলে সি আওকাণ কৰিব নোৱাৰিব।

কলেজৰ নবাগত আদৰণি সভা অনুষ্ঠিত হৈছিল। ছাত্ৰ-ছাত্ৰী সকলৰ গীত-মাতে সজাই তুলিছিল দুপৰীয়াটো। মানুহৰ মাজত ইমান সম্ভাৱনা থাকে। নতুন নতুন শক্তি আৰু সম্ভাৱনাই মানুহক সুন্দৰ কৰে। বাহিৰৰ সৌন্দৰ্য্য ক্ষন্তেকীয়া। ই জহি খহি যায়। মাথো জীয়াই থাকে সুন্দৰ অনুভূতি।।

নবাগত ছাত্ৰ-ছাত্ৰী সকলৰ একাষাৰঃ এই অনুষ্ঠানত ময়ো কৈছিলো। অকণো খোকোজা নলগাকৈ কৈ গৈছিলো মনত খেলাই যোৱা কথা বোৰ। বক্তৃতাৰ শেষত হাত চাপৰিৰ শব্দত সভাঘৰ ৰজন্ জনাই গৈছিল। মুগ্ধ হৈছিল শ্ৰোতা সকল। মুখৰ পৰা নিগৰি পৰা শব্দ-সম্ভাৰে আকৰ্ষিত কৰিছিল সকলোকে।

অনুষ্ঠানৰ শেষত ভালেমান অচিনাকি বন্ধু-বান্ধৱীয়ে আহি চিনাকি হৈছিল মোৰ সতে। ভাল লাগিছিল মোৰ।

লাহে লাহে, দিন বোৰাৰ লগে লগে, শিক্ষা মনোবিজ্ঞানৰ শিক্ষক অৰুণ খেৰীয়া চাৰ,

মনজিৎ চাৰ, ন্যায় শাস্ত্ৰৰ শৰ্মা তামুলী চাৰ, গোহাঁই চাৰ, অসমীয়াৰ হেম বড়া চাৰ ইংৰাজীৰ মহন্ত চাৰ সকলোৰে মৰমৰ হৈ পৰিছিলো।

এদিন পুৱা শুই উঠি অনুভৱ কৰিলো পেটত এক অচিন বিষ। নাভিৰ সোঁমাজত আৰম্ভ হোৱা এই বিষে কোঙা কৰি তুলিলে মোক। বিব্ বিব্ কৈ ধৰা এই বিষ মাজে মাজে নোহোৱা হয়।

পেটটো ফুলি থাকে। খাবলৈ ৰুচি নোহোৱা হ'ল। অচিনাকি এই বিষটো মোৰ একান্ত লগৰী হৈ পৰিল।

গোলাঘাট হচ্পিতালৰ চিকিৎসাই বেমাৰৰ নোম এডালো লৰচৰ কৰিব নোৱাৰিলে।

মামনিৰ দেউতাক এজন ভাল কবিৰাজ। বিনামূলীয়া কবিৰাজী চিকিৎসা আৰম্ভ হ'ল। অকটা ঔষধ বোৰ খুন্দি-গুলি মায়ে মোক ভালেমান দিন খুৱালে। পেটত পৰিলেই বমি আহোঁ বমি আঁহো কৰে।

এমাহ কবিৰাজী চিকিৎসা চলিল। কিন্তু বেমাৰৰ লৰচৰ নহ'ল। আৰু নতুন নতুন উপসৰ্গইহে দেখা দিলে। মূৰ ঘুঁৰণি, বুকুধপ্ ধপনি, বমি ইত্যাদি।

কলেজলৈ যাবলৈ শক্তি তথা উৎসাহ হেৰাই গ'ল মোৰ। ৰোগে খাই শৰীৰৰ ৰং নোহোৱা কৰিলে। চুলিবোৰ সৰিবলৈ ধৰিলে। হাত-ভৰি বোৰ জেংখৰিৰ দৰে শুকাল।

চহৰৰ নাম কৰা ডাক্তৰ দুবৰাৰ কাষ চাঁপিলো। দুবৰা ডাক্তৰে তেওঁৰ জ্ঞান-বুদ্ধি সকলো খটুৱালে। বিনামূলীয়াকৈ ভালেমান ভিটামিন-লিভাৰৰ ইন্জেকচন দিলে। বাৰে তৰহৰ ঔষধো দিলে। কোনো কামত নাহিল। বেমাৰে নিৰ্ব্বিবাদে লীলা কৰি গ'ল শৰীৰত।

দুবৰা ডাক্তৰৰ দৰৱে কাম নকৰাত মা চমকি উঠিল। মুখত খেলোৱা দুলৰ্ভ হাঁহিটো নোহোৱা হ'ল। কি এই অচিন বেমাৰ। যাক্ দুবৰা ডাক্তৰেও ভাল কৰিব নোৱাৰে। তেনেহলে ই মন্ত্ৰৰ গুণ।

মাহৰ পিচত মাহ কলেজত অনুপস্থিত থকাৰ অপৰাধত মোক Non Collegiate কৰা হ'ল। Merit Scholarship কাটি দিছে। মাৰ মূৰত যেন সৰগ খহি পৰিল।

জোন ককায়ে ধনশিৰি পাৰৰ গুণাৰাম খনিকৰ বেজক আনিলে। এখিলা বেল-পাত জাৰি-ফুঁকি বেজে খালি-পেটতে খাবলৈ দিলে। বেলপাত পেটত পৰাৰ লগে লগেই ওকালি আহিল। বেজে ক'লে " ছোৱালীজনীক আহুদি কৰিছে" বেজৰ ঔষধ গলাধকৰণ কৰি বমিয়াই বিকতিয়াই আহৰি হ'লো। বেমাৰৰ লৰচৰ নহ'ল।

তৰফাটৰ কলীমন বেজক আনিলে জোন ককায়ে। বেজে তুলা-বাশিৰ মানুহ বিচাৰিলে। বাচনি চাবলৈ তুলা বাশিৰ মানুহ লাগে। নিশি ককাইক খবৰ দি মাতি আনিলে। সি তুলা ৰাশিৰ। শনিবাৰে মাজ-নিশা এটি আন্ধাৰ কক্ষত নিশি ককাইক খালিগাৰে মাটিত পৰা আসনত বহিবলৈ দিলে।

এগছি মাটিৰ চাকিৰ বাহিৰে কোঠাটোত পোহৰ নাই। দঢ়ীয়া বেজৰ বস্তা বসন, অনুচ্চ মন্ত্ৰ উচ্চাৰণে পৰিবেশটো ভয় লগা কৰি তুলিছে।

এন্ধাৰতো চিকমিকাই থকা নতুন কাঁহৰ কাঁহী এখন নিশি ককাইৰ উদং পিঠিত লগাই

দিলে। বাচনি চাব বোলে। তেওঁ আকৌ চকু মুদি মন্ত্র মাৰিবলৈ ধৰিলে।

চক্‌চকীয়া বগা দাঁতজোৰেৰে সৈতে কেট্ কেটকৈ ক'লা মানুহটোক পিশাচ যেন লাগিছিল মোৰ।

উৎকণ্ঠিত ঘৰৰ মানুহ সোপাক বেজে ফুচ্‌ফুচকৈ ক'লে ঃ "ঘৰৰ পূৰ্বকালে থকা আপোনালোকৰ বংশৰেই এঘৰ মানুহে ছোৱালীজনীক মন্ত্ৰৰ দ্বাৰাই বান্ধি থৈছে। সেয়ে ঔষধে গুণ দিয়া নাই। বান্ধ কাটিবলৈ সাত ঠাইৰ পানীৰ দৰকাৰ। পাৰিবনে যোগাৰ কৰিব। পাৰে যদি মই চেষ্টা কৰি চাব পাৰো।" বেজে ভালেমান মাননী ললে।

জোন ককাইৰ অফুৰন্ত ব্যস্ততা। সাত ঠাইৰ পানী যোগাৰ কৰাৰ। বেজৰ দিহা মতেই কুঁৱা, পুখুৰী, বোৱতী নদী, কমাৰ শাল, বেশ্যালয, পিতনি, দমকল আদিৰ পানী কটিয়াই আনিলে। এইখিনি কলহত গোটাওতে প্ৰায ৪/৫ দিন লাগিল। বেজে সেই পানী মন্ত্ৰপূত কৰি দিলে। চালনীৰ তলেৰে সৰকাই মঙ্গলবাৰে মোক গা ধুৱালে। এটা তাবিজো দিলে বেজে। এশমান টকা সৰকাই বেজ ঘৰমুৱা হ'ল।

বেমাৰৰ ৰূপ ৰং সলনি নহ'ল। বেমাৰ ভাল হোৱাৰ কোনো লক্ষণেই নাই মোৰ শৰীৰত।

বেজালিক অন্ধ বিশ্বাস বুলি জ্ঞান কৰা কুমুদ ককাযে মোক যোৰহাটলৈ লৈ গ'ল। তাত দুজন ডাক্তৰক বেলেগ বেলেগ কৈ দেখুৱালে। পেটৰ এক্সৰে কৰালে। এপেণ্ডিচাইটিছ আৰু ক্ৰনিক  ডিচেন্ত্ৰি দুযোটাই পালে।

নতুন নতুন ঔষধ গলাধ কৰণ কৰিলো। বেজিৰ খোচ খাই শৰীৰ থকা সৰকা হ'ল। সম্পূৰ্ণ ৬ মাহ শয্যাগত হোৱাৰ শেষত আকাশলৈ মূৰ তুলি চালো এদিন। আকাশ ইমান বহল। ইমান নীলা। এই ছয় মাহে বাহিৰা পৃথিবীৰ ৰূপ, ৰং মোৰ দৃষ্টিত ধূসৰ হৈ পৰিছিল।

পুৱা পখীৰ কুজন শুনি সাৰ পাই অনুভৱ কৰিলো, বেমাৰে তাৰ বিষাক্ত পাশৰ পৰা মোক মুক্ত কৰি দিছে। পুৱা গধূলি ভোগদৈৰ পাৰে পাৰে ফুৰিলো। থেও ধৰি নচা ভোগদৈৰ মুকলি বতাহ হেপাহ পলুৱাই সেৱন কৰিলো। গধূলি ভোগদৈৰ বুকুত বেলি অস্ত যোৱা চাই অপৰিসীম তৃপ্তিত মন আচ্ছন্ন হৈ পৰিল।

ভোগদৈৰ জিল্ মিল পানীলৈ চাই কবিতা গালো

"ইপুৰী সিপুৰী ক'তো একো নাই
বৈকুণ্ঠ পুৰীও কল্পনাৰ ঠাই
জীৱন মৰণ আৰু নিৰ্য্যাতন
তাৰ পৰা কাৰো নিস্তাৰ নাই।"

আৰু

"এই আশা, প্ৰেম আৰু সৰু সৰু হেজাৰ মৃত্যুৰ
ধূলিৰে আকীৰ্ণ পথ। গধূলিৰ স্বপ্নালু চহৰ
তোমাৰ মুখৰ দৰে লাগে মোৰ অতিকৈ আপোন
কৰুণ আভাৰে দীপ্ত সূৰ্য্যাস্তৰ সোণালী মদৰ।"

বছৰেকীয়া পৰীক্ষালৈ ১২ দিন থাকোতে গোলাঘাট পালেহি। জনম ঠাইখন যেন নতুন

ৰূপত ধৰা দিলে।

প্ৰথম দিনাই কলেজলৈ গৈ শুনিলোঃ মোৰ সকলো উন্নতিৰ দুৱাৰ বন্ধ। আনকি পৰীক্ষাও দিবলৈ নিদিয়ে। কাৰণ ক্লাচত উপস্থিতি মোৰ জোখাৰে নাছিল।

ভালেমান চিন্তাৰ অন্তত অধ্যক্ষৰ কাষলৈ গ'লো। বুকুত দুৰু দুৰু কঁপনি।

ঃ "চাৰ, অকমান সোমাওঁ।"

ঃ "কোন। সোমাই আহ।"

কোনোবাই গতিয়াই দিয়াৰ দৰে সোমালো।

ঃ "কি নাম তোৰ?"

ঃ "মোৰ নাম তৰা চাৰ। তৰা দত্ত।"

ঃ "কিহত পঢ়িছ? অৰ্থাৎ কোন ইয়েৰ।"

ঃ "পি ইউ, ফাৰ্ষ্ট ইয়াৰ চাৰ।"

ঃ "কিয় আহিছ? কি সমস্যা তোৰ?"

ঃ "চাৰ মোক Non Collegeate কৰা হৈছে। মোৰ স্কলাৰ চিপ বন্ধ কৰা হৈছে। আৰু মোক পৰীক্ষা দিবলৈকো নিদিয়ে।"

ঃ "কিয়? কিবা নিশ্চয় কাৰণ আছে?"

ঃ "চাৰ মোৰ অসুখ হৈছিল। ভালেমান দিন কলেজলৈ আহিব পৰা নাছিলো। চাৰ মেডিকেল চাৰ্টিফিকেট দিম পৰীক্ষাত যদি বহিবলৈ দিলে হেতেন। পঢ়াত মই বেয়া নহয় চাৰ। Terminal ৰ Result চাওঁক চাৰ।"

চাৰে মোলৈ চালে এপলক। যেন মোক পঢ়িলে। মানুহৰ দৃষ্টিত যে ধাৰ থাকে সেই দিনাই প্ৰথম বুজিলো।

ঃ "তই এতিয়া যা। মই ভাবি চাওঁ।"

জ্ঞান সাগৰত মাণিক বুতলিবলৈ অহা বহু ছাত্ৰ-ছাত্ৰীৰ মাজৰ ময়ো এজন। এনে কোনো বিশেষ প্ৰতিভাও নাই যাৰ জৰিয়তে অধ্যক্ষৰ দৃষ্টি গোচৰ হ'ব পাৰিলো হেতেন। মূলধন মোৰ সৎ সাহস।

মই অধ্যক্ষৰ আত্মীয়ও নহও। এনে কোনো মানুহ নাই যিয়ে নেকি চাৰক মোৰ বিষয়ে এবাৰ কব। একোবাৰ ভাবিছিলো মোৰ ক্লাচৰ শিক্ষক সকলক কওঁ নেকি। নে দৰকাৰ নাই। যি হয় হ'ব।

সুগভীৰ ব্যক্তিত্বৰ অধ্যক্ষ মহোদয়ে পিচ দিনাই মোক মতাই নিলে। মোক পৰীক্ষাত বহিবলৈ দিলে। মাথোন কলেঃ "পৰীক্ষা ভাল হ'বনে?"

ঃ "চেষ্টা কৰিম চাৰ।"

ঃ "মোৰ আশীৰ্ব্বাদ আছে তোলৈ। পৰীক্ষা ভাল হ'লেই তোৰ Merit Scholarship Contininue কৰি দিম। আমি কিছুমান নিয়ম মানি চলিব লাগে বুজিছ। তই এতিয়া যা।"

একো নভবাকৈয়ে চাৰক প্ৰণাম কৰিলো মই। চাৰৰ দৰে মানুহ আৰু দুজনমান আমাৰ সংসাৰত থকা হ'লে।

—: ০ :—

অসুখত পৰি থকা কালত অন্তৰ বাহিৰ পূৰ্ণ কৰি ৰাখিছিল হিৰণ্ময় দাদাই।

জীৱনৰ দ্বীপ ধিমিকি ধিমিকি জ্বলিছিল তেতিয়া। এক সঞ্জীৱনী সুধাই বাচি থাকিবলৈ উদগনি দিছিল মোক। সেয়া হিৰণ্ময় দাদা।

পুৰা নাম তেওঁৰ হিৰণ্ময় হাজৰিকা। ঘৰ মৰঙীৰ কোৰোকা গাওঁত। দেৱৰাজ ৰয় কলেজৰ স্নাতক মহলাৰ বিজ্ঞান শাখাত পঢ়ে।

দেহৰ বেমাৰ নিৰাময় কৰিবলৈ হেনো অন্তৰৰ ভিতৰুৱা শক্তিৰ বিশেষ প্ৰয়োজন। দৈহিক যন্ত্ৰণাই জীৱনী শক্তি চেপি আনিছিল যেতিয়া হিৰণ্ময় নামক এক প্ৰেৰণাই মোক জীয়াই ৰাখিলে। অপৰিসীম শক্তি এই হিৰণ্ময় নামৰ। মনৰ ভিতৰত ইয়াৰ উপস্থিতিয়ে বাহিৰ জগতখন পাহৰাই ৰাখিলে। মোৰ ভিতৰতে মই মগন হৈ থাকিলো।

কলেজৰ পুৰস্কাৰ বিতৰণী সভা এখনত প্ৰথম দেখা পাওঁ – হিৰণ্ময় হাজৰিকাক। এক ৰচনা প্ৰতিযোগীতাত প্ৰথম হৈছিল তেওঁ। ৰচনাৰ বিষয় "মধ্যযুগৰ অসমীয়া সাহিত্যলৈ শ্ৰীমন্ত শঙ্কৰদেৱৰ অৱদান" প্ৰথম পুৰস্কাৰ বিজেতাক ৰচনা খন পঢ়ি শুনাবলৈ কোৱা হ'ল। সঙ্কোচেৰে উঠি আহিছিল ল'ৰাজন।

নিতান্তই চকুত নপৰা, সাধাৰণ ল'ৰা হিৰণ্ময়। প্ৰায় ছয়ফুট ওখ, হটঙা শৰীৰ। মিঠা বৰণীয়া শৰীৰৰ ৰং। কৃশাংগী শৰীৰৰ হিৰণ্ময়ৰ চকু মুখৰ গঢ় মধ্যমীয়া। কাপোৰ-কাণি অপৰিপাটি। পুৰণা ধৰণৰ সাজ-পোছাক। পেণ্টটো আজোখা, ভৰিৰ সৰু গাঁঠি ওলাই থাকে। ভৰিত এজোৰ দৰাই পিন্ধা হেন আওপুৰণি নাগৰা জোতা, বৰ বিসদৃশ। কিবা খাপ নোখোৱা বিধৰ। চীনা মানুহৰ দৰে সৰু সৰু চকুজোৰ বুদ্ধিদীপ্ততাৰে উজ্বল। চকুৰ দৃষ্টি সবল।

হিৰণ্ময় লাজত ৰঙা পৰিছিল , ক'লা পৰিছিল। ডিঙিৰ শিৰ ফুলাই দুশাৰীমান পঢ়ি নাৰ্ভাচ কৰিছিল। বেলেগ ল'ৰা এজনে পঢ়ি শুনাইছিল ৰচনাখন।

বলিষ্ঠ ভাষা, সুশৃংখল শব্দ যোজনা, সংযত ভাৱ ভঙ্গীৰ ৰচনা খনে মন চুই গৈছিল। বিষয়বস্তুৰ উপস্থাপন পদ্ধতিৰ অভিনৱত্বই শ্ৰোতাক আকৰ্ষণ কৰিছিল। বিজ্ঞানৰ ল'ৰা হিৰণ্ময়। তাৰ নিশ্চয় প্ৰচুৰ অধ্যয়ন আছে। লিখাৰ পদ্ধতি দেখিলেই বুজা যায় তেওঁৰ জ্ঞান আছে। ধৈৰ্য্য আছে।

ল'ৰাজনলৈ কৌতুহল হৈছিল।

ল'ৰাজন বেলি ককাইৰ সমনীয়া। হাইস্কুলত হেনো একেলগে পঢ়া। পঢ়া-শুনাত ভাল হলেও মুখৰ কথা সৰি নপৰে। শিক্ষকে কিবা সুধিলে উত্তৰ নিদিয়ে। লগৰ বোৰে ফিলচফাৰ আখ্যা দিছে।

খেতিয়ক মানুহৰ ল'ৰা হিৰণ্ময়। প্ৰচুৰ কষ্টসহিষ্ণু। মৰঙীৰ পৰা দহ মাইল চাইকেল মাৰি নগৰৰ কলেজত পঢ়ে। আকৌ দহ মাইল চাইকেল মাৰি ঘৰলৈ যায়। চাইকেল মাৰি আহোঁতে কেনিকো নেচায়।

কলেজৰ লাইব্ৰেৰীত কেতিযাবা দেখো হিৰন্ময়ক। কথা-বতৰা পতাৰ সুযোগ পোৱা নাছিলো। অজানিতেই হিৰন্ময়ৰ প্ৰতি আকৰ্ষিত হৈছিলো। এই অনুৰাগ আছিল সম্পূৰ্ণ নিস্বাৰ্থ। কোনো প্ৰতিদান নিবিচৰা। কবিৰ অহৈতুকী প্ৰীতিৰ দৰে।

শিশুৱে পুতলা ভাল পায। পুতলাৰ পৰা প্ৰতিদান বিচাৰে জানো! মোৰো প্ৰেম আছিল শিশুৰ দৰেই।

তেওঁৰ পৰা কোনো সহাঁৰি পোৱা নাছিলো। সহাঁৰি বিচৰাও নাছিলো।

হিৰন্ময়ৰ বন্ধু পবন, কৌশিক, পিকাচুইঁতে মোক মাতিছিল। নিসংকোচে কথাও পাতিছিল। হিৰন্ময়ে মোক মাতবোল নকৰিছিল। কাষতে মেহেঙা-মেহেঙকৈ ৰৈ থাকিছিল। তেওঁ যেন গভীৰ অশান্তি পাইছে – এনে ভাব হৈছিল।

সুদৰ্শন চেহেৰাৰ কৌশিকৰ কথা-বতৰাত আবেগৰ গোন্ধ পাইছিলো। মোৰ কিন্তু ভাল লগা নাছিল। মোৰ মনৰ দিগন্ত হিৰন্ময় হৈ পৰিছিল।

একপক্ষীয় ভাবেই প্ৰেমত মগন থাকি আত্মতুষ্টি লভিছিলো। কবিতা ৰচিছিলো কেৱল।

দুখৰ সজ্জাত বন্দী
মোৰ গানৰ পখী
তথাপিতো কামনা কৰো
হে মোৰ যৌবনৰ প্ৰাণোপম সখী।
পলাশ-ৰঙেৰে বোলোৱা তোমা-হৃদয
হওঁক সুখী। হওঁক সুখী।।

পোৱা কলিজাত জাগেনে পুলক
ফাগুণ অহাৰ
যদিওবা মনৰ গহন বনত
ফাগুণৰ বিভৱ সম্ভাৰ

এনেদৰেই পাৰ হৈছিল সময়।

যৌৱনৰ প্ৰাচুৰ্যই গুৱনি কৰা মনৰ-বনানি। তেওঁৰ দুখানি ভৰিৰ খোজলৈ অপেক্ষা কৰাতো ভুল নেকি?

অসুখত ভুগি থকা কালত কল্পলোকত মই হিৰন্ময়ৰ সতেই ওমলিছিলো, কথা পাতিছিলো, হাঁহিছিলো। বোগৰ খবৰ লবলৈ হিৰন্ময়ৰ লগৰ বন্ধু, বান্ধৱ অনেক আহিল, গ'ল। কাৰণ হিৰন্ময়ৰ লগৰ বন্ধু-সকল বেলি ককাইৰো বন্ধু। হিৰন্ময় কিন্তু নাহিল।

কেতিয়াবা ভাবিছিলো – হিৰন্ময় যদি আহিলে হেতেন। মোৰ কাষতে বহিলে হেতেন। আৰু যদি সুধিলে হেতেন: "তৰা, গা কেনে পাইছা?"

মধুৰ সঙ্গীতৰ মূৰ্ছনাৰ দৰে এই কথা কাণত বাজি অহৰহ মোক জোকাই থাকিছিল। আকাশখন যেন খহি পৰিছিল বিন্দু বিন্দু জ্যোতিৰ কণিকা হৈ।

হিৰন্ময় আমাৰ ঘৰলৈ আহিব বুলি আশা কৰাতো নিস্ফল আক্ৰোশ মাথোন! কিন্তু

আহিব তেওঁ! মই তেওঁৰ কি হওঁ? তেওঁ মোক কোনোদিন মাত-বোল কৰা নাই। কোনো দিনেই মোৰ ফালে চাই হঁহা নাই। কিয়, কি স্বাৰ্থত তেওঁ আহিব! কি সাহসত তেওঁৰ আগমনলৈ বাট চাইছোঁ!!

আশাৰ শেৱালী মোৰ কোনো দিনেই নুফুলে।

এই অন্তহীন অপেক্ষাৰ মালাধাৰ গুঠি গুঠি সময়বোৰ পাৰ কৰো। কল্পনাতে বহুদূৰ আগুবাই যাওঁ। সপোনৰ অন্তত মিঠা বিষাদে মন আবৰি ধৰে!

অসুখৰ পৰা উঠি প্ৰথম কলেজলৈ যোৱাৰ দিনা কলেজ-গেটতে ৰৈ আছিল পৱন আৰু হিৰণ্ময়। পৱনে মাত দিলে,

ঃ "তৰা, আহিলা? যোৰহাটৰ পৰা কাহানি আহিলা?"

ঃ "অ' – যোৰহাটৰ পৰা পৰহি পালোহি।" অভিমানত দুগাল ফুলি উঠিছিল হবলা। খোজ-কাঢ়ি অহা বাবে ভাগৰো লাগিছিল। নাকৰ পাহিত কণ কণ ঘামৰ কণিকা।

ঃ "গা ভাল পাইছানে?" হিৰণ্ময়ে সুধিলে। উচপ খাই উঠিলো। কি আচৰিত! নিবুকা চামোনে দেখোন কথা কৈছে। আকস্মিক ভাবটো কোনো ৰকম চম্ভালি লৈ ইমান দিনৰ ক্ষোভ আৰু অভিমানেৰে ক'লো

ঃ "মোৰ গা ভালেই বা বেয়া, আপোনাক কিয় লাগে? খবৰ লোৱাৰ প্ৰযোজন নাই।"

ঃ "এঃ খঙেই উঠিল হবলা।"

একতিল সময়ো তাত নৰলো। পাচলৈ ঘূৰিও নেচালো। কোবা-কোবিকৈ ক্লাচ-ৰুম পাইহে উশাহ ল'লো। কোবা-কোবিকৈ যাওঁতে ক্লাচ ৰুমৰ খট্‌খটিত উজুতি খাই মেখেলাৰ পাৰ্তলিটো এৰাই গ'ল।

দুযোখন গাললৈ তেজবোৰ উজাই আহিছিল। ফোপাইছিলো। অভিমান, খঙ, আনন্দৰ এক মিশ্ৰিত অনুভূতিয়ে দোলা দি গৈছিল অন্তৰ।

ক্লাচ ৰুমত পাঠ-দান কাৰ্য চলি থাকোতে খিৰিকিৰ কাষতে বহিছিলো। মোৰ কাষতে বহিছিল চুৰেয়া। চুৰেযাই জানো বুজিছিল মোৰ মনৰ বতৰা! ঘণে ঘণে বাহিৰলৈ চাইছিলো। পঢ়াত মন বহা নাছিল।

চ'ত মাহ। বহাগৰ বিহুলৈ দিন নায়েই! কলেজ প্ৰাঙ্গনত ফুলৰ মেলা। ৰঙা, বগা, হালধীয়া বহুত ফুল। . মোৰ মনতো বহুত ফুল।

সেই নিশাই উগুল-থুগুল মনেৰে জীৱনৰ প্ৰথম প্ৰেম-পত্ৰখন লিখিলো। হৃদয়ৰ সমস্ত আবেগ, অভিমান, অনুৰাগেৰে ৰঞ্জিত এই প্ৰেম-পত্ৰ।

প্ৰেমত আগ-ভাগ লৈ প্ৰেম-পত্ৰ লিখা বাবে সকলোৱে যদি মোক হাঁহে, হাঁহক। মাথো হিৰণ্ময়ে জানক মোৰ পবিত্ৰ প্ৰণয়ৰ খবৰ।

প্ৰেম-পত্ৰখন লিখা বাবে ককাই হঁতে যদি শাস্তি দিয়ে — দিয়ক। নিৰ্ব্বিবাদে গ্ৰহণ কৰিম সেই শাস্তি!! শাস্তিৰ যন্ত্ৰণাও মধুৰ হ'ব — প্ৰণয়ৰ যন্ত্ৰণাতকৈ।

ক'ৰ অত সাহস মোৰ বুকুত! ভয়-সংশয়, লাজ-সংকোচ কলৈ পলাল! অপৰিসীম

সাহসী আজি মই।        পৃথিৱীৰ কোনো শক্তিয়ে যেন বাধা দিব নোৱাৰে আজি।

মুকুতাৰ দৰে সুন্দৰ আঁখৰেৰে প্ৰণয়-গাথা ৰচিলো। পুৱাৰ পোহৰলৈ অপেক্ষা কৰিলো অসীম ধৈৰ্যেৰে।

টোপনিৰ ভাও জুৰি ওৰে নিশা বিচনাত পৰি ৰ'লো। উজাগৰ চকুৰ পতাত হেজাৰ সপোন নামিল। সেই সপোনে বাট-চাই ৰ'ল পুৱতীৰ বাবে।

সেই জোনালী নিশা সেই অভগু লৰাজনেও মোৰ বাবে লিখিছিল এখনি প্ৰেম-পত্ৰ। ভাবি বিস্মিত হওঁ — একে সময়তে জন্ম পোৱা দুখনি প্ৰেম-পত্ৰৰ সম-উপলব্ধিৰ কথা।

হিৰন্ময়ৰ চিঠি মোৰ হাতত পৰাৰ আগলৈকে মোৰ ধাৰণা বেলেগ আছিল। ঘুণাক্ষৰেও জনা নাছিলো-হিৰন্ময়ৰ প্ৰণয়ৰ খবৰ! অতকাল হিৰন্ময়ে ব্যাকুল হৈ'আছিল কেৱল মোৰ বাবেই!

হিৰন্ময়ৰ প্ৰথম লেখা আছিল এনে ধৰণৰ, য'ত তেওঁ মোক সম্বোধনেই ক'ৰা নাই।

ঃ "এটা শব্দৰ কথা ভাবিছোঁ, যিটো ব্যাকৰণিক নহয়। কিন্তু অধি-অৰ্থব্যঞ্জকঃ যি মোৰ উপলব্ধিৰ বাহক হ'লহেতেন। ঠিক জ্যামিতিক প্ৰকল্পৰ দৰে, যদি মোৰ কল্পক্ষেত্ৰ ৰেখাৰে চিত্ৰায়িত কৰাৰ সাধ্য হ'লহেতেন, যিটো এতিয়া শূণ্যৰ স্বৰূপত মোৰ বিবেকত স্থিত — অধিক ভাল হ'লহেতেন।

এক বিশেষ বিষয়ত মই সদায় শঙ্কিত , যদি মোৰ হৃদয়ত থাপি ৰখা সুন্দৰৰ স্বৰূপ এটি বাস্তৱত ৰূপায়িত কৰিবলৈ যাওঁতে – সি নিৰ্জ্জীৱ মাটিৰ পুতলা হৈ পৰেঃ ভগা কাঁচত টুকুৰা টুকুৰ নিজৰ প্ৰতিবিম্ব দেখাৰ দৰে।

"অধিকাৰ" শব্দৰ ব্যাখ্যা বনাও দেই – প্ৰসঙ্গ সঙ্গতি দৰ্শাবলৈ মই কিন্তু অসুবিধা পাম। অনেকে আখ্যা দিব বিচৰা 'Philosopher' ৰ মাজেদি এবাৰ ভূমুকি মাৰি লওঁ দেই ——

হে আকাশ। [ আকাশলৈ দৃষ্টিত দাৰ্শনিকৰ কল্পনাত ]

তোমাৰ সেই নীলিম সৌন্দৰ্য-ৰাশি, তোমাৰ বিশালতা, তোমাৰ গাম্ভীৰ্য — সি মোৰ প্ৰেৰণাৰ স্থল। হে আকাশ। তুমি মোৰ দৃষ্টিত অন্ধতা সানি নিদিবা। অথবা তুমি মোৰ চকুৰ আঁতৰ হৈ নেযাবা। ইত্যাদি।

তোমাৰ বক্ষত কলীয়া ডাৱৰৰ আবিৰ্ভাবে মোক বিচলিত কৰিছে। চলমান কলীয়া ডাৱৰে তোমাক কিছুক্ষণ আচ্ছন্ন কৰি ৰখাৰ পাছত তোমাক মুক্ত কৰি দিলে — আগতকৈ অধিক উজ্জ্বল অধিক সুন্দৰকৈ . . . . . . এতিয়া তোমাৰ উজ্জ্বলতাৰ তীব্ৰতা মই সহ্য কৰিব পৰা নাই , তোমাৰ উজ্জ্বলতা মোৰ কলিজাত প্ৰতিফলিত হওঁতেহে মই আবিষ্কাৰ কৰিলোঁ — মোৰ দৃষ্টিত স্বাৰ্থৰ প্ৰচ্ছায়া। ইত্যাদি।

দৰাচলতে তোমালোকৰ ঘৰলৈ যাম বুলি কল্পনা কৰাতো লগতে দিন নিৰ্দ্ধাৰণ কৰাতো দুইটাই সঁচা কথা। ( বিদ্যাৰ শপথ ভাই।) Test পৰীক্ষাৰে চলি আছিল — পৰীক্ষা শেষ হোৱাৰ দিনাই আমাৰ Plan আছিল। সঁচা কথা আৰু এটা কওঁ দেই – নাপিতৰ ঘৰত ক্ষৌৰ কৰ্মও কৰি লৈছিলোঁ। 'যাম-যে' – এই ভাবনাটোৱে মনত ইমান আনন্দ দিছিল যে, তোমালৈ উপহাৰ এটি লৈ যোৱাৰ ধান্দাও কৰিছিলোঁ। তাৰ পিছত? 'অধিকাৰ'।

তোমাৰ দাদা বা আন কাৰো আগতেই মই তোমাৰ কাৰলৈ যাম বুলি কেতিয়াও কোৱা

নাই। ই মোৰ মনৰ ভিতৰৰ কথা আছিল। পৱনে কেৱল জানে 'যাম বুলি ধাৰ্য কৰা দিনটোৰ কথা।

তাৰ পিচত "শঙ্কা" বা "অসাধাৰণ অনুভূতি" বা "সন্তীয়া চেণ্টিমেণ্টৰ" কথা।

মই যদি "শঙ্কা" পৰিহাৰ কৰিব পাৰিলোঁ হেতেন প্ৰকৃততে তোমাৰ "অভিমান" নেথাকিল হেতেন! এতিয়া শংকা মোৰ ক'ত কৈ দিও — তোমাৰ ঘৰুৱা সদস্যবৃন্দৰ (দৰাচলতে তেখেত সকলৰ মনত এটাও প্ৰশ্নৰ উদ্বেগ নহলেও যিটো মোৰ সস্তীয়া অনুভূতিয়ে বিচাৰি পালে) মনত আহিব পৰা প্ৰশ্ন, — তোমাৰ কাষলৈ যোৱাত মোৰ কি স্বাৰ্থ, — ধৰণৰ মন গোমা কৰা মানসিকতাক — মই সহজে হজম কৰিব নোৱাৰিলো। দৰাচলতে ই মোৰ এটা গৌণ ভাৱনা।

মূল ভাৱনাটো সোমাই আছে তোমাৰ মাজত। লুকাই চুৰকৈ তোমাৰ হাঁহিটি চোৱাৰ অধিকাৰহে মই আদায় কৰি লৈছোঁ, কিন্তু মোৰ তোমালৈকে শঙ্কাটো বেচি হৈ গ'ল। মোৰ আবিৰ্ভাব তুমি যদি সহজ ভাবে লব নোৱাৰা — (ই মোৰ ধাৰণাৰ ভ্ৰান্তি আছিল) ঃ বিপৰীতে বাকী সকলোকে মই উপেক্ষা কৰিব পাৰিম! ধেৎতেৰি চোৱানা ফুললৈকো মোৰ সৰ্পৰ ভয় সোমাই গ'ল।

ভয়ত যদিও পলালো – মনৰ অস্থিৰতা থাকি গ'ল। অস্থিৰতাৰ ৰূপান্তৰ অশান্তি। তথাপিও পৱনক লৈ এদিন ফোঁ–ফোঁৱাই চাইকেল মাৰিছোঁ তোমাৰ ঘৰৰ সমুখেদি। আশা তোমাক যদি দেখোঁ, মিছা অজুহাত এটাৰে (চোৱা, তোমালৈ শংকা তেতিয়াও আঁতৰা নাই) তোমালোকৰ ঘৰত সোমাম। যেনে– ধৰা অমুকলৈ যাবলৈ আহিছিলোঁ। ইত্যাদি।

পিচে একো হৈ নুঠিল। তুমি যোৰহাট পালাগৈঃ সেই পৰ্য্যন্ত খবৰ মোৰ থাকিল। সান্ত্বনাৰ বাবেই পৱনৰ দ্বাৰাই তুমি ক'ত আছা, কেনে আছা বিধৰ খবৰকে সংগ্ৰহ কৰিছোঁ। মাথো এটা কল্পনাকে সদায় কৰো – যদি এথোপা ফুলেৰে তোমাৰ কাষলৈ যাব পাৰিলোঁহেতেন! এদিন যোৰহাটলৈ গৈ ঘূৰি আহিলাগৈ ঃ তোমাৰ ঠিকনা তেতিয়া মোৰ অপৰিচিত। গতিকে "যোৰহাটলে যোৱা" শব্দ দুটাই যেন মোক কিছু শান্ত কৰি ৰাখিলে।

অভিমান কৰিলে হেনো ছোৱালী আৰু ধুনীয়া হয় – গানৰ কলি এইটো। মই পিচে দেখি গ'লো এইবাৰ। পিছৰ বোৰ নকওঁ আৰু     এইবাৰৰ পৰা জোকাই জোকাই খংতোলাই লম আৰু চাই থাকিম।।

জানিবলৈ তুমি নিশ্চয় ইচ্ছা কৰা মোৰ ভাৱনা বোৰৰ ধৰ্ম্ম, সম্প্ৰদায় ইত্যাদি কি। একে আষাৰতে কোৱা সহজ নহয়, কাৰণ ইহঁতৰ কিছুমান, মোৰ বোধ মানবীয় আৰু কিছুমান 'লেতেৰা' মানে মানবীয় গুণ ৰহিত।

অতীতৰ পৰা এটা কথা মোৰ উপলব্ধিত দৃঢ় হৈ আহিছে যে, পচন্দৰ সঙ্গ এটা নাপালে মানুহৰ মানসিক অশান্তি নাতবে। এই উপলব্ধি আৰু অতীত সঙ্গী সকলৰ বিশ্লেষণে মোক বহুত পৰিমাণে হতাশ কৰি ৰাখিছে আৰু দিনে দিনে মোৰ ভাৱনাবোৰ গভীৰলৈ সোমাই গৈ আছে। Real Friendshipness, মানবীয়তা, সভ্যতা এনেকৈ ভাৱনাবোৰ পাকঘূৰণি খাই গ্ৰহ-গ্ৰহান্তৰত বিচৰণ কৰি ফুৰে।

কেতিয়াবা আফ্ৰিকাৰ গাওঁবোৰত সময় কটাওঁ, মন গ'লে মঙ্গল গ্ৰহত দুৰাতি মান থাকি আঁহো। ঠিক এনেকুৱা মধ্যাকৰ্ষণ বিহীন মনটো কেতিয়া মহাশূন্যত ওপঙি ফুৰে — মোক যেন

অৱলম্বন বিশেষৰ প্ৰয়োজন হয। কিন্তু সঙ্গীমহলৰ প্ৰতিটি অৱলম্বন মোৰ ভৰত উভালখাই পৰিছে। তেতিয়া হাৰিলোঁ হাৰিলোঁ লাগে।

এনেযেও মই সিমান সুবিধাৰ নহওঁ। মোৰ চৌদিশৰ পৰিবেশবোৰ মূঠেই অস্বাস্থ্যকৰ। পৰিবেশে হেনো চৰিত্ৰৰ সৃষ্টি কৰে। এইবোৰ বুজাবুজিৰ পাছতো মোৰ চৰিত্ৰ আৰু মই দুটা বেলেগ বস্তু যেন লাগে।

বহুতৰ মাজত তোমাত কিবা ব্যতিক্ৰম দেখা পাইছোঁ। সেইখিনি মোৰ ভাল লাগিছে। নিজে নুবুজাকৈযে।

তুমি কিন্তু পৰীক্ষা দিবই লাগিব। পিছৰ বছৰটোত মাত্ৰ দুবছৰীযা পৰিশ্ৰম একেবাৰতে কৰাৰ সাহ গোটোৱা। মোৰ শুভ কামনাবোৰ তোমাৰ যাত্ৰা পথৰ সহাযক হ'লে সুখী হ'ম। এইখিনেয়েই কথা। মুখেৰে প্ৰকাশ কৰাত অক্ষমতা অহাত লিখনিৰ সহায় ললো। অপৰাধ হ'লে দণ্ড বিহিবা আৰু।

আৰু কিবা থাকিলে নেকি লিখিবলৈ?

নিলিখাখিনি নিজে বুজি ল'ব নোৱাৰিবা জানো?

[ এতিয়া ৰাতি বাৰটা। চকুত টোপনিৰ হেঁচা। শুম। তুমি মাথো সপোনত আহিবা। আহিবাই। ] ইতি –

—:O:—

জোন ককাইৰ অফিচটো ধনশিৰি নদীৰ পাৰত। আমাৰ ঘৰৰ পৰা ভালেমান দূৰ। জোন ককাই ঘৰলৈ আহিলত আমি সকাহ পাইছিলো। মোৰ অসুখত সিয়ে ডাক্তৰ, কবিৰাজ, বেজ বিচৰা আদি কাম কৰিছিল।

আজি কালি জোন ককাই অফিচৰ পৰা বহু নিশাহে ঘৰলৈ আহে। আমি সুধিলে কয় "অফিচত বহুত বহুত কাম। মুঠেই সময় নাই।"

ভাত নোখোৱাকৈয়ে সি বিচনাত পৰে। মায়ে যতনেৰে বাটি দিয়া ভাত সেই ভাগেই থাকে।

কেতিয়াবা সি বমি কৰে। দুৰ্গন্ধ বমি। মদৰ ভেকেটা-ভেকেট গোন্ধ!! মা, মই, বেলি ককাই, সকলোৱে বুজি পাওঁ। তাক কিবা সুধিলেই জক্ জকাই উঠে। পিচদিনা পুৱা মায়ে জুহালত তাক বুজনি দিয়ে। সি আওকাণ কৰে। কেতিয়াবা ভেকাহি মাৰি উঠি যায়। ভাত নোখোৱাকৈয়ে অফিচলৈ যায়। মায়ে কান্দে "ক'ণা বিধাতাই মোক মাৰি নিনিয়ে কিয়? কি সুখ চাবলৈ মই বাচি আছোঁ।"

লাহে লাহে নিশা সি ঘৰলৈ নহা হ'ল। মায়ে ওৰে নিশা উজাগৰে কটায়। আশা, জোন ককাই আহিব। দুৱাৰ খুলি দিব লাগিব। ভাত যতনাই দিব লাগিব।

কেতিয়াবা দুই তিনিদিন একে লেথাৰিয়ে সি ঘৰলৈ নাহে। তেতিয়া বেলি ককাযে তাক বিচাৰি যায়। মায়ে কান্দি থাকে। নিৰলে নিৰলে ময়ো কান্দো।

হঠাৎ দুপৰীয়া সি ওলাইহি ঃ "মা, ভাত দেচোন খাওঁ। অফিচত বহুত কাম। ৰাতি ৰাতি কাম চলিছে।"

তাৰ ফাঁকি আমি ভালকৈয়ে বুজি পাওঁ। তাৰ শুকান ওঁঠ, ৰঙা ঢুলঢুলীয়া চকু, জপৰা চুলিয়ে আমাক বুজ দিয়ে সি সুৰাত মগন আছিল।

কুমুদ ককাইলৈ খবৰ পঠালো, ককায়ে তাৰ অফিচৰ মানুহক লগ ধৰি তাক চকু-কাণ দিবলৈ ক'লে। জোন-ককাইকো ডাবি-ধমকি দিলে। তাৰ অফিচাৰকো কথাবোৰ ক'লে।

কিন্তু কোনো ফল নধৰিল। "নগাৰ বোলে চাঙতলেই বাট।" অফিচৰ প্ৰায় বোৰেই মদাহী। কিন্তু তেওঁলোকে নিজক বচাই চলিব জানে।

এটা পৰিবৰ্ত্তনে কিন্তু দেখা দিলে। আগেয়ে সি লুকাই-চুৰকৈ খাইছিল। আমাক ফাঁকি দিছিল। এতিয়া দেখা-দেখিকৈ মদ খাবলৈ ল'লে। কেতিয়াবা ঘৰলৈকো সঙ্গী আনি খায়। আমাৰ লগত কাজিয়া কৰে।

অকল সেয়ে হোৱা হলেও ভাল আছিল। নিবব নিশা, যেতিয়া জগত নিস্তব্ধ হৈ পৰে, আমাৰ দুচকুত টোপনিয়ে ভীৰ কৰেহি — তেতিয়া সি চিঞৰি চিঞৰি কথা কবলৈ ধৰে। আমাক গালি-গালাজ কৰে। কাকো শুবলৈ নিদিয়ে।

পদূলিলৈ ওলাই গৈ চুবুৰীয়া মানুহক অবাইচ মাত মাতি গালি-গালাজ কৰে। ওচৰ-

চুবুৰীয়াৰ শান্তি ভঙ্গ কৰে। হুলস্থূলীয়া পৰিবেশৰ সৃষ্টি কৰে।

পুৱা সি নিতাল মাৰি শোৱে। আমাৰ আৰু শোৱা নহয়। দৈনন্দিন কৰ্মক্ষেত্ৰত নামি পৰো। অফিচলৈ যোৱা তাৰ অনিয়মিত হৈ পৰিল। কেতিয়াবা যায়, কেতিয়াবা নেযায়।

দৰমহা পালে তাৰ উৎপাত চৰে। মাৰ হাতত ২০০ মান টকা দিয়ে। বাকী সোপা টকা অ'ত ট'ত চতিয়াই ফুৰে।

হাতত যেতিয়া টকা নোহোৱা হয়, তেতিয়া সি মাক টকা খোজে।

ঃ "মই যে টকা দিছিলো, কি কৰিলি দে।"

ঃ "নাই নহয়, চাউল-পাত কিনিলো। মোৰ হাতত এটিও টকা নাই।"

ঃ " (অবাইচ) তই মিছা কথা কৈছ – দে উলিয়াই দে মোৰ টকা।"

ঃ "নাই অ' সোণ, গাৰ মঙহকে কাটি নে, তথাপি টকা নাই অ' মোৰ সোণাই।"

ঃ "মোৰ টকা মোক লাগিবই, ক'ৰ পৰা আন আনগৈ। যা– দেৰী নকৰিবি।"

সি ঘৰৰ বেৰ-চাল মৰিয়াবলৈ ধৰে। সমুখত যি পায় তাকে দলিয়ায। বস্তু-বাহানি ভাঙে। মা আৰু মই পলাই – চুপি বাৰীৰ পিচ ফালে ভীমকলৰ চেপত লুকাই থাকোঁ।

শেহান্তৰত মাৰ যৌতুকীয়া কাঁহৰ বাচন এটিকে লৈ সি ওলাই যায়। তাৰেই সি মদৰ যোগাৰ কৰে। মায়ে ইনাই বিনাই কান্দে।

পুৰণি দিনীয়া কাঁহৰ বাচনবোৰ, যি বোৰ মায়ে সযতনে ৰাখিছিল – হাজাৰ বিপদতো বিক্ৰি কৰা নাছিল – সেইবোৰকে সি এটি এটি নি বিক্ৰি কৰিবলৈ ধৰে।

দিনক দিনে জোন ককাইৰ উৎপাত আৰু বাঢি যায়। আজি কালি সি হাতত দা লৈ আমাক কাটিবলৈ খেদি ফুৰে। ঘৰত পাবলৈ নোহোৱা বস্তু খোজে। সিজাই থোৱা ভাতৰ চৰু মজিয়াত লুটিয়াই দিয়ে। বগা ভাতেৰে মজিয়া ভৰি যায়। আমাৰ কাৰো খোৱা নহয়। পালেঙ-চকী-মেজ দাৰে ঘপিয়াই চূৰ্ণীকৃত কৰে। দা কুঠাৰ লুকুৱাই থলেও সি বিচাৰি পাবই।

নিশা ঘৰৰ ভিতৰত আমাৰ ঠাই নোহোৱা হ'ল। ম'হৰ কামোৰ খাই বেলি ককাই, মই আৰু মা জয়াল তেতেলী তলত পৰি ৰওঁ। মাক কোলাত শুৱাই লৈ বেলি-ককাই আৰু মই উজাগৰে কটাওঁ। ... আমাৰ দুৰৱস্থা দেখি হয়তো ভূতেও নাহে। তেতেলী জোপাই একান্ত আশ্ৰয়। . ভয় কৰবালৈ পলায়।

কলেজৰ মিঠা-পৰিবেশে, বন্ধু-বান্ধৱীৰ স্নেহপূৰ্ণ ব্যৱহাৰে নিশাৰ কষ্টকৰ পৰিস্থিতিৰ কথা পাহৰাই দিয়ে। যোৱা বছৰ ক্লাচত উপস্থিত নথকা বাবে Non collegiate কৰিছিল। . এই বছৰ মই বৰ সাৱধান। নিদ্ৰাবিহিন নিশা কটোৱাৰ পিচতো নিয়মিত ক্লাচ কৰোঁ। অফ্ পিৰিয়ডত লাইব্ৰেৰীত দৈনিক পঢ়াশুনা কৰো। মই যেন শক্তিৰ আঁকৰ। . হিৰণ্ময়ৰ সঙ্গই মোক নিৰ্ভীক আৰু সাহসী হ'বলৈ শিকায়। হতাশাই চেপি অনাৰ মুহূৰ্ত্তত হিৰণ্ময়ে প্ৰেৰণাৰ দীপ জ্বলাই মোক পথ দেখুৱায়। ভাব হয়

"প্ৰেমেই মস্তক মণি সাধনাৰ ধন

জীৱন শোকৰ লীলা অবিশ্ৰান্ত ৰণ

মৰণৰ অনিৰ্ব্বাণ মহিমাৰ শিখা

তাৰ মাজে পুলকৰ মায়া মৰিচিকা।"

আজি কালি হিৰন্ময়ক মই সদায লগ পাওঁ। বিযলি ঘৰলৈ অহাৰ পথত আমি ভালেমান বিষয় আলোচনা ক'ৰো। সাহিত্যত আৰম্ভ হোৱা আলোচনা, ৰাজনীতি, ভূগোল, বুৰঞ্জী, সমাজ অতিক্রম কৰি প্রেমত শেষ হয। সৰু সৰু মান- অভিমান ভৰা কথা, অনুযোগ, অভিযোগ আদিয়ে আমাৰ পথ-চোৱা চমু কৰে। ঘৰলৈকে আগবঢাই থৈ হিৰন্ময়ে মৰঙীলৈ চাইকেল মাৰে।

নিতৌ সন্ধিয়া পঢা-টেবুলত বহাৰ সময়তে জোন-ককায়ে গেলা-সোপা খাই আহি মাৰ সতে কাজিয়া কৰে। সেইবোৰ আওকাণ কৰি পঢাত মন বহাবলৈ চেষ্টা কৰো। মোকো গালি-গালাজ কৰে হকে বিহকে।

ঃ " (অবাইচ) জীযেকে পঢিছে চা। ফলাবি। থ, থ, পঢা থ। মৰিযালৈ যাব খুজিছিলি নহয়, মইহে বচালো এতিযা পটি দেখুবাবলৈ আহিছে ।

একো নুশুনা ভাও ধৰো। আৰুতো উপায নাই। মোৰ নীৰবতা তাৰ সহ্য নহয। সি কাজিয়া কৰিবলৈ চেলু বিচাৰে। অসৎ ভাষাৰে গালি পাৰে। সৰ্ব্ব শেষত চুলিত ধৰি মোক পঢা-টেবুলৰ পৰা টানি নি গতিযাই দিলে। দুৱাৰ দলিত হামখুৰি খাই মুখ-ঠেকেছা খালো। তেজ ওলাল। মায়ে কান্দে।

ঃ "ঐ তেজখোৱা। মোৰ তেজ খাই হেপাহ পেলোৱা নাই। ফুকলীয়া ছোৱালী জনীকো খাব খুজিছ। যা, গৈ যা, ঘৰলৈ নাহিবি তই। এনে বুলি জনা হ'লে জনম কালতে ডিঙি টিপি মাৰিলোহেতেন।"

ঃ "তই মোৰ মা নহয় – মাহী মা। ম্যহী মা। অ' তই মোৰ মাহী মা। মোক তই দেখিব নোৱাৰ। ৰ' চালা চব ভাঙি চুৰ্মাৰ্ কৰোঁ।"

. ইয়াৰ পিচত আৰু ঘৰত থাকিব নোৱাৰি। মাৰ শত-বিননিকো আওকাণ কৰি সি তাণ্ডৱ লীলা কৰে।

পি ইউ ফাইনেল পৰীক্ষালৈ মাথোন গোন্ধৰ দিনহে বাকী। কিতাপখন বুকুত সাবটি বাহিৰলৈ ওলাই আহোঁ। কান্দিবলৈকো সময নাই মোৰ । পৰীক্ষা ভাল কৰিবই লাগিব।

ৰাজ পথৰ লাইট-পষ্টৰ তলত বননিত বহি লওঁ। ফট্ ফটীয়া পোহৰ! তাতেই পঢ়িবলৈ ধৰো। পথেদি যোৱা বাটৰুৱাই বৈ বৈ চাই যায়। লাইটত পৰিবলৈ অহা ছগাবোৰে চকুৰে মুখে সোমায়। চকুত খচ্খচনি তোলে।

ঘৰৰ ভিতৰৰ হুলস্থূল বাঢ়ি আহে। পৰীক্ষাত উৰ্ত্তীণ হোৱাৰ ধান্দাই মোক সকলো পাহৰাই দিয়ে। এই অৱস্থাৰ পৰিবৰ্ত্তন যেন শিক্ষাৰ যোগেদিয়েই আহিব।

বহাগৰ বিহুৰ পিচতেই পৰীক্ষা।

এইবাৰ বহাগৰ বিহু আমাৰ বাবে বিষাদৰ প্ৰতিমূৰ্ত্তি হৈ আহিল।

কুলিৰ কোমল মাতে আকাশ কপোৱাৰ যতবত, পিঠাৰ মলমলীয়া গোন্ধে মন মতলীয়া

কৰাৰ বতৰত, ঢোল-পেপাৰ মাতে নাচনীক পখিলা উৰাদি উৰিবলৈ বাধ্য কৰাৰ বতৰত — আমাৰ ঘৰত জোন ককাইৰ উৎপাত সপ্তমত চৰিছিল।

এইবাৰ বহাগে মিঠা-উন্মাদনা কঢ়িয়াই অনা নাই। বছৰবোৰ দুখৰ মাজতো বহাগ যেন এক জলন্ত অঙ্গীকাৰ হৈ মোৰ হৃদয়ত ধৰা দিছিল। .

বিহুৰ কোনো উলাহেই আমাৰ ঘৰত নাছিল। নাই পিঠা ভজাৰ উখল, মাখল, — নাই চিৰা-খুন্দাৰ আগ্ৰহ, নাই বিহুবান লোৱাৰ দিয়াৰ হেপাহ, নাই গোসাঁই সেৱাৰ আগ্ৰহ— একোৱেই নাই। আছে মথোন গেলা মদৰ গোন্ধ আৰু মা ৰ চকুৰ পানী।

চবুৰীৰ "অগ্নি নিৰ্ব্বাপক বাহিনী"যে প্ৰতি বছৰ পহিলা বহাগত উলহ মালহেৰে জন্ম বাৰ্ষিকি পাতে। সুসজ্জিত হাতী আগত লৈ শোভাযাত্ৰা কৰে, মাইক লগাই ঠাইখন তাল-ফাল কৰি ৰাখে। এই বিহুগীত শুনি শুনি পুৱা-বেলা পিচ-বাৰীৰ বৰ আম জোপাৰ তলত মুঢ়া এটা পাৰি বহি পটি আছোঁ।

বিহুগীত বোৰ বৰ মন পৰশা ঃ

ধনক গুণি গুণি নধৰে ঐ টোপনি
থাকোঁ অনাহাৰে শুই।
আগেয়ে নেজানো এতিয়া জানিলো
বুকুত মোৰ একুৰা জুই।।

বৰ আম জোপাৰ তলখন বৰ লেতেৰা। বৰষুণৰ পানী পৰি পছি থকা আমপাতৰ গোন্ধ, ডাঙৰ ডাঙৰ গেলা শামুক, গেলা শামুকৰ গোন্ধ, জোক, পোক, বিছাৰ অবাধ গতি। কেচা পাযাখানাৰ গোন্ধো নাকত লাগিছে।

পঢ়িবৰ কাৰণে মোৰ বাবে এইডোখৰ ঠাযেই নিৰাপদ। ইযাত আছে নিৰবতা। পৰিবেশৰ উৎকৎ দুগৰ্ন্ধই একো অনিষ্ট কৰিব নোৱাৰে মোক। মোক লাগে দুদণ্ড শান্তি।

ঘৰৰ ভিতৰত পঢ়িবলৈ মন নোযোৱা যায। কিন্তু নিশা হেপাহ পলুৱাই উৎপাত কৰি জোন ককাই এটি অবুজ শিশুৰ দৰেই শুই আছে। শব্দ কৰি পঢা মোৰ স্বভাৱ। সি সাৰ পালে ঘৰত অশান্তি হ'ব। মায়ে ভাত-ৰান্ধি আছে। বেলি ককাই শুই আছে। বহুত মন যোৱা কৰ্ম আমি কৰিব নোৱাৰো। অশান্তিৰ সৃষ্টি হোৱাৰ ভয়ত — আমাৰ আশাবোৰ চেপি-খুন্দি ৰাখো। মিঠা - কণ্ঠৰ আন এটি বিহুগীতে বুকুত খুন্দিয়াইছেহি

কেতিয়াবা মইনাজান এনেনো বেজাৰ লাগে
টেটু কাটি মৰিবৰ মন।

বহাগে অঙ্গীকাৰ হৈ সজোৱা মোৰ হৃদয খন থান্ বান্ হৈ পৰিল যেন। কি হ'ল জানো মোৰ। গীত ফাঁকিয়ে যেন মোৰেই কথা কৈছে। পঢ়িবলৈ এৰি উচুপি উচুপি কান্দিবলৈ ধৰিলো। অসহনীয় দুখৰ চাকনৈয়াত শৰীৰ থক্ থকাই কপিবলৈ ধৰিলে। দুহাতেৰে মূৰৰ চুলিবোৰ খামুচি ধৰিছো। পাৰভঙা শোকত দুচকুৰে অবিৰাম লোতক নিগৰিছে।

কেতিয়াবা কিছুমান গীত ইমান হৃদয় স্পৰ্শী হৈ পৰে। জোকাৰি যায় মানুহৰ মন। চপৰা

চপৰে খুহাই কলিজা। দুখকেই জীৱনৰ লগৰী হিচাপে পোৱা মোৰ এনে হোৱা কোনো কালেই মনত নপৰে চোন। কিমান সময় জপোৱা কিতাপ খন কোলাত লৈ কান্দি আছিলো খেয়াল নাছিল। বিহু-ঢোলৰ শব্দ, বিহু ছবি আমাৰ চুবুৰীৰ ফালেই আগুৱাই আহিছিল। আজন্ম বিহুৰ সতে একাত্ম হৈ, বিহুৰ ৰঙ আনন্দত গা-উটুৱাই দিয়া মোৰ বাবে বিহুৰ বতৰত কন্দা আচহুৱা কথা। অভাৱ-অনাটন, দুখ-দৈন্য একোৱে বিহুৰ ৰং কাঢ়ি নিব নোৱাৰে।

আম পাতৰ আঁৰত কুলিৰ মিঠা কণ্ঠ ঃ কু-উ , কু-উ, কু-উ।

আজি কুলিৰ মাতেও সান্ত্বনা দিব পৰা নাই। কুলিৰ মিঠা কণ্ঠও বিষাদ-বিননি ৰূপেহে কলিজাত প্ৰতিফলিত হৈছে।

..হিৰন্ময়ে বাৰু কি কৰি আছে! পঢিছে ছাগে। হিৰন্ময়তো নেজানে মই কান্দি আছোঁ বুলি। মই কান্দিলে তেওঁ বৰ আঘাত পায়। হিৰন্ময়ে মোক মাসোণ বুলি মাতে। ইযাৰ আগতে একমাত্ৰ মাসোণ বুলি হেনো দেউতাইহে মাতিছিল। "মাসোণ" বৰ কোমল স্পৰ্শ কাতৰ শব্দ এইটো। দেউতাই চাৰিটা লৰা সন্তানৰ মাজত জন্ম পোৱা আদৰৰ জীযেকক দিয়া নাম। হিৰন্ময়ৰ মুখত বৰ ভাল শুনি। যেন নিৰাপত্তা পাওঁ।

তেওঁৰ শেহতীয়া লেখা ঃ " মই আজৰি সময়ত প্ৰতি মুহূৰ্তে তোমাকেই ভাবো। তোমাক কন্দা দেখো। গতিকে মই বৰ চিন্তিত হৈ ৰওঁ। কিতাপৰ পৃষ্ঠাৰ হাঁহিৰ পৰা, কান্দোনৰ পৰা, জন্মৰ পৰা, মৃত্যুৰ পৰা, অ-বোধ বাক্যৰ পৰা, বোধগম্য তত্বৰ পৰা, বিছিন্ন মন আহি তুমি কল্পনাৰ সুখ-বোধ, দুখ বোধত আশ্ৰয় লয়হি — একান্ত নিবিড় ভাবে।

পঢ়াশুনা কৰিছানে? মই শপত দি পঠাইছিলো সিদিনা, এতিয়াও দাবী কৰো তুমি যত্নেৰে পঢ়া উচিত। এপাহ কপৌফুল পঠালো মাসোণ! ফুলৰ পাহিয়ে পাহিযে মোৰ মৰম লাগি আছে। বুতলি লবা। বিচাৰি ল'বা। "

" এই বহাগৰ বতৰতে সংকল্প কৰিবলৈ ভাল লাগে মোৰ সোণ! আজি মই ভাবিছোঁ। এনে এটা দিনতেই কোনোবা এদিন জীৱনৰ সৰ্বস্ব ৰং তোমাৰ দেহে-মনে সানি দিম অকণো বাকী নৰখাকৈ।"

—: O :—

প্ৰথম বিভাগ পাই প্ৰাকবিশ্ববিদ্যালয় পৰীক্ষাত উত্তীৰ্ণ হ'লো। আমাৰ ঘৰখনৰ বাবে সেয়া কোনো আনন্দৰ বতৰা নাছিল।

কাৰণ, জোন ককাইৰ চিন্তাত মা অকালতে বুঢ়ী হৈ পৰিছিল। নিতে ন-ন অত্যাচাৰ কৰি জোন ককায়ে এখন ঘৰৰ সুখ শান্তি হৰণ কৰিছিল। দুখৰ ভাত মুঠি খোৱাৰো অশান্তি, সুখৰ টোপনি কণতো ব্যাঘাত।

নিশা সি ঘৰলৈ নাহিলেও চিন্তাই লগ নেৰে। ক'ৰবাত খিৰিক্ কৰিলেই টোপনি ভাঙে, অন্তৰত ভয় জানোছা সি আহিল, এতিয়া উৎপাত আৰম্ভ কৰিব। আমাক ঘৰৰ পৰা উলিয়াই দিব। মাযে কন্দা কটা কৰিব। এই ভযতে টোপনি নাহে। আৰু দুঃচিন্তা। সি বা ক'ত পৰি আছে গৈ। মৰিয়াই মাৰিব কোনোবাই।

মা নিশা ধৰ্ফৰাই থাকে। কু-পুত্ৰ জন্ম দিলে নাৰীৰ সমগ্ৰ জীৱন ধৰফৰনি। হাজাৰ দুষ্ট হলেও পুত্ৰ সদায পুত্ৰই। কথাতেই কয বোলে মাইকীৰ পোৰা পেট।

দুখৰ বোকাত সেমেকা মন-পথাৰত হিৰন্ময এচেৰেঙা ৰ'দ। হিৰন্ময প্ৰেৰণাৰ বন্তি জ্বলাই গল্প আৰু কবিতা লিখিছিলো। সেইবোৰে সমাদৰ পাইছিল। কলেজত এখনি আচুতীয়া আসন লভিবলৈ সক্ষম হৈছিলো।

মাযে কৈছিল "কি হ'ব সোণ, এইবোৰ লিখি। এইবোৰে জানো আমাক খুৱাব? দেখা নাই, জোন ককাযেৰে কিমান সুন্দৰ সুন্দৰ গল্প, কবিতা লিখিছিল —অভিনয কৰিছিল, এতিয়া সকলো ৰসাতলে গ'ল। কি লাভ হ'ল। সকলো ফুটুকাৰ ফেন। তই কেৱল পঢ মোৰ সোণ। সোনকালে কৰবাত চাকৰি এটা বিচাৰি ল'। লাগিলে আমি ভাড়াঘৰতে থাকিম। আৰু নোৱাৰি মৰা দেহাৰে কিমান সহিম মোৰ আই"

হিৰন্মযে কৈছিল ঃ " মাসোণ, তুমি লেখা নেৰিবা! কলমতকৈ শক্তিশালী একো নাই। তোমাৰ লেখাত প্ৰচুৰ সম্ভাৱনা আছে।"

জোন ককাযে মদ খাই মাতলামি কৰে , এই কথা লাহে লাহে পুৰনা হৈ আহিছে। দিনৰ পাছত দিন একেই অৱস্থা। পৰিবৰ্তন নাই। আমি সহিবলৈ শিকিছোঁ।

কুমুদ ককায়ে যত্নৰ ক্ৰুটী কৰা নাই। কুমুদ ককাইৰ ৰঙা চকু, মাৰ-কিল একোকে নগনে সি। ওচৰ চুবুৰীয়াৰ বুজনিও আওকান কৰে সি। বন্ধু-বান্ধৱেও ভাল কথা কলে ওভটি কাজিয়া কৰে।

একোতে বশ মনাব নোৱাৰি মায়ে বেজ বেজালি, গ্ৰহ-দোষ আদি বিশ্বাস কৰিছে। সোৱৰণি দেখুৱাই মনে মনে গ্ৰহপূজা কৰিছোঁ। কৰবাত ভাল বেজৰ সন্ধান পালে মায়ে মযে দৌৰিছোঁ তাবিজ মাদলি আনিছোঁ। জানো, বেজে মদাহী মানুহক কি ভাল কৰিব? তথাপি মাৰ মানসিক সান্ত্বনাৰ বাবেই দৌৰিছোঁ। কেৱল দৌৰিছোঁ।

ধনশিৰি নদীৰ পাৰৰ পৰিত্যক্ত শনিৰ মন্দিৰ বিচাৰি ওলিয়াইছোঁ। শনিৰ পূজা কৰিছোঁ। বিপদত খেৰ-কুটাও হেনো আশ্ৰয়।

. বিস্ময়েৰে সৈতে উপলব্ধি ক'ৰো হিৰন্ময়ে মৰম সনা দৃষ্টিৰে মোলৈ চালে,

মোৰ দুচকুত পানী তিৰ্ বিৰাই উঠে। হৃদয়ৰ সমস্ত আবেগ-অনুভূতি গলি গলি দুচকুৰে সৰে। এয়া কেনে প্ৰেম!!

ঃ "কিয় কান্দিছা মাসোণ। মই মাৰিম দেই।"

ঃ এঃ আঁকৰীজনীয়ে মোক লগ পালেই কান্দিবলৈ ধৰে। নাহো যা আজিৰ পৰা।"

মৰমৰ চৰম উপলব্ধিত মই কান্দো।

মাজে মাজে কুমুদ ককায়ে জোন ককাইক লৈ গৈছিল, যোৰহাটলৈ। তাতে কিছুদিন নি ৰাখিছিল। মৰমেৰে বুজনি দিছিল। কেতিয়াবা মৰিয়াইছিলো। আকৌ গোলাঘাটলৈ আহি সি দুগুণ উৎসাহেৰে উৎপাত কৰিছিল। এটা ডেকা ডঙুৰা লৰাক কোনে বন্দী কৰি ৰাখিব পাৰে। ঘৰলৈ আহি সি মদ খাই চিঞৰি চিঞৰি কৈছিলঃ "কুমুদ বাপেৰক মোৰ কথা লগাই দিছিলি নহয়, মোক কিঁ কৰিব পাৰিলে ! এতিয়া তইঁতক কোনে ৰক্ষা কৰিব ? ল কুমুদ বাপেৰৰ নাম ল'।"

কিন্তু জীৱন যে ইমান কদৰ্য হ'ব পাৰে ধাৰণাৰো অতীত আছিল মোৰ। মানুহে হয়তো এনেকুৱা পৰিস্থিতিত পৰিলেই জীৱনৰ প্ৰতি বিতৃষ্ণা জন্মে, জীৱনৰ মোহ নোহোৱা হয়।

এটা বছৰ কেনেকৈ পাৰ হৈ গ'ল। জীৱনৰ কাঁইটত বাগৰি তেজেৰে ৰাঙলী হৈযো আমি বাচি থাকিলো। নতুন নতুন আশাই আমাক জীয়াই থকাৰ প্ৰেৰণা যোগালে।

ধৰাৰ বুকুলৈ আকৌ আহিল বসন্ত। গছে পাতে বসন্তৰ ইস্তাহাৰ। বছৰেকীয়া পৰীক্ষা বিহুৰ পিচতেই।

জোন ককায়ে বিহুৰ কিদিন মদ পানী খাইছে যদিও ঘৰলৈ অহা নাই। কেৱল হুচৰি মাৰি ফুৰিছে। সেয়ে আমি তিনিটা প্ৰাণীয়ে শান্তিৰে আছোঁ। মাজে মাজে কাজিয়া-পেচালবোৰ আছেই। সেইবোৰে এতিয়া আমাক টলাব নোৱাৰে।

বছৰেকীয়া পৰীক্ষা শেষ কৰি আনন্দ মনেৰে ঘৰলৈ ঘুৰিছোঁ – জোন ককাযেও মদ খাই আহি ঘৰ সোমাইছে। আহিযেই সি মাক টকা দহটা খুজিলে। মাৰ হাতত এটিও টকা নাই। বিহুৰ আৰম্ভনিতে সি মাক এশ পঞ্চাশ টকা দিছিলে। কিন্তু বিহুৰ কিদিনত সি মাৰ পৰা পাচ দহ টকাকৈ নি আছিল। পোহনীযা ছাগলীজনী বেচা টকাৰে কোনো ৰকম হুচৰী গোৱা ৰাইজৰ দক্ষিনা, গুৰু -গোসাঁইৰ প্ৰণামী আৰু চাউল পাতৰ খৰচ – উলিওৱা হ'ল। বিহুৰ কিদিনত সি মায়ে টকা খুজিলেই উলিয়াই দিছিল— সেয়ে কাজিয়া পেচাল নাই । মায়ে ক'লে।

ঃ"টকা নো ক'ৰ পৰা পাওঁ সোণাই। তই দিয়া টকা কাহানিবাই শেষ হ'ল।"

জুইত যেনিবা ঘিউহে পৰিল। দপ্ কৰে জ্বলি উঠিল

ঃ "টকা ক'ৰ পৰা পাব – মই কেনেকৈ জানো। কৰবাৰ পৰা ধাৰ কৰি আনগৈ। মোক টকা লাগিবই।"

ঃ"কোনেনো মোক ধাৰ খুজিলে দিব। সকলোৰে পৰা ধাৰ আনি মুদা মাৰি থৈছোঁ। তই অবুজ হৈছ কিয় সোণাই।"

ঃ"বাজে কথা নকবি। তই যখিনী। গিৰিয়েৰৰ মুৰ চোবালি। দে টকা দে"

সি মাৰ কানি-কাপোৰ আজুৰিবলৈ ধৰিলে। মাই কান্দিবলৈ ধৰিলে।

এয়া আছিল আৰম্ভনিৰ মঙ্গলাচৰণ। সি বস্তু-বেহানি ভাঙিবলৈ ধৰিলে। ঘৰৰ বেৰ-ছাল মৰিযাবলৈ ধৰিলে। এইবোৰতো সি সদায় কৰে। ঘৰত বেলি ককাইয়ো নাই। মায়ে কাজিয়া নবঢাবলৈ ভয়তে ক'ৰবাৰ পৰা টকা দহটা ধাৰ কৰি আনি দিলে। সি তাকে লৈ গুছি গ'ল।

সম্ভাব্য বিপদৰ চিন্তাত মায়ে ময়ে ডিঙিত ধৰা-ধৰিকৈ কান্দিবলৈ ধৰিলো। তেনেতে বেলি ককাই আহি পালে। বঢাই -বুজাই শান্ত কৰিলে আমাক। মা ভাত ৰান্ধিবলৈ গ'ল।

সেইদিনা জোন-ককায়ে বজাৰত প্ৰকাশ্যে মাতলামি কৰে। কাৰোবাৰ সতে হুতা-হুতি লাগি হাত-ঘড়ীটোও ভাঙি আনে। অকল সেয়ে নহয় আমাৰ শুভাকাংখী চুবুৰীয়া এঘৰতো উৎপাত কৰে। চেনেহৰ দাবীত মানুহঘৰে তাক মাৰ-পিত নকৰিলে। মানুহঘৰে অপ্ৰীতিকৰ পৰিস্থিতিকো সহজ ভাৱে গ্ৰহণ কৰে । সদায় কিয় সহ্য কৰিব। আমি বুলিহে তাৰ উৎপাত সহি থাকো। সেইদিনাই তাৰ কলম, চচ্‌মা, চাইকেল আদি সকলো হেৰুৱাই থৈ আহে। তাৰ মাতাল অৱস্থাৰ সুযোগ লৈ বস্তু কেইপদ কোনোবাই হস্তগত কৰে। অৱশ্যে কলম আৰু চচ্‌মা হেৰুৱাই থৈ অহাতো নতুন কথা নহয। তেনেকুৱা ঘটনা তাৰ হৈযেই থাকে। এইবাৰ যেনিবা চাইকেলখনো হেৰুৱাই থৈ আহিছে।

পিচদিনা ঘৰলৈ আহি ইচ্ছামত হুলস্থুল কৰিলে। মাক টকা খুজিলে আৰু বেলি ককাইক চাইকেল বিচাৰি পঠালে। তাক হেনো চাইকেল লাগিবই।

বেলি ককাইৰ দুদিন ধৰি গা-বেয়া। জ্বৰ। সি জ্বৰীয়া গাৰেই বেজাৰ মনেৰে চাইকেল বিচাৰি ওলাল। কিজানি কোনোবা সদাশয় লোকে চাইকেল খন থৈ দিছেই।

মায়ে টকা নাই বুলি কোৱাত তাৰ উৎপাত চৰিল। ঘৰৰ বেৰ-ছাল দুৰ্বল হৈ আহিছে।। কিমান আৰু সহিব। বেলি ককাই গধূলিতে চাইকেল বিচাৰি গৈ অহাই নাই। নিশা এঘাৰ বজাত জোনককাযে তাৰ অফিচলৈ ফোন কৰিবলৈ কয়ঃ

ঃ"৪৫১ — যা যা ফোন ক'ৰ মোৰ অফিচলৈ।

মই কাইলৈ অফিচলৈ নেযাওঁ। মোৰ গা অসুখ বুলি কবি।"

নিশা এঘাৰ বজাত মই ফোন বিচাৰি গ'লো। লগত মা। তেতিয়া অফিচ আদি বন্ধ। মাজ নিশা কোনে অফিচ খুলি বহি থাকিব? ফোন আৰু ক'ত পাওঁ। পৰিসংখ্যায়ন - কাৰ্য্যালয়ৰ অফিচৰ তলা খোলাই ফোন ধৰিলো ৪৫১। ফোন নধৰিলে। নিশা জানো অফিচত কোনোবা থাকে। বুজিলো এয়া আমাক শাস্তি দিয়াৰ নতুন উপায়।

মদাহী মানুহে অবাবতে আনক শান্তি দি কি আমেজ পাই নুবুজিলো। যেতিয়া মানুহৰ সুখ -নিদ্ৰাৰ সময় সেই সময়ত সি আমাক কিয় লট্‌ঘটাই মাৰে। সি চোন মোৰেই সহোদৰ ভাই। মাৰ গৰ্ভজাত সন্তান। একেই বুকুৰ উম দি মায়ে তাক তুলিছে তালিছে। মদ ইমানেই নিকৃষ্ট বস্তু যে মানুহক হিতাহিত জ্ঞান শূণ্য কৰি পশুৰ স্তৰলৈ লৈ যায়। য'ত দয়া-মায়াৰ স্থান নাই। য'ত মানুহৰ আবেগ অনুভূতিৰ কোনো মূল্যই নাই।

তেনে, মানুহে মদ খায় কিয়? সংসাৰত মদৰ কুফল সমূহ দেখিও মানুহে মদ খাই অমানুহ হয় কিয়!। .. .. এখন ভৰপুৰ সংসাৰ মদে ধ্বংস কৰিব পাৰে মোৰো যদি ভৱিষ্যতে

এনে মদাহী মানুহৰ লগতেই সংসাৰ কৰিব লগা হয় — কি কৰিম মই।। তাতকৈ সংসাৰ নগঢাই শ্রেয়। মদাহীৰ সঙ্গ কেতিয়াও নলওঁ নিজেই নিজৰ ভৰিত ঠিয় দিম ভাৰ্য্যা মাধবীলতা, তেওঁৰে আশ্রয়দাতা" এই কথা অসত্য বুলি প্রমাণিত কৰিম।

ঘৰ হেনো শান্তিৰ নীড়। মৰমৰ আশ্রয। কিন্তু আমাৰ বাবে।। জীয়াতুৰ চাকনৈয়া। অশান্তিৰ উইঁ। তেজখোৰাটোৱে মাক এখন্তেকো সুখেৰে থাকিবলৈ নিদিয়ে। মায়ে যদি শান্তিৰে একমুহূৰ্ত্তও বহিবলৈ পালে হেতেন। পানী এগিলাছ দে, লাইট জ্বল'ই দে, লাইট নুমুৱাই দে, ঃ একেটা কামকে সি বাৰে বাৰে কৰাই থাকিব।

ঃ"দে ভাত দে।"

মায়ে ভাত আনি দিলে। ভাত, দাইল, আলু সিজুৱা আৰু বেঙেনা ভজা। সি ভাতৰ থালত গোৰ মাৰি দিলে।

ঃ"এযা ভাত নেকি? গৰুৰ দানা সিজাইচ —— পিশাচী। যা বেলেগ ভাত আন।"

ভাতবোঁৰ মজিযাত সিচৰিত হৈ থকিল।

ঃ"দে আৰু ভাত দে যা বেলেগ ভাত আন।"

মা নিৰুত্তৰ। চৰুত ভাত নাই। ক'ৰ পৰা দিব। সি মাক চুলিত ধৰি ঘটালিবলৈ ধৰিলে। উস্ ভগবান, সৰু ককাইও ঘৰত নাই। মই এৰুৱাবলৈ গৈ তাৰ পৰা দুটা চৰ আৰু চুলি জোকৰা খালো।

ঃ"দে, পানী দে।"

ঃ"দে, চাকি জ্বলাই দে।"

ঃ"দে চাকি নুমাই দে।"

ঃ"দে, চাকি জ্বলাই দে।"

ঃ"দে চাকি নুমাই দে।"

ঃ"দে, পানী পানী দে — দে, ভাত আন"

ঃ"মোৰ কথাত গুৰুত্ব দিযা নাই কিয়?

"কি অ অ অ' ——— (প্রকাণ্ড চিঞৰ)

এনেদৰে ৰাতিটো শেষ হৈ আহিল। পূবে ঢলফাট দিয়া লৈকে সি চিঞৰি থাকিল। আমাক অকণো তলকা মাৰিবলৈকো নিদিযে। তেজখোৰাটোৰ চকুলৈ টোপনিও নামি নাহে। .

বেলি ককাইও ঘূৰি নাহিল। পুৱালৈ চকুজোৰ জ্বলকীয়াই পোৰাদি পুৰিছে। শৰীৰ নিচাসক্ত মানুহৰ দৰে ঢলং পলং।

অশান্তিৰ মাজেদি এটা সপ্তাহ পাৰ হৈ গ'ল। সদায় একেই অশান্তি। আমাৰ খাবন, শোৱন, নাই। মাৰ অবস্থা চাব নোৱাৰা হৈছে। পিত্তৰোগটোৱেও জুমুৰি দি ধৰিছে। বুকু জ্বলা পোৰা কৰে, টেঙা উগাৰ আহে, ওকালি আহে। টলং ঘটংকৈ মায়ে শক্তিয়ে আঁটে মানে ঘূৰে। সি যিহকে কয় তাকে কৰে।

বেলি-ককাই আৰু মোক দেখিলেই সি জ্বলি-পকি উঠে। বেলি ককাইক দেখিলেই

চাইকেলৰ কথা সোধে আৰু অযিচিত দৰ্খাস্ত দিবলৈ পঠায়। পাঁচ দিন মানৰ মূৰত বেলি ককায়ে এঘৰ মানুহৰ পৰা চাইকেলখন উদ্ধাৰ কৰি আনে।

এদিন গধূলি জোনককায়ে ৰিক্সাচালক এজনৰ সৈতে ঘৰলৈ আহিছে। ৰিক্সাচালক জনক চৰাঘৰতে বহুৱালে। তাক নিজৰ পুৰণা পেন্ট এটা দিছে। পাকঘৰৰ পৰা দুটা গিলাচ নি দুইজনে মদ বাকি খাইছে। মায়ে পিছে পিছে গৈছে। কাণ্ড দেখি মাৰ চকু কপালত।

সি কলে ঃ " এই তইঁতক কি লাগে? ভিতৰলৈ যা"

ঃ "তইঁতে সেইবোৰ গিলাচত কি খাইছ? ঘৰলৈ আনি খালেহে হয়?"

ঃ" তোক কেলে? পানী খাইছো বুঢ়ী-পানী।

ঃ "পানীৰ বৰণ কেনেকুৱা তই মোক শিকাব নালাগে বোপাই। এইখন হোটেল অথবা মদৰ কেন্টিন নহয়। বৰ বিহ সোপা ঘৰত নানিলেই ভাল। তই ধ্বংস হৈছই – লগতে আমাকো ধ্বংস কৰিছ। মোৰ ঘৰত এজনী জীয়ৰী ছোৱালী আছে। তাইৰ এটা ভবিষ্যত আছে। তদুপৰি ঘৰখনৰো সন্মান আছে। মূৰৰ ওপৰে কোৱা এটা নোযোৱাকৈ তাইক মই ডাঙৰ কৰিছো। মদাহীৰ ভনীযেকক কোনে বিযা কৰাব। তই কিয় একোকে নুবুজ?"

ঃ চুপ থাক বুঢ়ী—! খঙ তোলাই নলবি।

(ৰিক্সাচালক জনক উদ্দ্যেশি) দাদা, বুজাই দিযক চোন তাইক মোক খঙ তোলাই লব নালাগে বুলি।"

ঃ"আই! আমি ডেকা-ভঙুৱা মানুহ। কিবা-কিবি অলপ খাইছোঁ। আপুনি খঙ নেখাবচোন। এখেতক মৰমেৰে শুৱাই থকগৈ। ৰিক্সা চালকজনে কলে।"

ঃ মোৰ ঘৰত এতিয়া কি বিলাই হ'ব তুমি জানানে? সি হবলা শুই থাকিব? শুই থাকিলেতো ভালেই পাওঁ। সি সেই সোপা খাই লৈ মোকেহে লট্‌ঘটাই মাৰিব। তুমিতো সেই অত্যাচাৰ বোৰ নেদেখা।"

তৰ্কা-তৰ্কি চলি আছে। মাযে কিবা কয়। ৰিক্সা চালক জনেও কয়। মাজে মাজে জোন ককাইৰ চিঞৰ। কথা বিষম দেখি মাক ভিতৰলৈ মাতি আনিলো। সিহঁতে গিলাচে গিলাচে মদ খাই আকৌ ওলাই গ'ল।

গোলাঘাট থানাত আজি ভাওনা। পুলিচৰ ভাওনা। মা আৰু মই গুণি- ভাবি আছোঁ। সি যদি ভাওনা ঘৰত ওলাযগৈ। মাতলামি কৰে যদি। হুলস্থুল কৰে যদি। পুলিছে মৰিয়াই পিঠা কৰে যদি। বেলি ককাই আহিলত তাক থানাৰ ফালেই পঠাই দিলো খবৰ ৰাখিবৰ কাৰণে। পুলিচ বোৰহে যি। দয়া মায়া নাই।

নিশা ন বজাত বেলি ককাই পালেহি। সি কলে জোনককায়ে হেনো কেৰিমৰ মদৰ কেন্টিনত হুলস্থুল কৰি আছে। তাক আৰু মদ লাগে। টকা নিদিলে কেৰিমে মদ নিদিয়ে। কিয় দিব। কেৰিমৰ ব্যৱসায়হে। বিনা পইচাত মদ দিবলৈ সি ব্যৱসায় কৰা নাই। তাৰে সি এটা পৰিয়াল পোহে। কেৰিমে মদ নেখায়। মদ খুৱায়হে!

অলপ পিচতে সমনীয়া প্ৰাণদা, বিশ্বদাইতে জোন ককাইক ধৰি ধৰি আনি ঘৰ সুমুৱালেহি। তাক বিছনাত শুৱাই দিলে। সি বিচনাতে বলকি বলকি পৰি আছে। কেৰিমৰ মদৰ কেন্টিনৰ পৰা

ধৰি অনা বাবে দ্ৰোণদা, বিশ্বদাইঁতক সি অকথ্য, অশালীন ভাষাত গালি পাৰিছে। বমি কৰিছে। চুলাই মদৰ ভেকুৰা-ভেকুৰ গোন্ধ। ক্ষন্তেক সময় থাকি তাৰ সমনীয়াইঁত গ'লগৈ। সিহঁতে কেৱে মদ নেখায়। জোন ককায়ে এইবাৰ মাক অশালীন ভাষাৰে গালি পাৰিবলৈ লাগিল। তাৰ পিচত অমুকটো দে, তমুকটো দে বুলি মাক কিছু সময় ঘূৰালে। শেহ নিশা নিদ্ৰাই তাক সামৰি ল'লে। সেই ছোগতে আমিও অলপ শুই ল'লো।

ৰাতিপুৱা চকু মেলিয়েই সি বেলি ককাইক বিচাৰিলে। বেলি ককাই লালকাল টোপনিত। জ্বৰ চিঞৰত তৎ ভৎ হেৰাই বেলি ককাই চকু -মুখ মোহাৰি তাৰ কাষ পালেহি।

ঃ"যা, চাইকেলখন বিচাৰি আন, তৎক্ষণাৎ।" সি কালি আকৌ চাইকেল এৰি আহিছে।"

বেলি ককাই সুদা পেটেই চাইকেলৰ সন্ধানত ওলাই গ'ল। ঘৰগোনা স্বভাৱৰ বেলি ককাই তাৰ উৎপাতত এখন্তেকো ঘৰত থাকিবলৈ নেপায়। দুদিন জ্বৰতে লৰাটো শুকাই আছে। আকৌ খালি পেটেই চাইকেলৰ সন্ধানত ওলাই গ'ল।

আগতে কেবাবাৰো সি চাইকেল হেৰুৱাইছে। বেলি ককায়ে প্ৰত্যেক বাৰেই বিচাৰ খোচাৰ কৰি আনে।

গোলাঘাট সৰু চহৰ। সকলো মানুহে তাক চিনি পায়। একালৰ ছাত্ৰ নেতা আৰু প্ৰগতিশীল লৰা বুলি চেনেহো কৰে। অপৰিসীম করুণা তাৰ প্ৰতি। সেই করুণাৰ সি সুবিধা গ্ৰহণ কৰে। যাকে তাকে টকা খোজে। বেচি ভাগেই দিয়ে। চাইকেল পেলাই থৈ আহে। সদাশয় লোকে বুতলি যতনকৈ ৰাখে। সেযে বেলি ককাযে বিচাৰিলে পায়।

বহুত বিচাৰিও এইবাৰ সৰু ককায়ে চাইকেল নাপালে। সম্ভাব্য স্থান সকলোতে বিচাৰিলে। প্ৰায়ভাগ মানুহৰ ঘৰে ঘৰে বেমাৰী দেহাৰে ঘূৰিলে।

অৱশেষত ভৰ দুপৰীয়া শ্ৰান্ত-ক্লান্ত হৈ চাইকেল বিচাৰি নেপাই বেলি ককাই ঘৰ পালেহি। চাইকেল বিচাৰি নোপোৱাৰ দোষত জোনককায়ে সমুখত পোৱা সকলো বস্তুকে দলিয়াই ভাঙিবলৈ ধৰিলে। কিছুমান বেলি ককাইৰ গালৈ দলিযালে।

সদায় মৰিয়াই-খতিযাই থকা বাবে ঘৰৰ বেৰ-ছালৰ অৱস্থা সঙ্কটজনক হৈ পৰিছে। গুদা বাঁহবোৰ মাংস নোহোৱা মানুহৰ জঁকাৰ দৰে জক্ জকাই ওলাই পৰিছে। ঘৰৰ বান্ধবোৰ সোলোক ঢোলোক।

আগে ঘৰত হুলস্থুল, -কন্দা কটা হ'লে চুবুৰীৰ মানুহ - চমু চাপিছিলিহি। আজি-কালি কোনো নাহে।

এইবোৰ এতিয়া দৈনন্দিন ঘটনা হৈ পৰিছে।

দহ বাজি কাহানিবাই গ'ল। বেলিটো আকাশত তগ্ বগাই ওলাইছে। আজি বেলিৰ বৰ তেজ। সমনীয়াইঁত স্কুল-কলেজলৈ কাহানিবাই গ'ল। খিৰিকিৰে বিষাদ-গ্ৰস্ত দুচকুৰে ৰাজ-আলিলৈ চাই ৰ'লো।

মায়ে আতৌ-পুতৌকৈ ভাত বাঢ়িছিল। ভাতমুঠিও মুখলৈ নিবলৈ নেপালো। ভাতৰ চৰুটো নি সি চুৰা- পাতনিত ঢালি দিলে। জাক ঢোৱা কাউৰীয়ে ৰমলীয়াই ৰমলীয়াই ভাতবোৰ কঢ়া-আজোৰা কৰি খাবলৈ ধৰিছে। সিহঁতৰ আজি বৰ ভোজ।

জোন ককাইৰ অত্যাচাৰৰ ধৰণ কৰণ অভিনব। যেন প্ৰহ্লাদক দৈত্য ৰাজে পকা তেলত ভাজিলে, পাহাৰৰ ওপৰৰ পৰা পেলাই দিলে, হাতীৰে গচকালে ইত্যাদি।

পাকঘৰৰ বাল্টিণ্ডৰ পানীবোৰ সি ভিতৰত ঢালি দিলে। এনেয়ে দৈনিক বৰষুণৰ পানী পৰি পাকঘৰ দাল জেকিয়ে থাকে। মায়ে বৰষুণৰ পানী টুকি মচি ফৰকাল কৰিবলৈ যত্ন কৰি থাকে। এতিয়া বাল্টিণ্ডৰ পানী ঢালি সি যেন বান-পানীৰ হে সৃষ্টি কৰিব খুজিছে।

পাকঘৰৰ বাচন-বৰ্ত্তন বোৰ দলিয়াই অঁতাই শোবনি কোঠালৈ আহিল। আলমাৰি আৰু টেবুলৰ কিতাপ-পত্ৰবোৰ দলিয়ালে, আলনাৰ কাপোৰ কানিবোৰ নেফানেফ কৰিলে। লেপ-তুলি সোপা নি চোতালত পেলালে। গচকি-খচকি সেইবোৰ বোকাত লুতুৰি-পুতুৰি কৰিলে। তাৰ যেন অত্যাচাৰৰ গতি অনিৰুদ্ধ। এইবাৰ বেলি ককাইলৈ তাৰ গালি ঃ

ঃ" চালা, বেকাৰ, ওলাই যা মোৰ ঘৰৰ পৰা। মই খুৱাইছোঁ, মোৰ কাম এখনকে যদি কৰিব নোৱাৰ, আছ কেলেই কুকুৰ!! জুৱাচোৰ। মাইকীমুৱা!! তিৰোতাৰ মেখেলা তলীয়া। সোৰোপা (যিমান বিশেষণ আছে) মোৰ খাই মোৰ ঘৰত থাকিব নেলাগে। তৎ মুহুৰ্ত্ততে চাইকেল আন, চালা চাইকেল আন, চালা (অশালীন) নহ'লে দাৰ আগত তোৰ প্ৰাণ যাব" সি এইবাৰ দা কুঠাৰ বিচাৰিবলৈ ধৰিলে। সম্ভাব্য বিপদৰ গুৰুত্ব বুজি মই আগযেই দা-কুঠাৰ নি বেলেগৰ ঘৰত লুকুৱাই থৈছিলোগৈ।

দা কুঠাৰ নেপাই মোক গালি ঃ

ঃচালি বেশ্যা, বৰ জহনীযাতী, ঘৰে ঘৰে দা, কুঠাৰ লুকাবি। তোক মই কাটিম। গচকি মাৰিম। মাৰে সতে লগ হৈ তোৰ তেল বাঢিছে। চালি মৰীযালৈ যাবতী। ইত্যাদি।

বেলি আকাশৰ মধ্যভাগলৈ উঠি আহিছিল। আমাৰ পেটৰ ভোকটোও বাঢ়ি আহিছিল। মাজ বুকুতে ৰম্ ৰম্ কৈ পুৰিছিল। মাৰ ওকালি আহিছে।

সি মাক পকা-ৰ'দ খনত বদৰ আলিৰ দোকানৰ পৰা তেতেলী টেঙা আনিবলৈ পঠাইছে। ঘৰৰ তেতেলী টেঙা সিযে খাই শেহ কৰিছে। দোকানৰ পৰা অনা তেতেলী সোপা ৰাক্ষসে খোৱা দি খাই আকৌ মাক তেতেলী আনিবলৈ পাছিছে। মায়ে ভৰ দুপৰীয়াখন বাৰে বাৰে দোকানলৈ যাব নোৱাৰো বুলি ক'লত অবাইচ মাত মাতি আকৌ উৎপাত কৰিছে। ভঙাকে ভাঙিছে চিঙাকে চিঙিছে।

বাৰীৰ পিচফালে থকা ভীম-কলৰ ছাঁত জুৰ লৈ মই বহি আছোঁ। পেটৰ ভোকৰ কথা পাহৰিবলৈ যত্ন কৰিছোঁ। যত্নহে কৰিছোঁ। পৰা নাই। বুকুৰ পোৰণিটো বাঢি আহিছে। এই যন্ত্ৰণাৰ মুক্তি কত? কলপাতৰ ফাঁকেৰে দেখা আকাশৰ নীলাখণ্ডলৈ চাই দেউতাৰ ছয়া-ময়া ছবিখন মনত পেলাইছোঁ।

" দেউতা ! তুমি অথাই সাগৰত পেলাই অকালতে কিয় গুচি গ'লা। তোমাৰ সন্তানে আজি যন্ত্ৰনাত লেটি লৈ কান্দিছে। তুমি জানো দেখিছা? দিনৰ পিচত দিন লঘোন, উজাগৰী নিশা, তাৰ পিচতো মা আৰু বেলি ককাইৰ যন্ত্ৰণা— এইসোপা কিমান দিন চাই থাকিম? মই কিয় একো কৰিব নোৱাৰো। . . . জীৱ-শ্ৰেষ্ঠ মানৱ হৈও মই আজি কিয় অসমৰ্থ . . .. .. মাতৃৰ ওপৰত মদাহী পুত্ৰৰ অত্যাচাৰ ... ... ... কিমান দিন হাত-সাবটি বহি থাকিম . . . . ."

দুপৰৰ ব'দ ; চৰাই — চিৰিকতিয়েও জিৰাইছে। মাৰ জিৰণি নাই। মায়ে আকৌ তেতেলী টেঙা আনিবলৈ গ'ল। আহিল। তাৰ পিছত আকৌ গ'ল। তাৰ অত্যাচাৰৰ বলি মা। পেটত ভোকৰ জুই মূৰৰ ওপৰত প্ৰচণ্ড ব'দ লৈ দুৰ্বল দেহাৰে মায়ে দোকানলৈ তাঁত বাটি কাটিছে। মায়ে মোকো দোকানলৈ নপঠায়। বুকু মোৰ জহি খহি গৈছে।

মাজে মাজে জোন ককাই ওলাই যায়। তৎকালেই আহে। মদৰ কেন্টিনত খাই আহেগৈ। তাৰ শৰীৰত চয়তানৰ তেজ। ইমান টকা ক'ত পাইছে জানো।

এতিয়া তাৰ অত্যাচাৰৰ ধৰণ বেলেগ।

বিচনাতে চেৰ্-চেৰকৈ মুতি দিযে। চোতালতে হাগে। কল মাৰলিৰে সজা গা-ধোৱা ঘৰটোতো হাগে। তাৰ মতিভ্ৰম হৈছে।

ঘৰত থাকিবলৈ মন নেযায কিন্তু যাম ক'লৈ? চাপৰিলেই হেনো মেঘ নেৰায। চকু মুদি থাকিলেই সমস্যাই এৰা নিদিযে।

দুৰ্দ্দশাঁৰ মাজত দিনবোৰ পাৰ হয়।

দিন কাৰো বাবেই নৰয।

এতিয়া ঘৰত থাকিবলৈ আমাৰ ভয়। সি কেতিযাবা টেঁটু চেপি ধৰে। যি টি বস্তু গালৈ দলিয়াই দিয়ে ।

পায়াখানাৰ কাষৰ জয়াল তেতেলী তলেই আশ্ৰয স্থল হৈ পৰিল। তালৈ সি নেযায। এন্ধাৰত, পোহৰত ম'হৰ কামোৰ খাই সময়ৰ পিছত সময় অতিবাহিত কৰোঁ। চকুত টোপনিৰ ভিৰ, পেটত ভোকৰ জুই, অন্তৰত দুখৰ ধুমুহা লৈ আমি তিনিওটা প্ৰাণী একাত্ম হৈ ৰওঁ। নিশাৰ আকাশত জ্বলি থকা তৰাবোৰ মাথো আমাৰ দুৰৱস্থাৰ সাক্ষী। কেতিযাবা তৰাবোৰ নুমাই যায। জোনটিও ডাৱৰত লুকাই পৰে। দুৰ্গম আন্ধাৰে পৃথিবী ঢাকি ধৰে। জোনাকী পৰুৱা বোৰ জ্বলি জ্বলি আন্ধাৰৰ গভীৰতাক আৰু নীবিড কৰি তোলে।

এতিয়া আমাৰ ঘৰ নাই বুলিলেও হয। অঘৰী জীৱন আমাৰ। দিনত কেতিযাবা হীৰা দদাইৰ ঘৰত ভাত খুজি খাওঁ। সদাযেনো কিমান লোকৰ ঘৰত খুজি খাবা? মানুহে আমনি পাব। নিজৰো লাজ লাগে।

কুমুদ ককাইলৈ আৰু তাৰ আগত খবৰ পঠাইছোঁ। অহা নাই। বেলি ককায়ে আমাক এনে অৱস্থাত এৰি থৈ যাবলৈ সংকোচ কৰিছে।

আমাক ঘৰৰ পৰা খেদি জোন ককায়ে সুবিধাহে পালে। গাখীৰতে মহৰ খুটি যেন। সি যেন ইয়াকেহে বিচাৰিছিল। এটি এটিকৈ ঘৰৰ বস্তু-বেহানি বিক্ৰী কৰি মদৰ খোৰাকী উলিয়াবলৈ ধৰিলে। পোহনীয়া ছাগলী, কুকুৰা চৰাই সকলো এফালৰ পৰা বিক্ৰি কৰি ঘৰ উদং কৰি পেলালে।

দুৰৱস্থাৰ খবৰ পাই বিশ্বদা হঁত আহিল। সিহঁত ইমান ভাল। এচপৰা কেচা সোণ যেন। মাক দেউতাকক ইমান ভাল পায়, সেৱা-শুশ্ৰূষা কৰে। মাক-দেউতাকৰ দুখ বুজে। আমাৰ ককাইক ভাল পথলৈ আনিবলৈ বহুত চেষ্টা কৰিছে।

বিশ্বদাই এইবাৰ এটা নতুন উপায় উদ্ভাৱন কৰিলে। এখন নাটক মঞ্চস্থ কৰাৰ সিদ্ধান্ত

কৰিলে। নাটকখন জোন ককায়ে লিখিব। বেঙেনা-খোৱা-বযজ- ক্লাবৰ দ্বাৰা আযোজিত "বহাগী বিদায়" উৎসবত অভিনীত কৰা হ'ব। এই "বহাগী বিদায়" উৎসব মহা সমাৰোহেৰে উদ্‌যাপন কৰা হ'য। অসমৰ নাম কৰা শিল্পী সকলক নিমন্ত্ৰন কৰা হয়। এই প্ৰস্তাৱত জোন ককায়ে সম্মতি প্ৰদান কৰিলে।

দুদিনতে সি এখন আটক ধুনীয়া নাটক লিখি উলিযালে।

আমাৰ চৰা ঘৰতে শিল্পী সকলে নাটকৰ আখৰা আৰম্ভ কৰিলে। ঘৰখন যেন মহা তীৰ্থত পৰিণত হ'ল। এই কেইদিন মদ সি হাতেৰে স্পৰ্শ কৰা নাই। হাই-কাজিয়া , অবাইচ মাতৰ সলনি, শিল্পী সকলৰ নাটকৰ সংলাপ, গীত মাতেৰে ঘৰখন মুখৰিত হ'ল।

অপূৰ্ব্ব প্ৰান শক্তিৰে জোন ককায়ে অভিনয কৰিছিল, বাকী অভিনেতা সকলক পৰিচালনা কৰিছিল। আনন্দত আমাৰ চকুলো সৰিছিল। তাক এই ৰূপত ইমান ভাল দেখি। তাক যদি সদায এইটো ৰূপতে দেখিলো হেতেন। মা আৰু মই এইকেইদিন তাৰ অশেষ আলপৈচান ধৰিছোঁ।

শান্ত পৰিবেশত চাৰিওটা প্ৰাণীযে একেখন মজিযাতে ভাত খাইছোঁ। নিশা বিচনাত পৰি কেউটাই ঘৰৰ সমস্যা সম্বন্ধে আলেচনা কৰিছোঁ। সি কৈছে ---

ঃ"এইবাৰ ঘৰখন ঠিক-ঠাক কৰিব লাগিব। পাগলামি নকৰো আৰু। তহঁতক বহুত কষ্ট দিলোঁ।"

মাৰ মুখখন উজ্জ্বলি উঠিছে। মাযে কৈছে ,

ঃ"জোন, আৰু সেইবোৰ নকৰিবি অ' সোনাই। মই কোন দিনা মৰো ঠিক নাই। বাচি থকা দিন কেইটা তহঁত কুশলে থকা চাবলৈ পালেই হ'ল।"

বিভিন্ন শিল্পীৰ ভৰিৰ ধূলাৰে অকণি পঁজাঘৰটো তীৰ্থস্থানলৈ ৰূপান্তৰিত হ'ল। দুৰ্ভগীয়া জীৱনলৈ এধানি শান্তি কটিযাই অনা বাবে বিশ্বদা হঁতক অন্তৰেৰে আৰ্শীব্বাদ দিলো।

জোন ককাইৰ ৰচিত নাটক "বহাগী বিদায" উৎসবত সফলভাবে অভিনীত হ'ল। ভূযসী প্ৰসংশা লভে সি সকলোৰে পৰা। নাটক শেষৰ দিনাই জোন ককাযে আমাক দিযা প্ৰতিশ্ৰুতি পাহৰি পেলালে। মদ খোৱা, মাতলামি কৰা, গালি-গালাজ কৰা, মাৰ পিট কৰা পুনৰ চলি থাকিল।

নিজান দুপৰীযা হঠাতে এদিন জোন ককাই চোৰৰ দৰে পাচফালৰ জেওৰা পাৰ হৈ আহিল। অৰ্তকিতে সি মাক পাচফালৰ পৰা দুই চৰ সোধালে। সি হাতত এখন চুৰী লৈ আহিছিল। সেই খনেৰে মোৰ হাতত খোচ মাৰি দিলে। আচম্বিতে বেলি ককাই আহি খামোচ মাৰি ধৰিলে। মোৰ হাতখন জখম হ'ল। তেজে তুমৰালি দিলে।

জোন ককাই আৰু বেলি ককাইৰ মাজত চুৰিখন লৈ জোটা-পুতি লাগিল। বেলি ককায়ে চুৰীখন হস্তগত কৰি পুখুৰীত পেলাই দিলে। জোন ককাইয়ে এইবাৰ দুবাৰ দাং ডাললৈ বেলিক উধাই মুধাই কোবাবলৈ লাগিল। দুইটাৰে দুৰ্ব্বাদল কাজিয়া হ'ল। জোনে এইবাৰ তলৰূতে লৰ মাৰি গৈ পাগঘৰৰ পিৰালিত থকা কুঠাৰখন আনি তাণ্ডৱ নৃত্য আৰম্ভ কৰিলে।

পুৱা বেলিককায়ে খৰি-ফালি কুঠাৰ খন তাতে থলে। আনকাল সদায় লুকুৱায়ে থওঁ।

কুঠাৰ হাতত পৰাত সি প্ৰতাপী হৈ পৰিল। য'তে ত'তে ঘপিয়াবলৈ ধৰিলে।

ঃ"আহ, ওচৰলৈ আহ, এটা এটা কৈ সিপুৰীলৈ পঠাওঁ আহ (অবাইচ)"

প্ৰাণ লৈ তিনিওটা ওলাই আহিলো। নহ'লে কুঠাৰৰ আগত প্ৰাণ যাব। মদাহীৰ কি বিশ্বাস আছে। বিগত দিনবোৰত ভালকৈয়ে শিক্ষা হৈছে।

সি ৰণচণ্ডী মূৰ্ত্তি ধৰি এফালৰ পৰা ঘপিয়াই গৈছে। তাৰ কুঠাৰৰ ঘাপত কাঠৰ দুৱাৰ আলমাৰি, ট্ৰাংক, পালেঙ ভাঙি চুৰমাৰ হৈছে। ওচৰ চুবুৰীয়া কোনো ওলাই অহা নাই। কোন আহিব কুঠাৰৰ আগত প্ৰাণ দিবলৈ। আমি হৰাও ৰাৱে কান্দিছোঁ।

দৌৰি দৌৰি কাষৰ অফিচটোলৈ গ'লো। কুমুদ ককাইলৈ ফোন কৰিলো। ককাইক নেপালো।

ইয়াৰ পিচত যিবোৰ ঘটনা ঘটিল তাক বৰ্ণনা কৰিবলৈ লেখিকাৰ সামৰ্থ নাই। অপাৰগ।

আৰু তাৰ মুখে খবৰ পাই সন্ধিয়া কছাৰীহাটৰ মহচৰ্দ্দাৰ দদাই ওলালেহি। তেওঁৰ নিজৰে ঘৰুৱা সমস্যা অনেক। তিনি গৰাকী ঘৈনী তেওঁৰ। চৈধ্যটি লৰা ছোৱালী। প্ৰথমজনী ঘৈনী মৰিছে। সন্ধিয়ালৈ তাৰ নিচাও কমিছে। দদাযে তাক বুজনি দিলেঃ

ঃ"পোৱাই, তই কিয় এনে কৰ। বাঁৰী দুখুনী মাৰক কিয় শাস্তি কৰিছ? পোৱাই, কৰা'ই মৰি গ'ল।বৌৱে তইঁতক নেখাই শুকাই তুলিলে। চৰাইক টোপ খুওৱাৰ দৰে। চাচোন, মাৰৰ দেহাটো চা। কেনে চিৰিচটা হেন হৈছে আগে কেনে দীপ্‌লিপ্ আছিল। মই দেখিছিলো মোৰ পোৱাই মই দেখিছিলো (চকুপানী মছে) জোন পোৱাই অ' মোৰ সোণ। বল মোৰ ঘৰলৈ ব'ল। সৰু খুড়ীযেৰাই তোক মাতিছে, সৰু খুড়ীযেৰাই তোলৈ বাট চাই আছে। দদাযে কাবৌ-কাকুলি কৰি তাক লৈ গ'ল।

নিশা লঘোনে ভঙা-চাঙতে টোপনি গ'লো।

পুৱা কাউৰী কুকুৰে নৌ উঠোতেই ঘৰ এৰিলো। কাৰণ পুৱাতে লঙ্ লঙাই খোজ দি কছাৰী হাটৰ পৰা সি পাবহি। বেলি ককাইক যোৰহাটলৈ পঠাই আমি হীৰা দদাইৰ ঘৰলৈ ৰাওনা হ'লো।

হীৰা দদাইৰ ঘৰত দুপৰীয়াৰ সাঁজ তৃপ্তিৰে খালো। ৰহৰ ডাইল, খুতুৰা ভজা, খুদীয়া বিলাহী আৰু কচুশাক পাতত দিয়া। ভাত আঞ্জাৰ সোৱাদ বহুত দিনৰ মূৰত অনুভৱ কৰিলো।

দুপৰীয়া চুবুৰীৰ বৰদলৈ খুড়ীদেউৰ ঘৰলৈ আহিলো। জোনে খাই বৈ টং হৈ আছিল। সেযে ঘৰ সোমাবলৈ সাহ নহ'ল। বৰদলৈ খুড়ীদেউ হঁতৰ ঘৰৰ পৰা আমাৰ ঘৰখন বটিয়াকৈ দেখা যায়। তাৰে পৰাই আলেখ -লেখ চাবলৈ ধৰিলো।

ঘৰৰ কল এথোকা বিক্ৰি কৰি জোনে টকা যোগাৰ কৰিছে আৰু ধুম্ ধাম্ মদ খাইছে। চোপ লৈ থাকি দেখা পালো জোন ককায়ে মোনা এখনত কিবা ভৰাই বাহিৰলৈ ওলাই গৈছে। নিশ্চয় আৰু কিবা বিক্ৰি কৰিবলৈ নিছে। হায়! হায়! বুকুখন বিষাই যায়।

দুৱাৰ ঘৰ মেলা। চোৰেও বোধহয় মদাহীৰ ঘৰত নেসোমায়। সোমালেনো নিব কি। আছে কি নিবলৈ। চব বিক্ৰি কৰি উদং কৰিছে সি। বুঢ়ী ছাগলী জনীহে আছেগৈ।

সি নথকাৰ সুবিধালৈ দুয়োজনী চোৰৰ দৰে ঘৰত সোমালো।

ঘৰখন ঘৰ হৈ থকা নাই। একেবাৰে নৰক কুণ্ড। নৰকৰ ছবি যদি আঁকিব লগা হয় এনে ছবিয়েই মোৰ মনলৈ আহিব। চাৰিওফালে গু মূতৰ গোন্ধ! সি ঘৰৰ ভিতৰতে শৌচ-প্ৰসাব

কৰিছে। থু-খেকাৰ পেলাইছে। ছাগলীজনীয়েও বিচনাতে শুইছিলে ছাগে। বিচনাত, মজিয়াত ছাগলীৰ লাদ, আৰু মুত। কলৰ বাকলি, বেৰখহা মাটিৰ লডা, ফটা কাগজৰ দম, পঁচা আৰু গেলা কল, জাবৰ জোথৰ। বৰষুণৰ পানীও ঠায়ে ঠায়ে ডোং বান্ধি আছে। মদ খাই বমি কৰা সোপা কুকুৰজনীয়ে চেলেকি চেলেকি খাই আছে। কুকুৰা দুজনীও নিৰ্ভয়ে ঘূৰি গেলা-পচা খুচৰি খাইছে। হাগিছে। কাপোৰ কানি বোৰ গু-মূতত লেটি লৈ পৰি আছ।

ঘৰৰ অৱস্থা দেখি হিয়া-মূৰ ধুনি কান্দিবলৈ মন গৈছে। কিন্তু কন্দাৰ সময় নাই। সি উভতি অহাৰ আগতে পলাব লাগিব।

কুঠাৰৰ ঘাপ পৰি চেপেটা হোৱা, মাৰ ট্ৰাংক দুটা চোচোৰাই চোচোৰাই আনি বৰদলৈ খুড়ীদেউৰ ঘৰত থ'লে। সেই দুটাৰ তলা এতিযাওঁ খোলা নাই। কুকুৰা দুজনীও মোনাত ভৰাই লৈ আহিলো।

সন্ধ্যা বেলা বেলি ককাই যোৰহাটৰ পৰা পালেহি। কিন্তু সুস্থ দেহাৰে নহয়। শৰীৰত অসম্ভৱ উত্তাপ লৈ সি পালেহি। অত্যাধিক পৰিশ্ৰম, উদ্বেগ, দুচিন্তা আদিৰ বাবে তাৰ শৰীৰ দুৰ্বল হৈ পৰিছিল। আমি দুজনী যে কেনেকৈ সুস্থ হৈ আছো।

নিশা তিনিওটা বৰদলৈ খুড়ীদেউৰ ঘৰতে কটালো। খুড়াদেউ ঢুকুৱাৰ পিচৰ পৰা খুড়ীদেউ জনী তেনেই কিবা হৈ পৰিছে। মন মাৰি থাকে। কথা বেচি নকয়। ফট্‌ফটীয়া মানুহজনী মুজুৰা পৰিছে।

পিচদিনা জ্বৰীয়া বেলি ককাইক লৈ আকৌ হীৰা দদাইৰ ঘৰ। সিহঁতৰ মানুহ দুনুহ সৰহ। হীৰা দদাইৰ সৰু পুতেকেই ডাক্তৰ আনিলে। ডাক্তৰে চাই ১০৪° জ্বৰ পালে। লগতে টনচিল বাঢ়িছে। ঔষধ লিখি দিলে। আমাৰ মুখ শুকাই গ'ল। ডাঙৰ পুতেক বুবুলে ঔষধ আনি দিলে।

কুমুদ ককাই পোৱাহি নাই। কুমুদ ককাইলৈ অধীৰ অপেক্ষাত ক্ষণ গণিবলৈ ধৰিলো। সি আহি যদি জোন ককাইক কিছুদিনৰ কাৰণে লৈ গ'ল হয়। আমি যদি শান্তিৰে থাকিবলৈ পালো হয়।।

কুমুদ ককাই দুপৰীয়া পালেহি। ঘৰৰ অৱস্থা দেখি তাৰ চকু ফাটি পানী ওলাল। কুমুদ ককাই অহা বুলি শুনি জোনে সেইদিনা ঘৰলৈকে নাহিল। এখন গাড়ী ভাড়া কৰি কুমুদ ককায়ে তাক সমগ্ৰ নগৰত পাত পাত, কৈ বিচাৰিলে। দুপৰীয়া এক বজাৰ পৰা নিশা বাৰ বজালৈ। ঘৰে, ঘৰে, ৰাস্তাই ৰাস্তাই তাক বিচাৰি নেপালে। নগৰৰ দাঁতি কাষৰীয়া অঞ্চল সমূহতো বিচাৰিলে।

শেহত মদ-খাই মাতাল হৈ নগা-বালিত পৰি থকা অৱস্থাত পালেগৈ। প্ৰথমে অলপ তেৰি -মেৰি কৰিছিল। দুই চৰ দি তাক ঠাণ্ডা কৰি গাড়ীত ভৰাই লৈ আহিল।. সেইদিনা কুমুদ ককায়ে তাক জেওৰা এডাল উঘালি লৈ খুব কোবালে। সি লেউ-সেউ হৈ পৰিল। ... .. সি কান্দিছিলো। তাৰ কান্দোন শুনি আমাৰ বেজাৰ লাগিছিল। কিন্তু কুমুদ ককাইৰ খণ্ড দেখি নিতাল মাৰিলো।

এমাহৰ ছুটি লোৱাই কুমুদ ককায়ে জোন ককাইক লৈ গ'ল ... ..

—: O :—

সদৌ অসম ছাত্ৰ-সন্থাৰ বাৰ্ষিক অধিবেশন শিৱসাগৰত অনুষ্ঠিত হ'ব। ময়ো নিমন্ত্ৰণী পত্ৰ এখনি পালো। স্কুলত সাধাৰণ-সম্পাদিকা বাব বহন কৰি থকাবে পৰা ময়ো ছাত্ৰ -সন্থাৰ লগত জড়িত।

মায়ে ক'লেঃ যা নহ'লে ফুৰি আহগৈ। ঘৰতে কিমাননো সোমাই থাকিবি? শৰীৰৰ অবস্থাও চাব নোৱাৰা হৈছে তোৰ! বেলি ককায়েৰো যাওঁক লগত। ওলাই গ'লে ভাল লাগিব। মই হীৰা দদায়েৰৰ সৰু পুতেককে ঘৰ ৰখিবলৈ মাতিম। চিন্তা কৰিব নেলাগে . অ'হেৰি নহয়, কিবা বোলেনে – নিশিৰ বন্ধু অৰুনাভৰ ঘৰতে থাকিবি। শিবিৰত থাকিব নেলাগে। অৰুণাভৰ ঘৰেই নিৰাপদ ঠাই।

অৰুনাভ নিশি ককাইৰ সহপাঠী আছিল। অৰুনাভৰ ভনীয়েক দুজনী। মেঘালী আৰু জোনালী। জোনালী আৰু মই প্ৰায়মেৰী স্কুলত একেলগে পঢ়া। অৰুনাভ হঁত আমাৰ চুবুৰীতে আছিল। আমাৰ ঘৰৰ লগত বৰ মিলা মিছা আছিল। দেউতাকে আয়কৰ বিভাগত চাকৰি কৰিছিল। পিচত শিৱসাগৰলৈ বদলি হৈ গ'লগৈ। মই তেতিয়া হাইস্কুলত নাম লিখিছোহে মাথোন।

ইয়াৰ পিচত শিৱসাগৰলৈ যোৱাৰ প্ৰস্তুতি। জাৰৰ দিন। গৰম কাপোৰ আৰ তাৰ পৰা যোগাৰ কৰিলো। কল্পনাৰ পৰা কমলা ৰঙৰ চুৱেটাৰ এটা, দীপালিমাৰ পৰা গৰম-চাদৰ এখন আনিলো। বেলি ককায়ে মোক জোকালেঃ

আৰ ছিগা চুলি তাৰ ছিগা চুলি

বান্ধি যা নেঘেৰী খোপা।

পদুম ককাইৰ বিয়াতেই শিৱসাগৰলৈ যোৱা। তাকো এৰাতিৰ বাবে। ৰিণিকি ৰিণিকিহে মনত পৰে। যোৰহাটত গৈ অসুখৰ কিদিন থকাত বাজে ঘৰৰ বাহিৰ হোৱা মনতেই নপৰে। মনটো মুকলি মুকলি লাগিল।

মাযে দুখী, দুখী অৱস্থাৰে নাৰিকলৰ লাৰু কেইটামান, পিঠাগুৰি অলপ যতনাই দিলে। মা সচাই মৰমৰ আঁকৰ। ইমান দিনৰ মূৰত জোনালী হঁতৰ ঘৰলৈ যাম। সুদাহাতে যামনে?

বাচত খিৰিকিৰ কাষত বহিলো। বাহিৰৰ প্ৰাকৃতিক দৃশ্য-বোৰ হেপাহেৰে চালো। কিমান সুন্দৰ পৃথিবী খন। আজি কিমান দিন পঙ্কিলতাৰ মাজত ডুবি থাকি পৃথিবীৰ সৌন্দৰ্য্য মনৰ পৰা হেৰাই গৈছিল। মাক এৰি অহাৰ দুখে মাজে মাজে আমনি কৰিছিল অৱশ্যে হীৰা দদাই হঁতে, ৰবদলৈ খুড়ীহঁতে মাক চাব। আমি নাই কাৰণে বেচিকৈহে খবৰ বাতৰি ল'ব।

জোনালীহঁতৰ ঘৰ বিচাৰি উলিয়াওতে বেচি সময় নেলাগিল। বাচ- আস্থানৰ ওচৰতে ঘৰটো। কাঠৰ দুইমহলীয়া ঘৰ। আগফালে এখন শুৱনি ফুলনি।

জোনালীয়ে মোক পাই বৰ ৰং পালে। এৰিকে নিদিব যেন। মাকেও হেজাৰ বিজাৰ প্ৰশ্ন কৰিলে। জোন ককাইৰ খবৰ শুনি দুখ কৰিলে। মাৰ অসুখৰ কথা শুনি চকুপানী টুকিলে। জোনালীৰ মাক জনী ইমান সৰল। মাক বিলাক এনেকুৱাই হয় ছাগে।

জোনালী প্ৰকাণ্ড এজনী হৈছে। তাই সুন্দৰী নহয়। দাঁত কেইটা অলপ বাহিৰলৈ ওলোৱা বিধৰ। ৰংটোও কলা। কিন্তু জোনালী স্বাস্থ্যৱতী। ওখ — পাখ, শকত - আৱত, দীঘল কলা চুলি। স্বাস্থ্যৰো এক সুকীয়া সৌন্দৰ্য থাকে। বুকুখন তাইৰ বৰ ওখ।

গধুলি অৰুণাভ চাকৰিৰ পৰা আহিল। তাৰ ফুৰ্ত্তি নেচাব কোনে?

ঃ আও’ তই ইমান ডাঙৰ হলি? একেবাৰে স্বাস্থ্য বনাইছ আৰু? তেতিয়া কিমান সৰু আছিলি তই . . . আমি এৰি থৈ আহোঁতে। শেণ্ডুন নকা ছোৱালী বুইছ! চাওঁ ওচৰলৈ আহ!

অৰুণাভে মোক টানি লৈ গ’ল। মৰম কৰিলে।

অৰুনাভে আজিকালি বন বিভাগৰ অফিচত চাকৰি কৰে। প্ৰাইভেটকৈ ল’ পঢ়ে। বাপেক ঢুকুৱাৰ পাচত সিয়েই ঘৰখনৰ গুৰি ধৰিছে। গোলাঘাটত থাকোতে সি লেঙ্ লেঙকৈ ওখ আছিল। এতিয়া শৰীৰত মঙহ ধৰিছে। দেখিবলৈ ভাল হৈছে।

জোনালীয়ে তাইৰ কাহিনী কৈ অন্ত নেপায়। বহুত সাঁচতীয়া কথা তাইৰ। শেষেই নহ’ব যেন! মোক কথা কবলৈ সুবিধাই নিদিয়ে। তাইৰ আনন্দ, ঘৰখনৰ মৰম চেনেহ দেখি ভাল লাগিল।

দিনৰ দহ বজাত বেলি ককাই আৰু মই ওলাই যাওঁ। আলোচনা চক্ৰ, সভা-সমিতিত মই অংশ লওঁ। দুপৰীয়া শিবিৰত ভাত খাওঁ। বন্ধু-বান্ধৱীৰ সতে চা-চিনাকী হওঁ। ঘৰৰ দুখ-দৈন্য, জোন ককাইৰ উৎপাত পাহৰি পেলালো। মালৈ শ্ৰদ্ধা ওপজিল। ভালেটিহে মায়ে মোক পঠাই দিছে।

শিবিৰত ভালেমান ঠাইৰ ছাত্ৰ-ছাত্ৰী আহিছে। লৰা, ছোৱালীৰ কাৰণে থকা ঠাই পৃথক পৃথক। দিনটোৰ শেষত জোনালী হঁতৰ ঘৰলৈ ওভটি আহোঁ।

নিশা জোনালী আৰু মই একেলগে শোঁও। বেলি ককাই তলৰ কোঠালীত শোৱে। ওপৰত তিনিটা ৰুম। আমাৰ বাওঁফালৰ টোত অৰুনাভৰ পঢ়া আৰু শোবা কোঠা। সোফালৰ ৰুমটো খালি।

জোনালী আৰু মই বহু নিশালৈ ভুন্ ভুনাই কথা পাতো। কাষৰ ৰুমত অৰুনাভে পঢ়ে। তাৰ ল’ পৰীক্ষালৈ বেছিদিন নাই। মাজে মাজে সি আমাক ডবিয়ায়।

তিনিটা দিন কেনেকৈনো আঙুলিৰ ফাঁকেৰে সৰকি গ’ল গমকে নেপালো। মানুহৰ সুখৰ দিনবোৰ হুৰ হুৰাই পাৰ হৈ যায়। দুখৰ দিনবোৰেহে নেযায় নুপুৰায়।

ৰতিপুৱা আৰু গধুলি জোনালীৰ লগত কথাপতা আৰু ফুৰা। তাইৰ লগত শিৱসাগৰ পুখুৰীৰ পাৰে পাৰে ফুৰিলো, বননিত বহি বাদাম চোবালো। শিৱদৌলত চাকি জ্বলালো ইত্যাদি। জয়সাগৰলৈকো গ’লো। . . . . . . . . . . . . নিশা জোনালীৰ লগত নানা তৰহৰ কথাৰ মহলা মৰা . . . । কেনে সুখৰ দিন।

জোনালীক মই হিৰন্ময়ৰ কথাও কৈছোঁ। তাইয়ো মোক ভালেমান নিভৃত কথা কৈছে।

কেতিয়াবা অৰুনাভে মোক হাতত ধৰি টানি লৈ যায়ঃ মই এতিয়া ভাত খাম। তই বহি থাকচোন ওচৰতে। ধান বাছি দে।

ঃ এঃ অৰু ককাইদেউ আপোনাৰ ভাতত চোন ধান এটাও নাই!

আকৌ ঃ মোৰ পকা-চুলি দুডাল-মান উঘালি দেচোন!

ঃ আপোনাৰ পকাচুলি? নায়েই দেখোন।

ঃতই বৰ বজ্জাত অৱা, মোক অকণো মৰম নকৰ।

খিল্ খিলাই হাঁহি আঁতৰি আহোঁ।

কাইলৈ ঘৰলৈ যামগৈ। ভাবিলে দুখ লাগে। সভা ঘৰৰ পৰা সোনকালে ওভটিলো। জোনালীৰ জেঠায়েকৰ পুতেক অভিষেক আহিছে। গুৱাহাটীৰ পৰা। সি বি এ ফাইনেল পৰীক্ষা দিব। কিতাপ-পত্ৰ বান্ধি জেঠায়েকৰ ঘৰত পঢ়িবলৈ আহিছে। পৰীক্ষালৈ তিনিমাহ মান বাকী। গুৱাহাটীত হেনো পঢ়াৰ পৰিবেশ নাই।

তেনেহলে গুৱাহাটীৰ মানুহ বোৰেনো কেনেকৈ পঢ়ে। উচ্চ শিক্ষাৰ অনুষ্ঠান সমূহ দেখোন তাতেই। বিশ্ব বিদ্যালয়, অভিযান্ত্ৰিক মহাবিদ্যালয়, চিকিৎসা মহাবিদ্যালয, কটন মহাবিদ্যালয় আৰ্য বিদ্যাপীঠ মহাবিদ্যালয, সন্দিকৈ মহাবিদ্যালয় – এইবোৰনো কি তেনেহলে। মোৰ যে গুৱাহাটীত পঢ়িবলৈ বৰ মন যায়।

অভিষেক অহাৰ লগে লগে জোনালী চঞ্চলা হৈ পৰিছে। অভিষেকৰ লগত টনা-টনি, গতিয়া গতি, চিকুটা বাকোটা খন লাগি আছে। মই হাঁহি হাঁহি সিহঁতৰ ধেমালী বোৰ চাই আছোঁ।

নিশা অভিষেক আমাৰ কাষত সোফালৰ কোঠাতে শুলে। জোনালীযে মযে শুই শুই আকৌ ভুন্ ভুনাবলৈ ধৰিলো। অকনাভে পটি আছে।

কাইলৈ যামগৈ কাৰণে আমাৰ আজি কথা বেছি হৈছে। নিশা দুই বজালৈকে আমাৰ ভুন্ ভুননি, খিকখিকনি কমা নাই। অকনাভে ধমক্ দিছে।

ঃএই তহঁতৰ শুবৰ হোৱা নাই। ইমান কি কথা তহঁতৰ। গৈছো ৰ', দিম মজা তহঁতক।

আমি কিছু সময় নিৰবে থাকো। আকৌ ভুন্ ভুননি।

ঃঅৱা, তুমি গলেগৈ বৰ বেযা লাগিব। কিয়নো আহিছিলা তুমি।

ঃ কিয অভিষেক থাকিব নহয। তাৰ লগত কথা পাতি থাকিবা।

ঃ সি পঢ়িবলৈহে আহিছে। মোৰ লগত কথা পাতি থাকিলে কেনেকৈ হ'ব।

এটা সময়ত দুয়োজনী টোপনীৰ কোলাত ঢলি পৰিলো।

কিমান নিশা হৈছিল জানো তেতিয়া। হঠাতে সাৰ পালো। তন্দ্ৰালস অবস্থাতে গম পালো, কিহবাই যেন চেপি আনিছে মোক। হাতেৰে খেপিয়াই চালো। পুৰুষৰ নোমাল হাত চোন। হায় কি বস্তু। ভুত নেকি। জোনালী ক'ত!

ঃএই জোনা, জোনা।

ঃ হেই মনে মনে থাক, মই হে। জোনা বাহিৰলৈ গৈছে।

পুৰুষ কণ্ঠই ক'লে।

পুৰুষটোৰ নাকৰ – গৰম উশাহ নিশাহ নাকে মুখে লাগিছে। লেপৰ ভিতৰতে দুখন হাতেৰে মোক চেপি ধৰিছে। গৰম বিজলুৱা দুখন ওঁঠ মোৰ গালত চেপি ধৰিছে। কুমজেলেকুৰাৰ দৰে বিজলুৱা ওঁঠ। ছিঃ ঘিন লাগি গ'ল।

ঃ কোন, কোন, মই চিঞৰি দিম।

ঃ মই। অৰু ককাইদেউ। নিচিএৰিবি, একো নহয় দে। ইমান ভাল লাগিছে। তোৰ গাটো ইমান কোমল। মাখনৰ দৰে অ'।

একমূহুৰ্ত্তমান জঠৰ হৈ ৰ'লো মই। হায়। কি কৰো মই। মগজুৰ চেতনা শক্তি লুপ্ত হ'ল নেকি মোৰ। এই নাগপাশৰ পৰা মুক্তি কেনেকৈ পাম। ইমান সবল দুখন হাত।।

ইতিমধ্যে পশুটোৱে মোৰ দুগালত চুমা বৰষিবলৈ ধৰিছে।

পলকতে ষষ্ঠ ইন্দ্ৰিয় মোৰ সাৰ পাই উঠিল। মগজুৱে তড়িৎ গতিত কাম কৰিবলৈ ধৰিলে। পশুটোৰ হাতৰ ঠাৰিত দিলো বজ্ৰ কামোৰ বহুৱাই। হাতৰ বান্ধ শিথিল হ'ল আৰু মই গৈ পৰিলোগৈ কাঠৰ মজিযাত আচাৰ খাই। ৰবৰ সময় নাই। একে জাপে উঠি লাইটটো জ্বলাই দিলো। ফটফটীয়া পোহৰে কোঠাটো জ্বল মলাই উঠিল।

খণ্ডত ৰঙা চকুৰে সি মোলৈ ত ত কৈ চাই আছে। খণ্ডত কপিছে তাৰ শৰীৰ। বিচনাৰ পৰা উঠি শিথিল লুঙিখন ভালকৈ পিন্ধি ল'লে সি।

খোলা দুৱাৰখনৰ কাষত ঠিয়হৈ ক'লো।

ঃ তেনেকুৱা প্ৰবৃত্তি লৈ মোৰ ওচৰলৈ কাহানিও নাহিব। মই তেনে ছোৱালী নহওঁ।

ক'ৰবাত দুজনীমান বেযা ছোৱালী থাকিব পাৰে সেইবুলি চবকে তেনে বুলি নেভাবিব। আপোনালোক পুৰুষ বিলাকে ভবাৰ দৰে নাৰী ইমান সহজলভ্যা নহয়। মনত ৰাখিব।

এইবাৰ যথাসম্ভৱ জোৰে জোৰে মাতিলোঃ

জোনা, এই জোনা!

খৰখোজেৰে অৰুনাভ নিজৰ ৰুমলৈ গুছি গ'ল।

জোনালী খৰ্‌-খেদাকৈ অভিষেকৰ ৰুমৰ পৰা ওলাই আহিল। চুলি আউল বাউল তাইৰ। তাইৰ শৰীৰত এটা পেটিকোট্‌। ওপৰত টিক টিককৈ ৰঙা এটা ব্লাউজ। খৰধৰত তাই ব্লাউজৰ বুটাম মাৰিবলৈ নেপালে। তাইৰ উদ্ধত বুকুখন দেখি লাজতে তললৈ মূৰ কৰিলো মই।

জোনালীক মই একোকে নুসুধিলো।

তাই দোষ ঢাকিবলৈ নিজেই কৈ গ'লঃ "ভৰি বিষাইছিল জানা। অভিষেকক ভৰি পিতিকিবলৈ দিছিলো। তুমি ইমান জোৰকৈ চিঞৰিছা। চাদৰখন থাকিয়ে আহিল পাই।"

মই একো নেমাতিলো। বেৰৰ ফালে মুখ কৰি শুই থাকিলো। বিতৃষ্ণাত মোৰ মুখখন বিকৃত হৈ পৰিছিল হবলা।

অৰুণাভে ভুন্‌ ভুনাই পঢ়ি আছিল।

—: O :—

জোন ককায়ে কুমুদ ককাইদেউৰ লগত পোন্ধৰ দিনমানহে থাকিল। এদিন দুপৰীয়া সি পলাই গুছি আহিল।

এটা ডেকা লৰাক অনবৰতে পহৰা দি ৰাখে কোনে। ডাঙৰ ককাই আৰু বৌ দুয়ো অফিচলৈ যায়। সুবৰ্ণ বৌও কেৰেণী চাকৰিত সোমাইছে। ঘৰত এমা-ডিমা ছোৱালী দুজনী আৰু বনকৰা ছোৱালী জনীহে থাকে। দুপৰীয়া জোনক কোনে চকিদাৰী কৰি থাকে। নিজৰ মন নিজে নেবান্ধিলে কোনে বান্ধিব পাৰে? তাকটো আৰু গৰু পঘাৰে বান্ধি থব নোৱাৰে। হেজাৰ হ'ক দং দংকৈ এটা ডেকা ল'ৰা। সি এদিন মদ খাই যোৰহাটৰ পৰা পলাল।

সিদিনা কুমুদ ককাযে নিশা ১২ বজালৈকে যোৰহাট টাউনত তাক বিচাৰি চলাথ কৰিলে। ককায়ে বলিয়াৰ দৰে তাক বিচাৰি ফুৰিছে। তাৰ উবাদিহ নাই। নিশি ককাযে বন্ধু মেঘ কোঁৱৰক লগত লৈ সেই নিশাযে গোলাঘাট পালেহি। কিজানি গোলাঘাট পাইছেহি সেই ভাবি। ৰাতিপুৱা নিশি ককাইহঁত গ'লগৈ। সকলোৰে নিজা নিজা কাম কাজ থাকে। একেটা কথাতেই লাগি থাকিলে কেনেকৈ হ'ব?

আমাৰ ভয়তে পেটত হাত- ভৰি লুকাইছে। হায়। কি হ'ব এতিয়া। কোনে ৰক্ষা কৰিব আমাক। এইবাৰ নিস্তাৰ নাই।

আবেলি পাঁচ বজাৰ বাচত জোন ককাই গোলাঘাট পালেহি। বাচৰ পৰা নামি সি পোণেই ঘৰলৈকে আহিল। আমাৰ ভযত জীৱ নাই। পিচে সি মদ খাই অহা নাই। তাক শান্ত ৰূপত দেখি আমি ভাল পালো।

সি ক'লে।

ঃ"মা, ভাত আছেনে? কালিৰে পৰা একো খোৱা নাই।"

মই চৰুটো চুচি-মাচি ভাত এমখা আনি দিলো। সি পৰম তৃপ্তিৰে তাকে খালে। তাৰ পিচত সি ওলাই গ'ল। কেই দিনমান ঘৰলৈ অহা নাই। এদিন বিশ্বদাৰ ঘৰত, দুদিন মহচৰ্দ্দাৰ দদাইৰ ঘৰত, এনেকৈ দিনবোৰ পাৰ কৰিছে। ঘৰত থাকিবলৈ তাৰ ভয। কিজানি কুমুদ ককায়ে আহি লৈ যায়। সি কিজানি পৃথিবীত কেৱল কুমুদ ককাইকেহে ভয কৰে। ইফালে তাৰ অফিচত চুটি লোৱা আছে।

মাজে মাজে সি ঘৰলৈকো আহিছে। মদো খাইছে। পিচে হুলস্থুলহে কৰা নাই। মোৰ বোধেৰে মদাহী মানুহে নিচাৰ জ্বালত বেচি হুলস্থুল নকৰে। নিজ ইচ্ছাতেহে হুলস্থুল খন কৰে।

মানুহৰ জীৱন চকৰি দ্ৰুত গতিত ঘুৰে। সুখ আৰু দুখৰ পৰিবৰ্ত্তন হয। "চক্ৰবৎ পৰিবৰ্ত্তন্তে সুখানি দুখানি চ।"

আচম্বিতে নিশি ককায়ে গোলাঘাটত "ভাৰতীয খাদ্য নিগম'ত চাকৰিত যোগদান কৰিলেহি। আমাৰ মুখলৈ পানী আহিল। নিশি ককাই গোলাঘাটলৈ অহাৰ দিনা জোন ককায়ে মদ খাই বিস্তাত উঠি টাউনত ঘুৰি ফুৰিছে। ঠায়ে ঠায়ে মাতলামি কৰিছে। সি সেইদিনা দৰমহাৰ টকা আনিছে। টকাবোৰ মুঠিয়ে মুঠিয়ে খৰচ কৰিছে। নিশি ককায়ে তাক পাই ঘৰলৈ লগতে লৈ

আহিল। প্ৰথমতে সি উৎপাতখন কৰিছিল। পিচলৈ শান্ত হৈ পৰিল।

দুটামান দিন সি তলকা মাৰি থাকিল। সি চোন মাৰ কাষত বহি মাক পাচলি কুটি দিছে। মাৰ কাষত বহি গুণ্ গুণাই কথা পাতিছে। ৰাস্তাৰ কাণৰ পানী কলটোৰ পৰা পুৱা-গধূলি পানী কঢ়িয়াইছে। এনেদৰে শান্ত ৰূপত তাক বৰ ভাল লাগে। বৰ মৰম লাগে। কেনে নিৰ্দোষ তাৰ মুখখন। মাৰ দৰেই সুগঢ়ি তাৰ মুখখন। মাৰ দৰেই জোঙা দীঘল নাক। বৈ পৰা চকু, চেলাউৰি। মিঠা বৰণ।

এদিন দুপৰীয়া অসময়ত কুমুদ ককাই আহিল। ককায়ে তাক কেইটামান প্ৰশ্ন সুধিলে। (ক) যোৰহাটৰ পৰা কিয় পলাই আহিল? কিবা অসুবিধা পাইছিলে নেকি? (খ) মদ খাইছিল নে নাই? (গ) ক'ত কাৰ ঘৰত আছিল? (ঘ) যদিহে মদ খাইছিল, মদ খাবলৈ পইচা ক'ত পাইছিল? এইকেটা প্ৰশ্নৰ উত্তৰ তাক ভাবি-চিন্তি চাই এখন কাগজত লিখি দিবলৈ দিলে।

ইতিমধ্যেকুমুদ ককায়ে অ'ত ত'ত ঘূৰি তাৰ সকলো খবৰ যতনাই আনিছে। এই পোন্ধৰ দিন সি ক'ত কেনেকৈ আছিল সমস্ত খবৰ।

জোন ককায়ে প্ৰশ্নবোৰৰ উত্তৰত দুটামান মিছা কথা লিখিলে। ককাইৰ খুব খং উঠিল। জেওৰা এদাল উঘালি লৈ উধাই-মুধাই কোবালে তাক। কোনেও এৰুৱাই দিব নোৱাৰিলে। সি মাথোন দেদাউৰিয়াবলৈ ধৰিলে। গা- দামলা দমল হৈ ওখহি উঠিল। কোনো কোনো অংশত তেজ বিৰিঙি উঠিল।

কুমুদ ককায়ে পুনৰ তাক যোৰহাটলৈ লৈ গ'ল।

—: O :—

নিশি ককাইদেৱে গোলাঘাটত চাকৰিত যোগদান কৰাৰ পিচত লাহে লাহে সি ঘৰখন ঠিক-ঠাক কৰিবলৈ ধৰিলে। আজৰি সময়ত সি ঘৰৰ কাষৰ হাবি-বন কাটি পৰিষ্কাৰ কৰি তাত বতৰৰ শাক-পাচলি বোৱাৰ দিহা কৰিলে। হীৰা দদাইৰ ঘৰৰ পৰা কান্ধত ভাৰ কৰি পাচিয়ে পাচিয়ে গোবৰ আনি পেলালে। বেঙেনা, জলকীয়া, ফ্রেঞ্চবিন, কেৰেলা, জিকা আদিৰ পুলিবোৰ লহ্ পহাই বাঢ়িবলৈ ধৰিলে। পদুলি বাটৰ ফুলনি খনৰ হাবি-বন বোৰ চিকুণালে, ফুলৰ আগবোৰ কাটি দিলে, বিয়লি তাত বাল্টিৰে কঢ়িয়াই পানী দিলে। তাৰ সুনিপুণ হাতৰ পৰশ পাই ফুলনিখনে হাঁহি পেলালে। অলপ দিনৰ পিচতে গোলাপবোৰ ডাল ভৰি ভৰি ফুলি উঠিল, খৰিকাজাই, অশোক, ইন্দ্ৰজিৎ মালতী, চন্দ্ৰ মল্লিকা আদি ফুলবোৰো হালি জালি, ফুলি, ফুলি ৰূপত ৰহন চৰালে।

ভগা-ছিগা বেৰ মোৰামতি কৰি, লিপি- মুচি নিকা কৰি চূণ-জ্জো দিলে। সাজি কাচি বিয়া খাবলৈ ওলোৱা ৰূপহী এজনীৰ দৰে ঘৰখনে জেউতি চৰালে। ঘৰত বিজুলি বাতিৰ ব্যৱস্থা কৰিলে। সি নিজেই ইলেকট্ৰিকেল ইন্‌জিনিয়াৰিং পঢ়া ল'ৰা। সেয়ে বেচি খৰচো ন'হল।

মাৰ চেহেৰাটোও সজাল ধৰি উঠিল।

ময়ো ৰং মনেৰে গুণ গুণাই গীত গাব পৰা হ'লো। বেলি ককাইৰ সতে চুপতা-চুপতি কৰিব পৰা হ'লো। তাৰ লগত চুলিয়া-চুলি দন্দ কৰিব পৰা হ'লো। চঞ্চলা হৰিণীৰ দৰে নিশি ককাইৰ পিচে পিচে আগফালে পিচফালে দৌৰি ফুৰিব পৰা হ'লো

মোৰ কাণ্ড দেখি মায়ে মিচিক মাচাক হাঁহে। আনন্দত ভৰি উঠে বুকু। এয়েহে ঘৰ।

... .. ... ... ... ... ... ...

জোন ককায়ে যোৰহাটৰ পৰা আহি চাকৰিত যোগদান কৰিলেহি। তাৰহে কোনো পৰিবৰ্ত্তন নহ'ল। সি এতিয়াও গেলা সোপা খাই আছে। বলকি বলকি থাকে। নিশি ককাইৰ সতে কাজিয়া কৰে। তাৰ আগৰ সমান সাহ নাই! আমি আৰু এতিয়া বাজত কটাব লগা নহয়। বলকি বলকি সি শুই থাকে। ভৰি দুখন মাটিত থাকে। জোতা নোখোলে। সি টোপনি গ'লে জোতাজোৰ খুলি দিওঁ। ভালকৈ শুৱাই দিও।

... ... ... ... ... ... ... ...

স্নাতক চূড়ান্ত পৰীক্ষাৰ বাবে সাজু হৈছোঁ। পঢ়া, পঢ়াকেৱল পঢ়া। পঢ়া আৰু লিখা।

নিশি ককায়ে ভগা-ঘৰ পতাত ব্যস্ত। তাৰ বহুত খৰচ। কিতাপ-কাগজৰ বাবে তাক আমনি কৰা নাই।

য'তেই দৰকাৰী কিতাপৰ সন্ধান পাইছোঁ, দৌৰিছোঁ। . . . . . . . ফিলচফী, শিক্ষা মনোবিজ্ঞান, বুৰঞ্জী আদি সকলো বিষয়তে সৰহ নম্বৰ আছিল মোৰ। তথাপি কিয় জানো অসমীয়া অৰ্নাচ হে ললো মই।

এতিয়া কিতাপৰ সন্ধানত ঘূৰি ফুৰাই মোৰ কাম। কেতিয়াবা মাৰ সতে, কেতিয়াবা বেলি ককাইৰ সতে, কেতিয়াবা অকলে।

ভাৰতীয় কমিউনিষ্ট পাৰ্টিৰ নেতা ধীৰেন দত্তৰ প্ৰথমা কন্যা সত্যমণি দত্ত, জোন ককাইৰ সহপাঠী আছিল। তেওঁ এতিয়া নগাওঁৰ কোনোবা এখন কলেজৰ অসমীয়া বিভাগৰ অধ্যাপিকা। বন্ধুত ঘৰলৈ অহাৰ বতৰা পাই এদিন দুপৰীয়া তেওঁৰ ঘৰলৈ ঢাপলি মেলিলোঁ। চাৰি/পাচ মাইল আঁতৰত তেওঁৰ ঘৰ। ব'দৰ তাপত, ঘামত সৰ্ব্বশৰীৰ তিতি গৈছে। পাচ মাইল খোজ কাঢ়ি কলাফুলত বিষ উঠিছে। ... ... তেওঁ মোক নিৰাশ নকৰিলে। দুবছৰৰ মূৰত ঘূৰাই দিয়াৰ প্ৰতিশ্ৰুতিৰে তেওঁৰ পৰা কেইখন মান কিতাপ আনিলো।

কমাৰ বন্ধাৰ কঙ্কন শইকীয়াৰ ঘৰলৈ সাত মাইল বাট। সেই দিনা চকা বন্ধ আন্দোলন। গতিকে খোজেই কাঢ়িব লগা হ'ল। কমাৰ বন্ধালৈ আমাৰ পদুলিৰে বাচ চলে। ... ... ... ... উদ্যোগী লৰা কঙ্কন শইকীয়াই কেইখনমান কিতাপ আৰু বহমূলীয়া উপদেশেৰে মোক উৎসাহ দিলে। সাত মাইল—সাত মাইল চৌধ্য মাইল খোজ কঢ়াৰ ভাগৰ কৰবাত পলাল। কাৰণ কঙ্কণৰ মাক, ভনীয়েক হঁতৰ যি সৌহাৰ্দপূৰ্ণ ব্যবহাৰ, সি মোক দুদিন মানলৈ আচ্ছন্ন কৰি ৰাখিলে। কঙ্কন শইকীযা আমাৰ কলেজৰ পৰাই পাছ কৰি গুৱাহাটীত পঢি আছে।

ডাৱৰীয়া বতৰত এদিন ভানু নাথৰ ঘৰলৈ ওলালো। বৰষুণ জাক দিয়ে আছিল— নেৰা নেপেৰাকৈ। তিতি বুৰি জুৰুলি জুপুৰি হ'লো। ছাতিয়েও ৰাখিব নোৱাৰা বৰষুণ। ভিজা শালিকাৰ দৰেই হৈ পৰিছো। তেৰোঁ মোক সহায় কৰিলে। ... ... ... মূৰৰ চুলিৰ পৰা পানী নিগৰি সৰিছিল। ... ... ... মানুহৰ সহায মৰমত অভিভূত হৈ পৰো!

বেচি ভাগ কিতাপেই সময়ৰ সুৰুঙা উলিয়াই নকল কৰি ল'লো। কলেজ পুথিভৰালৰ পৰা সলাই, সলাই অনা কিতাপবোৰ, দৰকাৰী প্ৰবন্ধ সমূহ সম্পূৰ্ণকৈ লিখি যথা সময়ত ঘূৰাই দিলো। "ত্ৰিপুৰা বুৰঞ্জী" "বুৰঞ্জীৰ বানী" "তুংখুঙীযা বুৰঞ্জী' আদি ভালেমান কিতাপ সম্পূৰ্ণ নকল কৰি ললো।

অপৰিসীম ব্যস্ত হৈ পৰিলো মই।

গোলাঘাট মহকুমা পুথিভৰালৰ গ্ৰন্থাগাৰিক লাচিত ফুকনক আচুতীয়াকৈ লগ ধৰিছোঁ। কেবাখনো কিতাপ দুবছৰৰ বাবে নিগাজিকৈ খুজি আনিছোঁ। কলেজৰ অফপিৰিয়দতো পুথিভৰালত বহি লিখা কাম এৰা নাই। হিৰণ্ময়ে কেতিয়াবা সময়ৰ পিচত সময় মোৰ কাষত বহি বৈছে। অথবা লিখাত সহায় কৰি দিছে।

অফুৰন্ত প্ৰাণ শক্তি এতিয়া মোৰ হৃদয়ত।

সৰ্ব্বক্ষণ মোৰ মনত এক অঙ্গীকাৰ ঃ তীখাৰ দৰে কঠিন, জবাফুলৰ দৰে ফুলি উঠা এই অঙ্গীকাৰ। "অভাৱে জুৰুলা কৰা পৰিবেশত ডাঙৰ হোৱা ছোৱালী মই। এজন কুখ্যাত মদাহীৰ সহোদৰা ভনী। এই কথা সময়ৰ হাতেৰে মচি পেলাব লাগিব। সমাজত অকনি ঠাই মই উলিয়াই লবই লাগিব"

হিৰণ্ময়ৰ লেখাই মোক আৰু দৃঢ় কৰি তোলে।

ঃ"তুমি পঢ়িবাহি। এনে মন কৰা— যি পথত আমাৰ স্থিতিক উলাই কৰি উৰাই দিয়া হৈছে, সেই প্ৰতি পথত আমাৰ দৃঢ়তৰ পদক্ষেপ পৰিবই লাগিব, যাতে কোনো বাহ্যিক প্ৰভাৱে আমাৰ গতি ৰোধ কৰিব নোৱাৰে। মোৰ অজস্ৰ আশীষ তোমাৰ শুভ কামনাতে সৰ্ব্বকাল আছেই। তুমি বেছি পঢ়া।"

কেতিয়াবা কলেজৰ ক্লাচ সোনকালে শেষ হয়। হিৰণ্ময় আৰু মই খোজকাঢ়ি ভালেমান দূৰ যাওঁ। পুলিবৰ বা জোনাকী নগৰ পাওঁগে। দুয়োৰো বিভিন্ন সমস্যাৰ বিষয়ে মুকলি আলোচনা কৰোঁ। আমি কিন্তু ক'তো নবওঁ। আকৌ ঘূৰি আহোঁ। কলেজৰ পৰা আহি ভাত-কেইটা নাকে কাণে গুজি মহকুমা পুথি ভঁৰাললৈ দৌৰোঁ। দুমাইল মান হ'ব দূৰ। তাত হিৰণ্ময় মোৰ বাবে অপেক্ষা কৰি থাকে। আমি দুয়ো দুখন কিতাপ লৈ ওচৰা ওচৰিকৈ বহি পঢ়ি থাকোঁ। পুথিভঁৰালত কথা কোৱা নিষেধ। আনৰ অসুবিধা হ'ব। .

ধৰাৰ বুকুলৈ আন্ধাৰ নামে। হিৰণ্ময়ে চাইকেল মাৰে মৰণ্টীলৈ। মই খোজ লও ঘৰলৈ।

হিৰণ্ময়ে গাৰ ছাঁৰ দৰে মোৰ লগে লগে থাকি মোক উদগনি দিয়ে। হিৰণ্ময় যেন মোৰ মন আকাশত উজ্বলি উঠা সেউজীয়া বহাগ, বহাগৰ প্ৰেৰণা!

কোনোবা আবেলি সময়ৰ সুকণ্ঠা উলিয়াই জেহিৰুল ইচলাম কাৰ ঘৰত আমি কেবাজনো গোট খাও। তাত প্ৰগতিশীল আলোচনা সমূহ হয়।

এনেদৰেই মাৰ্ক্সীয় ভাবধাৰা মোৰ মগজুলৈ আহিল জেহিৰুলকাৰ পৰা বিভিন্ন কিতাপ-পত্ৰ আনি পঢো। জেহিৰুলকাৰ ঘৰত ভালেমান প্ৰতিভাশীল ছাত্ৰ-ছাত্ৰী, শিক্ষক-প্ৰফেচাৰ, দোকানী, অনান্য মানুহ গোট খায়। বিভিন্ন আলোচনা চক্ৰ হয। সেই সমূহত অংশ গ্ৰহণ কৰা মোৰ কৰ্ত্তব্যত পৰিণত হ'ল।

তাতেই মীনাক্ষী বড়া, নীল শৰ্ম্মা, পুলিন ফুকন, ৰাজেন কলিতা আদিকো লগ পাওঁ। এটি সাংস্কৃতিক সংগঠনো আমাৰ আছে। জ্যোতি দিবস, বিষ্ণুৰাভা দিবসত সাংস্কৃতিক সন্ধিয়া পাতো। নাটক কৰো হেমাঙ্গ বিশ্বাস, নজৰুল আদিৰ কবিতা গাওঁ।

হিৰণ্ময মোৰ ছাঁৰ দৰে থাকি সকলো কামতে ভাগ লয। তেৱোঁ এতিয়া মাৰ্ক্সীয় ভাবধাৰাৰ প্ৰতি আসক্ত হৈ পৰিছে। তেওঁ এদিন অকপটে স্বীকাৰ কৰিলে "মাসোণ তোমাৰ সংস্পৰ্শত থাকি ভাববাদী মোৰ মনৰ উত্তৰণ হৈছে—মাৰ্ক্সবাদলৈ।"

সেই সময়ত হিৰণ্ময়ৰ লেখা এনে ধৰণৰ : "চানাবালা বিধৰ দোকানী এটাৰ পৰা, তল ওপৰ দুযোফালৰ পৃষ্ঠা অপসাৰিত stalın ৰ autobıography এখন উদ্ধাৰ কৰিছোঁ। সমাজ বাদৰ ওপৰত ফ্ৰেডিকস্ এঙ্গেলেছ এ লিখা কথাবোৰ মোৰ বোধগম্য হোৱা নাই। লেনিনৰ কৰ্ম, আদৰ্শ তথা মাৰ্ক্সবাদৰ দুই এটা কথা পঢি চাইছো মাথোন।"

... .... .... .... .... .... .... ....

আকৌ "গোটেই সমাজ খনতে নাৰীৰ মূল্য সু-প্ৰতিষ্ঠিত নোহোৱাকৈ তোমালোকে যথাযোগ্য মৰ্য্যাদা কেনেদৰে পাম বুলি আশা কৰা? ব্যক্তিগত ভাবে তুমি যিয়েই নোহোৱা, সামগ্ৰিক অৰ্থত তুমি নাৰীয়েই হৈ থাকিবা, আৰু তোমাৰ মূল্যও সমাজত সেই অৰ্থতেই নিৰূপিত হ'ব। যি সমাজত নাৰীক যি মূল্য দিয়ে। ... ... আমাৰ সমাজত কেনে নগ্ন নিষ্পেষণৰ বলি আইসকল। দেখাত প্ৰধানমন্ত্ৰী হোৱাকে ধৰি শিক্ষা, বিজ্ঞান এটাই দিশতে নাৰীৰ উভৈনদী দখল। কিন্তু সামগ্ৰিক অৰ্থত এতিয়াও তেওঁলোকে পণ্য সামগ্ৰীৰ দৰেই হৈ আছে। পণ্য সামগ্ৰী এই বাবেই, ভাবাচোন, পুৰুষ প্ৰধান এই সমাজ ব্যৱস্থাত অৰ্থনৈতিক ভাবে নাৰী কিমান স্বাধীন, সামাজিক ভাবে কিমান নিৰাপত্তাৰ অধীন . . . . . . . . . ।"

—: O :—

হিৰণ্ময়ৰ লগত এনেদৰে মিলা মিছা কৰাৰ পৰিণাম স্বৰূপে বেলি ককায়ে এদিন মোক সাৱধান বানী শুনালো।

ঃ "ধনশিৰিৰ পানী ৰাঙলী কৰি দিম। তথাপি তই হিৰণ্ময়লৈ যাবলৈ নেপাৱ।"

কোনো কথা নাই। মুঠতে প্ৰেম কৰাৰ অধিকাৰ মোৰ নাই! আমাৰ সমাজত নাৰী সদায় পুৰষৰ তলত থাকিব লাগিব। গাভৰু কালত পিতৃ-মাতৃ অথবা ভাই ককাইৰ তলত, বোৱাৰী হ'লে গিৰিয়েকৰ তলত, বুঢ়ী হ'লে পুত্ৰৰ তলত। মুঠতে অন্তৰত প্ৰেম-তেম এইবোৰ হ'ব নোৱাৰিব।

হিৰণ্ময়ৰ বিপদৰ আশঙ্কা কৰি সাৱধান হৈছিলো। অন্তৰখন কিন্তু বিদ্ৰোহী হৈ উঠিল।

অনেক সাৱধান হওঁতেও এদিন দুয়ো পুলিবৰলৈ গৈ থকা পথত বেলি ককাইৰে সতে ভেটা-ভেটি হ'লো। আমাৰ সমুখৰ ফালৰ পৰা সি এখন চাইকেলত উঠি আহি আছিল। আমি ত'ত ধৰিবলৈ নৌ পাওঁতেই সি চাইকেলেৰে হিৰণ্ময়ক এক খুন্দা লগাই দিলে। হিৰণ্ময়ে কোনোৰকম নপৰাকৈ ৰ'ল।

কিংকৰ্ত্তব্য বিমূঢ় হৈ অবাক বিস্ময়েৰে চাই ৰ'লো মই। বেলি ককায়ে ক'লেঃ "ভন্টী, তই ঘৰলৈ যা। ইয়াক মই চাই লম।"ঘৰলৈ মই নগ'লো। ঠাইতে বৈ থাকিলো। হিৰণ্ময়ক বিপদৰ মাজত এৰি থৈ কেনেকৈ যাওঁ। ময়োতো দোষী। মাৰে যদি মোকো মাৰক। সি আকৌ ক'লেঃ ভন্টী, ভালে ভালে ঘৰলৈ যা। নহ'লে চুলিত ধৰি চোচোৰাম।"

সেই কথাও আওকাণ কৰিলো। মৰমৰ হিৰণ্ময়ৰ কিবা অপকাৰ হয় বুলি ভয় খালো। ক'লোঃ নেযাওঁ, তই হিৰণ্ময়কক এৰি দে। তেতিয়াহে যাম।" হিৰণ্ময়ে মোৰ ফালে চালে। শান্ত কণ্ঠে তেওঁ ক'লে ঃ—

ঃ"মাসোণ। তুমি যোৱাগৈ। মোৰ আদেশ, তুমি ইয়াৰ পৰা অতি সোনকালে যোৱা।" মই হিৰণ্ময়ৰ চকুলৈ ক্ষন্তেক চালো। আৰু মন্ত্ৰমুগ্ধ সাপৰ দৰে সুৰ সুৰাই গুছি আহিলো। কি আছিল জানো তাৰ দুচকুত আঁকা।

ঘৰলৈ আহি কিন্তু একদণ্ডও শান্তি নেপালো।

এসময়ত বেলি ককাই ঘৰলৈ আহিল। সি মোক একোকে নকলে। মোক সি মতাই নাই। সেয়ে অশান্তিত ভুগি আছোঁ মই। যদি মোক গালিকে পাৰিলে হয়। অথবা দুটামান চৰকে সোধালে হয়। সিয়ো ভাল। সিযো ভাল।। সেই সকলো বোৰৰ বাবে মই মানসিক ভাৱে প্ৰস্তুত আছোঁ। কিন্তু সি সেইবোৰ একোকে নকৰি গুম মাৰি বহি আছে। অসহনীয় কষ্টত ভুগিছো মই। জানিবলৈ ইচ্ছা হৈছে হিৰণ্ময়ৰ কি হ'ল। তেওঁক বেলি ককায়ে আৰু মাৰিলে নেকি? কিন্তু জনাৰ কোনো উপায় নাই। এসপ্তাহ মান বাহিৰলৈ নোলালো মই! সেই দুখজনক ঘটনাৰ স্মৃতিয়ে মুখৰ ভাত কাঢ়ি নিছে মোৰ। চকুৰ টোপনি নেহোৱা কৰিছে। কিন্তু অনন্য এক প্ৰাণ-শক্তিয়ে প্ৰতি মুহুৰ্ত্তে আগুৰি আছে মোক। ... ... ... ... ...

প্ৰেমৰ অসীম প্ৰেৰণাৰে ঘৰুৱা কাম-কাজত মন দিবলৈ যত্ন কৰিছোঁ। চেষ্টাহে কৰিছোঁ।

কিন্তু, বহোঁ তাঁতৰ পাতত চকু আলিবাটিত মাকো সৰি সৰি পৰে"।

নিশা যেতিয়া সকলো শুই পৰে, দুচকুৰে অবিৰাম চকুলো সৰে মোৰ। আঃ কান্দিয়ো যে ইমান তৃপ্তি পোৱা যায়। আগেয়ে জনা নাছিলো দেখোন। বুকুখন পাতল পাতল লাগে। তেওঁ মোক পাহৰি যাব পাৰিবনে। ক'তা মোৰ হৃদয়ৰ মাজতে চোন তেওঁ আছে।। হৃদয় তলিৰ পৰা কৈ আছে "মাসোন। তুমি নেকান্দিবা। যি পথৰ স্থিতিত আমাক উলাই কৰা হৈছে সেই প্ৰতি পথতে আমাৰ দৃঢ়তৰ পদক্ষেপ পৰিবই লাগিব।"

এসপ্তাহ মান তলকা মাৰি থাকিলো। তাৰ পিছত কলেজলৈ গ'লো। বেলি ককায়ে ক'লেঃ "হিৰন্ময় বাপেৰক আৰু নেমাতিবি। এইবাৰ কিন্তু ধনশিৰিৰ পানী ৰঙা - ৰাঙলী হবই হ'ব।"

প্ৰতি মুহূৰ্ত্ততে আশা কৰি থাকিলো তেওঁৰ হাতৰ লেখা এখন। য'ত মই বিচাৰি পাম আন্তৰিক প্ৰতিশ্ৰুতি, আন্তৰিক ভাষা। মই সংকল্প কৰিলো। "আমি আৰু লগ নহঁও।। কিন্তু আমাৰ সম্পৰ্ক বাছি থাকিবই লাগিব– যি কোনো প্ৰকাৰে। যি কোনো দানৰ বিনিময়ত আমাৰ সম্পৰ্ক বচাই ৰাখিবলৈ সাজু হ'লো মই।

আমাৰ ভালপোৱা ক্ষণে ক্ষণে উৰ্দ্ধদৈহিক স্তৰলৈ গতি কৰি আছে। অন্তৰ মাজত যেতিযা তেজৰ তুলিকাৰে অঁকা হয কাবোবাৰ ছবি – তেতিয়া দৈহিক প্ৰয়োজন নিতান্তই তুচ্ছ হৈ যায। আস্ দেহ ভেদি অন্তৰত সোমোৱা কিমান কঠিন। যিহেতুকে অন্তৰত আছে হিৰন্ময়ৰ যুগমীয়া ছবি গতিকে দেখা-সাক্ষাৎ নহ'লেও কোনো কথা নাই। চকুলোৰে ধুই ধুই হৃদয় নিকা কৰি বাট চাম কেবল হিৰন্ময়ৰ বাবেই। সংঘাতৰ জুইত জ্বলি প্ৰেম হেনো অধিক উজ্বল হয।

অবশেষত বাঞ্চিত চিঠি খন পালো। হিৰন্ময়ৰ বন্ধু পবনে কলেজলৈ যোৱা পথত মোক চিঠিখন দিলে।

চিঠিৰ কথা এনেধৰনৰ ঃ ইয়াৰ পিচতো আৰু প্ৰশ্ন নাহে আমি আমাক এৰি চলাৰ, অথবা প্ৰশ্ন নাহে একৰ অবিহনে জীৱনত পূৰ্ণতা বিচৰাৰ। মনৰ এটা কোঠালী অনিবাৰ্য কাৰণ বশতঃ বন্ধ কৰি ৰাখিছিলো, তাত মোৰ বহু স্বাৰ্থগাঁঠা লুকাই আছিল, এতিযা প্ৰশ্ন নাহে সেই কোঠালী বন্ধ কৰি ৰখাৰ।

অৰ্থহীনতাৰ বহু বিলাকেই ধৃতি-নীতি একালত মোত বৰ্ত্তী আছিল। মোৰ দৃষ্টি প্ৰসাৰণৰ লগে লগে সিবিলাক এপদ এপদকৈ আঁতৰি গৈছিল মোৰ পৰা, কিন্তু এয়া সামাজিক জীৱন বোধৰ বাবে (এনে ধাৰণাত তাত লজ্জা আছে অথচ সৌন্দৰ্যও) দুই এক সঁচলৈ আছিল। তাত আত্মীয় বোধ আৰু তাতে সৃষ্টি চেনেহো আছিল। বোধৰ আমেজ আছিল বাবেই তাক মই সযতনে সামৰি ৰাখিছিলো মোৰ আবদ্ধ কক্ষত। এতিয়া তাৰ দুৱাৰ মুকলি হ'ল (বৰ পৰিতাপৰ কথা) এটা অবিবেচনাৰ খুন্দাৰে। চাইকেলৰ আগচকাৰ এটা অৰ্থহীন মুৰ্খ খুন্দাৰে ... ....।

মোৰ হাড় ভগা নাই , কিন্তু মুহূৰ্ত্ততে বিচূৰ্ণ হ'ল আদৰৰ আবেষ্টনী।

নাটকীয় সময়ত মোৰ ওপৰত লোৱা ব্যৱস্থাৰ বাবে তেতিয়া মোৰ একো প্ৰতিক্ৰিয়া হোৱা নাছিল; মই বাঞ্চা কৰিছিলো এই মুহূৰ্ত্ততে মোৰ ফাঁচি হৈ যাওঁক – কিন্তু এটা সৰ্ত্তত-মোৰ কলিজা, মোৰ মাসোণৰ যেন একো অনিষ্ট নহয়।

মোৰ ভঙা মাতটো সজৰ কান্দোনৰ দৰেই ওলাইছিল — "I am very sorry" তুমি

মোক শাস্তি দিয়া, চোৱা, মোক তুমি যি ইচ্ছা শাস্তি দিয়া – .... .... .... ”

“বেলি। তুমি কাহানিও বিচাৰ কৰি চোৱা নাই এই ক্ষেত্ৰত মই কিমান বেছি সক্ৰিয়, কিমান বেছি নিৰ্লজ্জ। তোমাৰ নিমাখিত ভনীজনীক ময়েই এই অৱস্থালৈ টানি আনিছোঁ। তুমি মুখামুখিকৈ কাহানিও দোষাৰোপ কৰা নাই মোক . মোক তুমি ক্ষমা কৰিবানে এনে কামৰ বাবে কৰিছা? তেন্তে শুনা তৰাই যাতে একো শাস্তি নেপায়।

ঃ “খুচী কথা। জ্ঞান মাৰি দিম।”

ঃ “তেনেহলে মই কেনেকৈ জানিম তুমি মোক ক্ষমা কৰিছা

পেন্টৰ ধুলি-খিনি ইচ্ছা কৰি গুচাই পেলোৱা নাছিলোঁ। ইচ্ছাকৃত ভাবে নিজে চপাই লোৱা কলংক সেই সোপা। মোৰ উপহাৰ। লাজ পাব পৰাকৈ মনৰ থিৰতা নাছিল মোৰ। মই একো নভবাকৈ (মোৰ “ প্ৰেষ্টিজ”ৰ কথাহে) গুচি আহিবলৈকে ভাল পাইছিলো। মোক হেনো বৰ বিষন্ন দেখাইছিল।

এই দুৰ্ঘটনাটো হৈ যোৱাৰ পিচত আমাৰ মাজত এধানিও আঁৰ নাছিল। আমি দূৰে দূৰে থাকিও এক আছিলোঁ। এই সংঘাতে যেন আমাক অধিক ওচৰ চপাই আনিলে। আৰু কোনো সংকোচ আমাৰ মনত এতিয়া নাই। এই সময়তে তেওঁ মোলৈ লিখা কবিতাঃ

মোৰ মাসোণলৈ মই কি শব্দ লিখোঁ?
চেনেহৰ প্ৰকাশ মই ক'ত বিচাৰি মৰো?
আছোনে, আছোনে জীয়াই মই আবেগৰ ব্যাকুল যন্ত্ৰণাত
মোৰ সোণজনীৰ সমাহিত স্মৃতিৰে ধৃষ্ট অহমিকাত?
আঁজলীৰ অবৰুদ্ধ যান্ত্ৰণাৰ
আঁজলীৰ চকুগলা হাঁহাকাৰ
সকলো ধাৰণ কৰি ৰওঁ সিক্ত অন্তৰেৰে
অসহায একাগ্ৰতাৰে,
মুঠি মাৰি ধৰোঁ— সময়। কঁইটে বিন্ধে
মুঠি মাৰি ধৰো জোনাক। সৰকি পৰে
জৰ্জৰিত আমঠুত দুটোপাল অভিজ্ঞ নিভাঁজ চেনেহ।
আমাৰ গোলাৰ্দ্ধ নিয়মেৰে শৃংখলিত।
আমি অনিয়ম
উশৃংখল আমি— সমান্তৰাল আকৃতিৰ শৃংখলাৰে
শৃংখলিত নিয়মেৰে আমাৰ গোলাৰ্দ্ধত।
মাসোণৰ আঁচলত লাগি ৰোৱা
সকলো প্ৰতিদান আজুৰি আনি
বুকুত লাগি ৰোৱা সকলো

স্মৃতিৰ সুবাস ওভতাই দিওঁ
কিন্তু আমিযে অতীত হ'ব নেজানোঃ
আহ্ কলিজাত আমাৰ 'মিঠা বেদনা' (?)
সেয়েহে, প্ৰতিনিশা আমন্ত্ৰণ জনাওঁ মোৰ মৰমীক
ব্যাকুল হৈ প্ৰতিনিশা কৰাঘাত কৰোঁ "অগ্নিগড়"ত
ওঁঠত চুমা আঁকি কওঁ ——— সময় ইমান ৰাগীযাল
—— সজোৰে সাবটি লওঁ —— ইমমান ৰাগী।
আমি নক্ষত্ৰ , বিবস্ত্ৰ আমাৰ সত্বাহে নিগৰি আহে
পাৰস্পৰিক . . .  . . .  . . .  . . . ।"

—: O :—

সমস্যাই মোক কোনোকালেই এৰা দিয়া নাছিল।সমস্যাই ন ন পোচাক পিন্ধি ব্যতিব্যস্ত কৰিবলৈ চেষ্টা অব্যাহত ৰাখিছিল।

জোন ককায়ে আৰু নিশিককায়ে দৈনিক এখন বাক-যুদ্ধ, খণ্ড যুদ্ধত অৱতীৰ্ণ হয়েই। নিশি ককাইদেৱে যতনেৰে পতা ঘৰখন, জোনককাইদেৱে ভাঙিবলৈ ধৰিলে কাজিয়া হ'বই। নিশি ককাইদেৱে সদায় তাক মাৰ-পিট কৰি শুৱাই থয়। সি বকি বকি শুই থাকে।

ঃ"তোৰ সেইচব পাগলামি নচলিব জোন, এতিয়া মই ঘৰত আছোঁ। মই তোৰ ককায়েৰা। মাইঁতক তই বহুত কষ্ট দিলি। আৰু নহ'ব।"

এদিন কাজিয়াই বৃহৎ আকাৰ ধাৰণ কৰিলে।

জোন ককাইদেৱে ঘৰৰ বেৰ ছাল মৰিয়াবলৈ ধৰা দেখি নিশি ককাইদেৱে তাক পঘা এডালেৰে বান্ধি থোৱাৰ চেষ্টা কৰে। জোনে অৰ্তকিতে তাৰ হাতৰ পৰা এবাই গৈ এখন কুঠাৰ আনি বস্তু বাহানি ঘপিয়াবলৈ ধৰিলে। নিশিয়ে কঢ়া আজোৰা লগায়। লগতে মা আৰু ময়ো টনা আজোৰা কৰোঁ। হঠাতে কুঠাৰৰ গাদি মূৰত লাগি মা অৰ্দ্ধচেতন হৈ মাটিত পৰি যায়।

মাৰ মূৰ ফাটি তেজ ওলাবলৈ ধৰে।

বেলি ককায়ে ৰিক্সা এখন বিচাৰি আনি মাক গোলাঘাট হচপিতাললৈ লৈ গ'ল।

তেতিয়া সন্ধ্যা লাগিছিল।

জোন ককাই আৰু নিশি ককাইৰ মাজত যুদ্ধ চলি থাকিল। নিশি ককায়ে প্ৰাণ দি জিপাল কৰা মৰমৰ ঘৰখন ধ্বংস কৰা কোনোপধ্যেই সহ্য কৰিব পৰা নাছিল। কেনেবাকৈ হঠাৎ কুঠাৰখন নিশি ককাইৰ হাতত পৰিল। কুঠাৰ হাতত লৈ নিশি এইবাৰ গৰম।

ঃ " যা, ওলা মোৰ ঘৰৰ পৰা। চালা পাতকী, অত্যাচাৰী।

ঃ "তোৰ ঘৰ ? তোৰ বাপেৰৰ মুৰ। চোৰৰৰ বাচ্চা।" অ'ত বছৰে ঘৰত নাই তই।। ঘৰৰ খবৰ লৈছিলি ? কি খাইছো, নেখাইছো, খবৰ লৈছিলা এতিয়া আহি মোৰ ঘৰ বুলি ক'লেই হ'ল।।"

ঃ "মুঠতে তই ওলাই যা, ভালে ভালে। বিথনহে ঘৰ কৰি থৈছিলি। মই আহিঁ বাতি বুতি ল'লোহি। তাকো তই ভাঙিবলৈ আহিছ? যা ওলা।"

ঃ "নেযাওঁ কি কৰিবি ? পাপিষ্ঠ। কি ডাল কৰিবি নগলে ?

ঃ " কুঠাৰেৰে ঘপিয়াই নেলু চিণ্ডি দিম, বাপেৰক চিনা নাই।"

ঃ "চিণ্ড চোন। চিণ্ড। নিচিণ্ড কিয় ? তোৰ বাপেৰৰ সাধ্য আছে।... চিণ্ড নাইপিয়া — চিণ্ড।"

নিশি ককায়ে হিতাহিত জ্ঞান হেৰুৱাই পেলালে। উত্তেজিত হৈ সি জোন কাকাইক কুঠাৰেৰে ঘপিয়াবলৈ ধৰিলে। ... ... ...ৰবদাস খুড়াৰ সৰু পুত্ৰেক দুদুদাদাক হাতে ভৰিয়ে

ধৰি মাত্তি আনিলো। দুদুদাদাই নিশি ককাইৰ হাতৰ পৰা কুঠাৰখন কাঢ়ি পিতনিত পোলাই দিলে।

জোন ককাই নমৰিল। তাকো হচপিতালত ভৰ্ত্তি কৰা হ'ল। তাৰ সৰ্ব্ব শৰীৰত বেণ্ডেজ !!

... ...

ঘৰত তলা মাৰি আমি হচ্‌পিতালৰ বাৰাণ্ডাত ঠাই ললো।

ওৰে নিশা মাৰ জ্ঞান নাহিল। পুৰা জ্ঞান অহাৰ লগে লগে জোনৰ খবৰ সুধিলেঃ সি ক'ত ? সকলোৱে ফাঁকি দিলে।

ঃ "সি ভালে আছে। চিন্তা নকৰিব!" ৰাতিৰ ঘটনাৰ কথা মাযে নেজানিলে।

দুদিন হচ্‌পিতালত থাকি মা ঘৰলৈ আহিল। জোন ককাইদেউ কিন্তু পুৰা এমাহ হচ্‌পিতালৰ বিচনাত পৰি থাকিল। তাৰ শৰীৰৰ ঠায়ে ঠাযে বেণ্ডেজ। তাক দেখিলে হিয়া দহি নিযে। মায়ে কেৱল কান্দে। মূৰতহে কেৱল তাৰ বেণ্ডেজ নাই। সোঁ ভৰিখন ভাঙিছে। প্লাষ্টাৰ কৰি দিছে।

মা আৰু মই নিতৌ পুৱা-গধুলি তাৰ কাষলৈ যাওঁ। তাৰ আলপৈচান ধৰো। ঔষধ - পথ্য খুৱাওঁ। ... ... ...

এই এমাহ পাঠ্য-পুথিৰ লগত সম্বন্ধ নাই। কিতাপ মেলি ললেই বিভিন্ন দুঃ চিন্তাই আবৰি ধৰে।

নিশি ককাই আৰু বেলিককাইও হচ্‌পিতাললৈ যায়। তাৰ যতন লয়। খঙৰ ভমকত কৰা কামৰ বাবে নিশি এতিয়া অতিশয় অনুতপ্ত। মন মাৰি থাকে। ভাত খাবলৈ লৈ কাঁহীত পানী ঢালি উঠি যায়।

হচ্‌পিতালৰ বিচনাত বহি নিশি ককাই আৰু জোন ককায়ে কথা পাতে। জোন ককাইৰ কথাবোৰ এতিয়া শান্ত। জোন ককাইৰ মৰম লগা মুখখন পৃথিবীৰ সকলো নিৰ্দ্দোষিতাৰে ভৰপুৰ। শিশুৰ দৰে সৰল তাৰ দৃষ্টি। সিয়েই যে সেই দুৰ্ঘটনাৰ নিশাৰ নায়ক ভাবিলে বিস্মিত হওঁ।

এমাহ হচ্‌পিতালৰ বিচনাত পৰি থাকি সি ঘৰলৈ আহিল। নিশি ককাইদেৱে জুহালৰ কাষত বহি তাক বহুত বুজনি দিলে।

ঃ"চা জোন! তই আৰু মই দুয়োটাই চাকৰি কৰোঁ। আমি দুয়ো ঘৰখন ধৰিলে কিমান ভাল হ'ব। তই মোক এটা টকাও দিব নালাগে। বেঙ্কত জমা কৰ। ময়ে ঘৰৰ বাবে খৰছ কৰিম। তই খালি মদ নেখাবি।"

"মদে মানুহক কেনেদৰে ধ্বংস কৰে, তোক মই বুজাব নেলাগে। তই বুজন লৰা। তই মোৰ ভাই। তোক মাৰি-পিটি মোৰ জানো ভাল লাগে!! ... . . আমি দুয়োটাই মিলি-জুলি ঘৰখনৰ গুৰি ধৰিব লাগে– ভাই ভনী আৰু মাক মৰমেৰে আবৰি ৰাখিব লাগে . " শেষৰ ফালে নিশি ককাইৰ মাতটো কান্দোনত খোকা খুকি হৈ পৰিছিল।

জোন ককায়ে সকলো কথা তলকা মাৰি শুনি আছিল। বহলকৈ চকু দুপাহ মেলি নিশি ককাইৰ মুখলৈ একেথৰে চাই আছিল। মায়ে গুণ গুণাই নামঘোষা গাই গাই ভাত সিজাই আছিল। বেলি ককায়ে বহা-কৰি এটা মিহিকৈ কুটি আছিল। পৰিবেশটো ইমান মোহনীয় হৈ পৰিছিল। এনেকুৱা শান্ত পৰিবেশ বৰ ভাল লাগে মোৰ।

জোন ককায়ে এনওাহমান নিতাল মাৰি ঘৰতে সোমাই আছিল। এনওাহৰ মূৰত জোন

ককাই ঘৰৰ পৰা বাজলৈ ওলাল। মায়ে বধ শপত দিলেঃ

ঃ "জোন, অ' মোৰ সোণাই। ভালে- ভূলে ঘৰলৈ ঘূৰি আহিবি। মোৰ মূৰকে খা।"

সি ভৰিখন লেকেচিয়াই লেকেচিয়াই বিয়লি ওলাই গ'ল। সন্ধিয়া চুলাই মদ এসোপা খাই আহি তৰ্জন গৰ্জন আৰম্ভ কৰিলেঃ " ছালা কুকুৰ, চুৰাচেলেকা, মোৰ ককাই ওলাইছ। দাদাগিৰি কৰিবলৈ আহিছ। তই মোৰ ককাই নহয় বুইছ।              সি মোক উপদেশ দিবলৈ আহে             কুঠাৰেৰে ঘপিয়াই ঘপিয়াই দেহা ঘুনীয়া কৰিলি             এইবাৰ তোকচাই লম মই"

নিশি ককায়ে নিতাল মাৰিলে। কাৰণ মাত মাতিলেই কাজিয়া হ'ব। সি আকৌ বেৰ-চাল মহতিয়াবলৈ ধৰিলে

ঃ " আহ, ওলাই আহ, কুকুৰ। ক'ত আছ তই। নাহ কিয়। তোক মই চাই লম।"

নিশি ককাইদেউ বৰ হতাশ হৈ পৰিল।

—: O :—

মাৰ শৰীৰ কিছু টনকিয়াল হোৱাত আমি এদিন ধনশিৰি পাৰৰ বন বিভাগৰ অফিচলৈ যাওনা হ'লো। জোন ককাইৰ অফিচৰ বেঞ্জাৰক লগ ধৰিলোগৈ। তেখেতক কাৰৌ কোকালি কৰিলো। জোন ককাইকো লগতে ৰাখিবলৈ খাতনি ধৰিলো। সি বেঞ্জাৰৰ কথা মানে। মায়ে কলে ঃ "ককাই ভাইৰ কাজিয়া দিনে দিনে গুৰুতৰ হৈ আহিছে। সিদিনা এটাৰ প্ৰাণ যাবই ধৰিছিল। আপুনি তাক আশ্ৰয় দি আমাক উদ্ধাৰ কৰক। আপোনাক সি ভয় কৰে, ভক্তি কৰে। তাৰ চাকৰিও ৰক, লগতে আমিও ৰক্ষা পৰোঁ।"

ঃ "বাৰু মই ভাবি-চিন্তি চাওঁ। আপোনালোক নিশ্চিন্তমনে যাওঁকগৈ।" বেঞ্জাৰ জনে মাৰ কথা ৰাখিলে। তেওঁৰ চাং বঙলাৰ কাষতেই জোন ককাইক এটা সৰু কোৱাৰ্টাৰ দিলে। বেঞ্জাৰ জনে এদিন জোনক লগত লৈ তাৰ দৰমহাৰ টকাৰে যাবতীয় বস্তুবোৰ কিনি দিলে। ভাত, কেৰাহী, চৰু, কাঁহী বাতি, হেতা আৰু অন্যান্য দৰকাৰী বস্তু। তেওঁ জোনক ক'লে

ঃ চাবি বিস্তু জোন ভুৰি মুৰি নকৰিবি। তোৰ ঘৰত তোৰ বাবে ঠাই নাই। মই তোক আশ্ৰয় দিছোঁ। যি খাৱ খাই থাক। নিজৰ মান সম্মান বছাই চলিবি। মই যাতে তোৰ বিষয়ে একো কথা শুনিবলৈ নেপাওঁ

ঃ ভাল চাৰ।

ঃ ভাল চাৰ নহয় ! সেইজনী মাৰক তই কষ্ট দিয়। মই শুনি বেয়া পাইছো। বেমাৰী দেহাৰে বাট কুৰি বাই তেওঁ আজি কিয় মোৰ ওচৰলৈ আহিব লগা হ'ল, ভাবি চাইছনে?

ঃ হয় চাৰ।

সেই দিন ধৰি জোন ককাই কোৱাৰ্টাৰতে থকা হ'ল। বেঞ্জাৰে এজন পিয়ন লৰাও তাক দিলে। বজাৰ- সমাৰ কৰা, ভাত পানী ৰান্ধি দিয়া, বেঞ্জাৰৰ অসীম কৰুণা দেখি আমি অভিভূত হ'লো। তাক মৰম কৰে নিজপুত্ৰৰ দৰেই। তাৰ খবৰ বাতৰি লয়। . . .

জোন ককাইয়ে নিয়মিত অফিচ কৰে। ফাঁকি দিব নোৱাৰা হ'ল। নিশা মদ-পানী খালেও কোৱাৰ্টাৰতে শুই থাকে। আলেঙে আলেঙে আমি খবৰ বোৰ লওঁ।

বেঞ্জাৰ জনৰ নাম প্ৰতাপ বৰফুকন। ঘৰ শিৱসাগৰত। তেওঁ সময়ে সময়ে শিৱসাগৰলৈ যায়। তেওঁৰ পৰিয়াল শিৱসাগৰত আছে। দুজনী গাভৰু জীয়েক। এজন পুতেক। সিহঁতে শিৱসাগৰতে পঢ়া-শুনা কৰে।

বেঞ্জাৰ শিৱসাগৰলৈ গ'লে জোনক পাই কোনে। মদ-পানী খাই নগৰত হুলস্থুল কৰি ফুৰে। কেতিয়াবা ঘৰলৈকো বিয়া লৈ আহে দম দিয়ে। শেষত ভিজা মেকুৰীটো যেন হৈ কোৱাৰ্টাৰত শুই থাকেগৈ। কেতিয়াবা বেঞ্জাৰজন নেথাকিলে ওচৰৰ কোৱাৰ্টাৰ সমূহতো হুলস্থুল কৰে। তেওঁলোকে মৰমতে বেঞ্জাৰক নকয়।

—:০:—

নিশি ককাইদেৱে ফুলনিখনৰ যতন লোৱাত সকলো ফুল ফুলিবলৈ ধৰিছিল। গোলাপ, অশোক, স্থলপদ্ম, ইন্দ্ৰজিৎ মালতী আদি ফু ল। ফুলৰ সুগন্ধই আমাৰ পদুলি আমোল মোলাই আছিল।

শৰত কাল। আকাশ নিৰ্মল। বগৰী জোপাৰ কাষতে থকা শেৱালী ফুল জোপাওঁ ফুলিছে। পুৱা তল- ভৰি সৰি থাকে। এতিয়া কোমল বৰদেউতাৰ পদুলিৰ পৰা শেৱালী ফুল আনিবলৈ নগলেও হয়। শেৱালীৰ সুগন্ধই পুৱাটো সুন্দৰ আৰু নিৰ্মল কৰি তোলে। বগৰী জোপাও ফুলিছে।

নিশি ককায়ে বাৰীত লাই, লফা, সৰিয়হৰ গুটি সিচিছে। নিশি ককায়ে বাৰীত কাম কৰিলে তাৰ পিছে পিছে ময়ো লাগি ফুৰোঁ। ইটো সিটো কথা সুধি তাক আমনি ক'ৰো।

তেনে এটা শাৰদীয় সুনিৰ্মল দিনতে জোন ককাইদেউৰ বন্ধুবৰ্গই আমাক প্ৰস্তাৱ দিলেহি "জোনক বিয়া পাতি দিব লাগে। বিযা কৰালে সি বৰ ভাল মানুহ হ'ব। এনে দুৰ্দ্দান্ত মানুহ অনেক ভাল হোৱা আমি দেখিছোঁ।"

মায়ে দুখ মনেৰে ক'লে ঃ "বোপাই হঁত। মোৰ লৰা বেয়া। পৰৰ ছোৱালী এজনী টেটুত আঁৰি দি তাইৰ জীৱনটো ধ্বংস কৰিবলৈ স'ত নেযায়। তদুপৰি তাৰ নিচিনা ঘোৰ মদাহীলৈ কোনেনো ছোৱালী দিব"?

বিশ্ব দাই ক'লে ঃ "নহয় মা ! ছোৱালী আছে। বিচাৰিব নেলাগে। আমি সকলো খবৰ লৈহে আপোনাৰ কাষ চাপিছোঁ। জোনে সিহঁতৰ ঘৰলৈ আহ যাহ কৰে। ছোৱালী জনীৰ লগত জোনৰ ভাবৰ আদান প্ৰদান হৈছে! বেঞ্জাৰ নেথাকিলে, কেতিয়াবা গৈ তাত নিশা থাকেওঁ। ছোৱালীৰ পুৰা মন আছে ... দেখাতো ভাল গুৰি গোষ্ঠীও ভাল। ... ... আমি ছোৱালীৰ ঘৰলৈ গৈ সকলো খবৰ লৈছোঁ। সকলো কথা ভাবি-চিন্তি চাইছো ... ... ... আপোনাৰ যদি বিশ্বাস নহয়, এদিন চাই আহকগৈ মা।"

ঃ "ক'তনো পাইছা ছোৱালী ?" মাৰ মুখখন উজ্বলি উঠিল। যেনেদৰে নৈৰ পানী জোনৰ জোনাকত চিক্ মিক্ কৰে।

ঃ"ধনশিৰিৰ পাৰৰ। নাম অৰুণা বৰুৱা। মেট্ৰিক পাছ নহয়। পিছে ঘৰ - ধৰি খাব পৰা বিধৰ। তদুপৰি লৰা ছোৱালীৰ মন মিলিছে ... সেয়েহে আমি আগবাঢ়িব খুজিছোঁ।"

পিচদিনাই মায়ে জোন ককাইৰ সতে কথা পাতিলে। তেতিয়া জোনে মদ খাই থকা নাছিল। সি লাজ, লাজকৈ সম্মতি দিলে। তাৰ অনুমতি সাপেক্ষে মাৰে ময়ে ছোৱালী চালোগৈ।

ছোৱালী বগলী। সৰু ফুটীয়া। নোদোকা, মৰম লগা। গাল দুখনি ৰঙা হৈ থাকে। দেখিলে যি কোনো মানুহৰে মায়া উপজিব।

মাত কথাও সুমধুৰ। কপাহী মেখেলা, আঁশী সূতাৰ চাদৰে তাইৰ যৌৱনমতী শৰীৰটো তুলি ধৰিছে। সৰিয়হ ফুলৰ দৰে গাৰ বৰণ।

মানুহ ঘৰ বৰ মৰমীয়াল। সাদৰী মাক, ককায়েকহঁতে আমাক বৰ আদৰ সাদৰ কৰিলে।

দেৱতা দেখা হেন দেখিলে। মায়ে গাভৰু জনীক বহুত প্ৰশ্ন কৰিলে ঃ "মাজনী, তুমিনো মোৰ ল'ৰাটো কিয় পচন্দ কৰিলা? সি দেখোন এটা দুৰ্দ্দান্ত মদাহী। তুমি জানো নেজানা?"

ঃ "জানো মা সকলো জানো। কিন্তু তেওঁ বৰ গুণী মানুহ, সঙ্গত পৰিহে এনে হৈছে হ'বলা।" ... .... .... .... ....

ঃ "তুমি জানো তাক ভাল পথলৈ আনিব পাৰিবা?"

ঃ"হয় মা। তেওঁআৰু মদ নেখাও বুলি কৈছে। মই যেনেতেনে তেওঁক ভালপথলৈ আনিবলৈ চেষ্টা কৰিম!"

ঃ "তোমাৰ কথা শুনি সন্তোষ পালো, মাজনী, তোমালোকৰ সুখ হ'লেই ময়ো শান্তি পাম"

ছোৱালী জনীক মায়ে আৰু বহুতো কথাই সুধিলে। মাক পৰিস্থিতিয়ে বাধ্য কৰিছিল, তেনে কথা সুধিবলৈ। বিদ্যালয়ৰ শিক্ষা নথকা মাৰ সাংসাৰিক জ্ঞান, ভাল - বেয়া চিন্তা কৰাৰ অপূৰ্ব উপলব্ধি দেখি বিস্মিত হওঁ। শ্ৰদ্ধাত গদ্ গদ্ হৈ পৰোঁ।

লখিমী ছোৱালীজনীৰ ধীৰ আৰু মধুৰ ব্যৱহাৰ, স্পষ্ট অথচ দৃঢ়কথাই আমাক মুগ্ধ কৰিলে। ঃ "কিন্তু মাজনী! আমাৰ অৱস্থা জানাই। বাপেকী নোহোৱা লৰা ছোৱালী কেইটা কোনো ৰকম মানুহ কৰিবলৈ যতন কৰিছোঁ! কণা গোসাঁযে তাকো নসহে সোণ। জোনে চাকৰিহে কৰিছে সাঁচতীয়া ধন এটিও নাই তাৰ । আমি তোমাক বিশেষ একোকেই দিব নোৱাৰিম।"

ঃ "একো দিব নালাগে মা। তেখেত ভালে থাকিলেই মোৰ ঢেৰ হ'ব— আৰ্শীব্বাদ কৰক মা"

ছোৱালীজনীয়ে মাক ভৰিত ধৰি সেৱা কৰিলে। মায়ে প্ৰাণ-ভৰি আৰ্শীব্বাদ দিলে। মাৰ প্ৰিয় নাম ঘোষাৰ একুট মাতি হ্বলগীয়া বোৱাৰীক অন্তৰত স্থান দিলে।

বাহিৰে ভিতৰে তুমি হৰি গুৰু
আছাহা চৈত্যন্য ৰূপে।
দিয়োক সুমতি তুমি বিনে গতি
নাহিকে কৈলো স্বৰূপে।।"

চকুৰে পঢ়িব নজনা মাই মনেৰে সমগ্ৰ নামঘোষাৰ পদ পঢ়িব পাৰে।

... ... ... ... ... ... ... ...

ইয়াৰ পিচত বিয়াৰ আয়োজন। হাতত আমাৰ টকা-সিকা মুঠেই নাছিল। কুমুদ ককায়ে পাট কাপোৰ তিনি সাঁজ, কিনা-গহনা, তেল-সেন্দুৰকণ যতনাই দিলে। নিশি ককায়েও বিয়াৰ বিভিন্ন খৰচ বহন কৰিলে। বেজ্ঞাৰ প্ৰতাপ বৰফুকনেও ভালেমান সহায় কৰিলে।

বেজ্ঞাৰ প্ৰতাপ ফুকনৰ দিহা-মতেই বিয়া বন বিভাগৰ কোৱাৰ্টাৰৰ পৰাই পতা ঠিক হ'ল। নিজ পিতৃৰ দৰেই প্ৰতাপ ফুকনে বিয়াৰ দায়িত্ব গ্ৰহণ কৰিলে। সকলো কাম-কাজৰ গুৰি ধৰিলে। বিয়াৰ প্ৰতিটো অনুষ্ঠানত উপস্থিত থাকি আমাক সাহস যোগালে।

মায়ে টেকেলী ধৰিলে। ভাতৰ নৰৌয়ে জোৰোণ পিন্ধালে। অনাড়ম্বৰ অথচ শান্ত

পৰিৱেশত বিয়াখন সম্পন্ন হ'ল। দুৰ্দ্দান্ত জোন ককাইদেউ একেবাৰে শান্ত হৈ কন্যাৰ সাজেৰে কইনা ঘৰলৈ গ'ল। তাৰ মূৰৰ তুলসী মালাৰ সুঘ্ৰান আৰু শৰীৰৰ মাহ-হালধীৰ গোন্ধ লৈ পবিত্ৰ ভাৱত আচ্ছন্ন হ'লো।

হোমৰ জুইৰ কাষত বগুচুৰা মুখেৰে সি সংস্কৃত শ্লোক উচ্চাৰণ কৰিছে। তাৰ উচ্চাৰণ স্পষ্ট আৰু শুদ্ধ। শুনিবলৈ ভাল। তাৰ দুচকু পানীৰে পুৰ হৈছিল। সি ছাগে আবেগিক হৈ পৰিছিল।

পুৰা এহাত দীঘল ওৰণিৰে সেই লখিমী বোৱাৰীজনী বনবিভাগৰ কোৱাৰ্টাৰৰ পদুলিৰ শেৱালী ফুলবোৰ গছকি জোন-ককাইৰ সতে সোমাই আহিল- যুৰীয়া জীৱনৰ পাতনি মেলিবলৈ। সকলো সুখ-দুখৰ সঙ্গী হ'বলৈ। মাযে এজোলোকা আৰ্শীব্বাদ দিলে দুযোকো।

ঃ"মূৰৰ চুলিৰ সমান আয়ুস হওঁক, মাজনী, তুমি সৌভাগৱতী হোৱা আৰু মোৰ সোণাইক সকলো ক্ষেত্ৰতে আবৰি ৰাখিবলৈ পৰমেশ্বৰে তোমাক শকতি দিয়ক।"

কইনা দেখি সকলো মুগ্ধ হ'ল।

এক অনিশ্চিত ভৱিষ্যতৰ বুকুলৈ সোমাই অহা গাভৰু জনীক চেনেহৰ উম দি আপোন কৰি ল'বলৈ আমি প্ৰতিশ্ৰুতিবদ্ধ হ'লো।

—: O :—

জোন ককাইৰ বিয়াৰ ঠিক পিচতেই, আমাৰ ঘৰলৈ আৰু এজনী বোৱাৰী আহিল। সেয়া নিশি ককাইদেউৰ বৌ।

একো আড়ম্বৰ নোহোৱাকৈ, একো অনুষ্ঠান নোহোৱাকৈ শিবসাগৰৰ জাঁজী বামুণ পুখুৰীৰ পৰা নিশি ককায়ে এজনী ছোৱালী আনি ঘৰ সুমুৱালেহি। আগৰে পৰাযে বোলে দুযোৰে মাজত মিলা-মিছা আছিল। বিয়া কৰাই আনিবলৈ ধন-বিত্ত নাছিল। তদুপৰি মাৰ স্বাস্থ্যও পৰি আহিছিল। ঘৰখনত এজনী বোৱাৰীৰ আৱশ্যক হৈছিল। মাৰ অনুমতি লৈ নিশি ককাযে ছোৱালী এজনী আনি ঘৰ সুমুৱালেহি।

নবৌক অনাত মইয়ো ভাল পালো। মোৰে লগ এটা হ'ল। কলেজৰ পৰা ঘৰলৈ আহি ভাল-লগা হ'ল। নিমাও-মাও ঘৰখনত নবৌৰ আগমনে পূৰ্ণতা আনিলে। নবৌৰ লগত ইঘৰ-সিঘৰলৈ যাওঁ। নবৌৰ লগত ৰং ধেমালী কৰো।

নবৌ শকত- আবত। মা আৰু মই ক্ষীণ। জুইশালত আমি তিনিওজনী বহি সুখৰ দুখৰ কথা পাতো। মা আৰু মই নবৌৰ নেদোকা, পুৰঠ হাত দুখন লিৰিকি বিদাৰি চাওঁ। নবৌৱে মিচিক মাচাক হাঁহে। আমাৰ ভাল লাগে।

নবৌৱে আমাক নিতৌ ওকণি চাই দিযে। বেলি ককাযে কযঃ "নিশি ককাযে হ'বলা ওকনি চোৱা মেচিনহে আনিলে"

... .. ... ... ... .. ... ..

দিনবোৰ পাৰ হৈ গৈছিল। নবৌৰ কোলালৈ সোণমণি আহিছিল। সোনমণি আমাৰ বৰ মৰমৰ। সি কান্দিলে আমি উবুৰি খাই পৰো। নিশা মাযে উঠি বাতিত গাখীৰ লৈ খুৱায। মাকৰ গাখীৰ কম, সেযে সি নিশা কান্দি থাকে। বাতিত ভীমকল ফেটি লৈ মাযে তাক খুৱায। সি হাঁহে-কলকলায়। উবুৰি হয। তাৰ প্ৰতিটো বাঢ়ন প্ৰক্ৰিয়া আমি উপভোগ কৰোঁ।

গেলাবিলৰ সিপাৰে দূৰৰ গাঁৱত নিশি ককাইৰ বৌৱেও এটা চাকৰিত সোমায। পুৱা চাৰে-সাত বজাতেই ওলাই যায়— সন্ধিয়া সোমাইহি। আমি সোনমণিক চাওঁ—।

জোন-ককাইদেউৰ নবৌও মাজে মাজে আহি গৈ থাকে। নবৌৰ মুখৰ কথাবোৰ শুনি আমি বেজাৰ পাওঁ। জোন ককায়ে এতিয়াও হেনো অসতীখন কৰে। মদ খায়, নবৌক দম দিয়ে, হুলস্থুল কৰে। কেতিয়াবা নবৌক মাৰেও।

অৰূপা নবৌৰ গৰ্ভত সন্তান। এই সময়ত নবৌক জিৰণি আৰু শান্তি দুয়োটাৰে দৰকাৰ। পুষ্টিকৰ খাদ্যৰ দৰকাৰ। মানসিক শান্তিৰ অভাৱত, খোৱা-লোৱাৰ অশান্তিত মানুহজনী দিনক দিনে মৰহি গৈছে। পেটটো তল তলাই ওলাই পৰিছে, হাত-ভৰিবোৰ শুকাই গৈছে, চকুৰ গুৰি ক'লা পৰিল। সৰিয়হ ফুল যেন গাৰ ৰং মদৰুৱা হৈ পৰিছে। এই এবছৰতে মানুহজনী কেনেবা হেন হৈ পৰিছে। ৰূপহী বাংগালী স্বভাৱৰ অৰূপা বৌ জনী হেৰাই গৈছে।

গৰ্ভত হেনো সন্তানটোৱে লৰ্-ফৰ্ কৰে , শৰীৰৰ ভিতৰখন খুন্দি-ভাজি থাকে। সঘনাই ভোক লাগে। খোজ দিলে মূৰ ঘূৰায়, ধুঁৱলি- কুঁৱলী দেখে। সেই মৰা দেহাৰেই অৰূপা বৌৱে

জোন-ককাইক সেৱা শুশ্ৰুষা ক'ৰে। নিজৰ শৰীৰৰ কথাওঁ আওকাণ কৰি কাম কাজ কৰে।

মাকৰ ঘৰলৈ গলেও জোন ককাযে হেনো লৈ আহেগৈ। থাকিবলৈ নিদিয়ে। মাকে কান্দে।

মই প্ৰায়ে গৈ অৰূপা বৌক ঘৰলৈ লৈ আহোঁগৈ। মায়ে মৰম কৰি খুৱাই বুৱাই ৰাখে। তেওঁ যেতিয়া মাৰ বুকুত নিচিন্ত মনে শুই থাকে অপৰিসীম তৃপ্তি পাও মই। দেহি ঐ, কিমান দিন যে শান্তিৰে শুবলৈ পোৱা নাই।।

দুপৰীয়াও তেওঁ দুৰ্ঘোৰ টোপনি যায়। কাপোৰ-কাণি অসংযত হৈ থাকে। কলাফুললৈকে কাপোৰ দাং খাই থাকে। বুকুৰ আচল খহি থাকে। খোপাৰ চুলি আউল জাউল। মায়ে দুবাৰখন জপাই থয়ঃ "থক, তাইক কোনেও নজগাবি, গাত লেঠা থকা মানুহ, দুখে- ভাগৰে লাল-কাল দিছে।"

অৰূপা বৌৰ কাৰণে বিভিন্ন শাক-পাতৰ আঞ্জা মায়ে জুতি লগাই ৰান্ধে। নৰসিংহ পাতৰ জোল, তাত সৰু মাছ দিয়া, কচুৰ থোৰ আৰু খুদীয়া বিলাহী পাতত দিয়া, পাৰ মাংস আৰু কলজিল ভজা, সৰু মাছ পাতত দিয়া, গৰৈ মাছ আৰু বেঙেনা পুৰি পিতিকা সনা, মাটি কাদুৰী, দ্ৰোণ বন, খুতৰীযা, বনজালুক, মালভোগ খুতৰাৰ ভাজি , আৰু যে ক'ত কি মায়ে ৰান্ধে । মা ৰন্ধন কাৰ্যত নিপুণ। বন শাকৰ আঞ্জাখনো অমৃতৰ দৰে সোৱাদ হয়। মাৰ বোৱাৰীৰ প্ৰতি মৰম দেখি মই পমি যাওঁ, জহি যাওঁ, মোৰ অবয়বটো যেন ক্ৰমাৎ গলি-পমি নোহেৱা হৈ গ'ল। মানুহৰ অন্তৰত ইমান মৰম থাকে। মায়ে সকলোকে মৰমেই দিয়ে।

বোৱাৰীহঁতে খাই ভাল পাব বুলি মায়ে নভোৰাম বৰদেউতাৰ ঘৰৰ পৰা ৰবাব-টেঙা আনিব। কলপাত কাটিব, ফুটিয়াই নিমখ -জলকীয়া সানি মুখৰ আগত দিব। বাৰীৰ চুকৰ পৰা হাকুটিয়াই, হাকুটিয়াই মধুৰী পাৰি আনি দিব। পুতেকহঁত ক'ৰবাতে থাকে।

নিশি ককাইৰ বৌ পুৱা চাকৰিলৈ যাবৰ কাৰণে মায়ে সকলো সাজুকৈ ৰাখে। গোহৰ নৌ হওঁতেই শয্যা ত্যাগ কৰি মায়ে গা-পা ধুই গোসাঁই চাকি গছ লগায়, আটা মাৰে, ৰুটি সেকে, ভাত সিজায়, চাহ কৰে। বোৱাৰীয়েকে শুই উঠিয়েই মুখৰ আগত চাহ ভাত সকলো পায়। বোৱাৰী কামলৈ যাব, এই উৎসাহতে মায়ে দৌৰা দৌৰিকৈ সকলো কামেই কৰে। অকণো হেলা নকৰে। অলপো আমনি নেপায। নিজৰ অসুখ বিসুখ ৰ কথাও নেভাবে। অথচ মাৰ স্বাস্থ্য পৰি অহা বাবেই নিশি ককায়ে বৌক আনিছিল।

মায়ে মাথোন সকলোকে মৰম কৰিবহে জানে। হৃদয়ৰ চৌকাযে মৰমবোৰ প্ৰকাশৰ বাট বিচাৰি উগুল-থুগুল লগায়। শৰীৰে আঁটে মানে কাম কৰে। দুখ যাতনাৰ কথা কাকো নকয়। ক'ব নেজানে। জানে কেৱল সকলোকে মৰম কৰিব।

মাৰ কাষত বন-শাকৰ জুতি লৈ থকা অৰূপা বৌক জোন ককায়ে বল কৰি লৈ যায়। তেওঁ কান্দি-কাটি মাৰ চৰণ চুই বিদায় ল'য়। সেয়া অন্য এক হৃদয় বিদাৰক দৃশ্য। আন তিৰোতাই গিৰিয়েকৰ লগত থাকি তৃপ্তি লাভ কৰে। অৰূপা বৌৰ কাৰণে গিৰিয়েক সন্ত্ৰাস মাথোন। জোন ককায়ে বৌক বিভিন্ন প্ৰকাৰে অত্যাচাৰ কৰে। যেন অত্যাচাৰ কৰিবলৈকে সি তেওঁক গোটাই লৈছিল।

পিচলৈ অৰূপা বৌৱে জোন ককাইৰ সতে থাকিবলৈ ভয় কৰা হ'ল। পেটত সন্তান।

কিমান অত্যাচাৰ সহিব। বাঢ়ি অহা সন্তানৰ বোজাকে বৰনে দুখৰ বোজাকে বৰ। মানুহজনী দিনক দিনে হুতি গৈছে।

বজাৰত হুলস্থূল কৰি থাকোঁতে এদিন তাক থানাত ভৰাই থলে। অৰূপা বৌ বাউলি হৈ আমাৰ কাষলৈ আহিল। নিশি ককায়ে তাক জামিনত লৈ আহে।

খবৰ পাই কুমুদ ককাই আহিল। জোন ককাই আৰু বৌক কুমুদ ককায়ে যোৰহাটলৈ লৈ গ'ল। জোন ককাইক চাকৰিৰ পৰা ছুটি লোৱায়। বৌৰ সন্তান জন্ম হোৱালৈকে কুমুদ ককায়ে সিহঁতক লগত ৰাখিবলৈ গাত লয়। কিজানি সন্তানৰ মুখ দেখিলে তাৰ পৰিবৰ্ত্তন হয়েই।

হেমন্ত কালৰ হিমে ধোৱা এটি পুৱাত অৰূপা বৌৱে এটি লৰা সন্তান জন্ম দিয়ে। জন্ম হৈয়ে সন্তানটিয়ে জনদিছ বেমাৰত ভোগে। ভালেমান চিকিৎসাৰ পিচত অসুখ ভাল হয়।

দিন বাগৰি যোৱাৰ লগে লগে জনা গ'ল সন্তানটি স্বাভাবিক নহয়। সময়ত সি নেহাঁহিলে, কান্দিলেও অস্বাভাবিক ধৰণে কান্দে কাহানিও সি উবুৰি নহ'ল, নবহিলো, মুঠতে সাধাৰণ শিশুৰ যি বাঢ়ন প্ৰক্ৰিয়া সেইবোৰ তাৰ ক্ষেত্ৰত দেখা নগ'ল।

কেচুৱাটি লৰ্ চৰ্ নকৰাকৈ কেৱল বিচনাত পৰি থাকে। হাত-ভৰি মাৰি নেখেলে। মাকে অনবৰতে তাৰ লগত লাগি থাকিব লাগে।

সন্তানৰ মুখৰ হাঁহি দেখাৰ সৌভাগ্য জোন ককাইদেউহঁতৰ নহ'ল। কোনো দিনেই সি নেহাঁহিলে। আনকি ওঁ, আঁ, আদি শব্দও উচ্চাৰণ নকৰিলে। নবৌৰ মুখৰ শেষ হাঁহিকণো মাৰ গ'ল। যেনেদৰে অস্ত-আকাশত বেলিৰ শেষ আভাকণো হেৰাই যায়।

শিশুটি লগত লৈ তেওঁলোক আকৌ গোলাঘাটলৈ আহিল। জোনককায়ে চাকৰিত যোগদান কৰিলেহি। কিন্তু আগৰ দৰেই উৎপাতবোৰ চলি থাকিল।

অস্বাভাবিক শিশুটিক লৈ অৰূপা বৌ মাকৰ ঘৰলৈ গুছি গ'ল।

জোনককায়ে এই বাৰ আৰু বৌক বিচাৰি নগ'ল। ঘৰলৈকো নাহিল। কোৱাৰ্টাৰতো নেথাকে। চাকৰিলৈকো যাবলৈ এৰিলে। মদ খাই গেলা নৰ্দ্দমাৰ কাষত বমিত লেটি লৈ পৰি থাকে। কেতিয়াবা পৰিত্যক্ত ঘৰত আশ্ৰয় লয়। অথবা ৰেল ষ্টেচনৰ প্লেটফৰ্মত পৰি থাকে। ঘৰৰ কোনোবাই আনিবলৈ গ'লে অশ্লীল গালি-গালাজ কৰে, মাৰিবলৈ ইটা দাণ্ডি লয়। চিনাকি মানুহ দেখিলে টকা এটা খোজে, তাৰে মদ খায়।

মাজে মাজে কুমুদ ককায়ে তাক লৈ যায়। সি যাব নোখোজে, আমুৰি কৰে , ককায়ে মাৰি-ধৰি নিয়ে। তাত পোন্ধৰ দিন, এমাহ যেনেতেনে থাকে, কেনেবাকৈ টকা হাতত পৰিলেই মদ খাই, মাতাল হৈ সি পলায়। গোলাঘাট পায়হি। হুলস্থূল কৰি ফুৰে। মাৰ স্বাস্থ্যও হুতি আহিছে। তাৰ চিন্তাতেই মাৰ শৰীৰ দিনক দিনে পৰি আহিছে। সদায় বমি কৰে। অসহ্য পেটৰ বিষ। চিকিৎসা চলিয়েই থাকে।

—: O :—

স্নাতক-চূড়ান্ত পৰীক্ষালৈ আৰু দহোটা দিন বাকী। বহাগ বিহুৰ পিচতেই পৰীক্ষা।

নিশি ককাই, বৌ আৰু সোনমণিহঁত জাঁজীলৈ গৈছে। বৌৰ মাকৰ ঘৰলৈ। বিহুৰ পিচতহে আহি পাব। সিহঁতে ঘৰুৱা সমস্যাৰ কাৰণে ভালেমান দিন সেইফালে যাবই পৰা নাই। সেয়ে সোনমণিক লৈ কিছুদিন থকাকৈ গৈছে।

সোনমণি নেথাকিলে ঘৰখন তেনেই নিজান হৈ পৰে। গধুলি হৈ আহিছে। আন্ধাৰে পৃথিবী ঢাকি ধৰিছে, পঢ়া টেবুলৰ কাষত বহি কিতাপত মন নিবিষ্ট কৰিছো, মাৰ গা বৰ বেয়া। যন্ত্ৰণাত কেকাই-গেথাই বিচনাত পৰি আছে। বেলি ককায়ে পাকঘৰত ভাত ৰান্ধিবলৈ সোমাইছে।

... ... ... ... ... ... ... ...

তেনে সময়তে অভাবনীয ভাৱে, আচম্বিতে জোন ককাইৰ উপস্থিতি । মোক চুলিত ধৰি পঢ়া মেজৰ পৰা চোচোৰাই আনিলে। সেই অৰ্তকিত আক্ৰমণ চম্ভালিবলৈ নৌ পাওঁতেই, সি মোৰ টেবুলৰ কিতাপ কাগজ বোৰ গুৰিয়াই লঠিয়াই মাটিত পেলালে।

ঃ"তইঁতে মোক ঘৰৰ পৰা খেদি ৰাজভোগ খাইছ, বাপেৰ নিশিয়ে তইঁতক ৰাজভোগ খুৱাইছে! মোৰ কি বিলাই হৈছে তইঁতে নাজান? আজি সি নাই নহয়, চাও তইঁতক কোনে ৰক্ষা কৰে?

ঃ "জোন ককাইদেউ, তোৰ মই ভৰিত ধৰিছোঁ, তই অবুজ নহবি। মোৰ কথাও এবাৰ ভাবি চা। মোৰ B A পৰীক্ষা আহিছে। মোৰ কিতাপ-পত্ৰবোৰ নষ্ট নকৰিবি। মই তোক কাবৌ কৰিছো। তোক মই একো দিক্‌দাৰ কৰা নাই,"

ঃ পৰীক্ষা আহিছে? ফলাবি ব' পৰীক্ষা।"

সি ক্ষেপৰ পৰা জুই বাঁহ এটা উলিয়াই মোৰ চকুৰ আগতে কিতাপ কাগজৰ দ'মত জুই লগাই দিলে। দপ্ দপাই জুই জ্বলি উঠিল।

মোৰ মুখৰ পৰা এক বিকট চিৎকাৰ বাহিৰ হ'ল। মই যেন জ্ঞান হেৰুৱাই পেলালো।

সৰু ককায়ে পাকঘৰৰ পৰা একে দৌৰে ওলাই আহিল।

ঃ"জোন ককাই, তই যাগে যা, তোক ভৰিত ধৰিছোঁ। কাবৌ কৈ মাতিছোঁ, মাৰ বৰ অসুখ, হুলস্থূল খন কৰ কিয়?

ঃ"দে মোক টকা দহটা বেগেতে।"

সৰু ককায়ে টকা দহটা তৎকালেই উলিয়াই দিলে।

টকা লৈ খুচীমনে সি গুচি গ'ল।

জ্বলি থকা জুইকুৰা বেলি ককায়ে নুমাবৰ ব্যৱস্থা কৰিলে। চাৰি পাচঁখন পানীত তিওৱা কম্ভাবে জুইকুৰা হেচা মাৰি ধৰিলত জুই নুমাল। ধোৱাঁৰে ঘৰ ধুৱলি কুৱলি হ'ল। ঘৰৰ বিশেষ ক্ষতি নহ'ল। কেৱল মোৰ কিতাপ পত্ৰ আৰু যতনেৰে তৈয়াৰ কৰা নোটৰ বহীকেইখন গোৰা গ'ল।

বুকু ভাঙি কান্দোন আহিল মোৰ। ইমান পলকতে ঘটনাটো ঘটি গ'ল যে মই তত ধৰিবই নোৱাৰিলো। বেলি ককাইৰ ভৰিত গৰা মাৰি ধৰি মই কান্দিবলৈ ধৰিলো।

ঃ "মোৰ অত দিনৰ কষ্ট, সাধনা অথলে গ'ল ককাইদেউ। মোৰ এতিয়া কি গতি হ'ব। মই মৰি থকাই ভাল ককাইদেউ। কি আশা লৈ মই জীয়াই থাকিম. উস্ মোৰ এতিয়া কি হ'ব! মই মৰি থাকিম ককাইদেউ, মই মৰি থাকিম।"

ঃ "নেকান্দিবি ভন্টী। কান্দি লাভ নাই। বিপদত ধৈৰ্য্য ধৰাই গুণীৰ কাম, মৰাৰ কথা সমূলি নেভাবিবি। তইতো ভালেমান পঢ়াশুনা কৰিছ। মোতকৈও বেছি কিতাপ-পত্ৰ পঢ়িছ। মহান পুৰুষ সকলৰ জীৱন গাঁথালৈ মনত পেলাচোন ... ... ... তেওঁলোকৰ জীৱন পথ সুগম নহয়।"

ঃ" মই কেনেকৈ ধৈৰ্য্য ধৰো, ককাইদেউ। মই মহান হ'বখোজা নাই। মই পৰীক্ষা পাছ কৰিব লাগে। ... ... অ'ত কষ্টৰ ধন মোৰ অথলে গ'ল। ... ... মই কেনেকৈ সহি থাকোঁ। ... ... মই কেনেকৈ বাচি থাকোঁ ... .... ..."

ঃ"ভন্টী, তই কেনেকৈ কান্দিছ। মই ভাল পোৱা নাই। ইমান অধৈৰ্য্য নহবি। তই দেখোন জেহিকল ইচলাম কাৰ ঘৰত বহি থাকগৈ। কিবা বোলেনে মাৰ্ক্সবাদ কৰ। নীল শৰ্মাইতৰ লগ হৈ সংগঠন কৰ। কি শিকিলি ইমান দিনে? ইয়াকে শিকিছিলি? জহন্নামে যাওঁক তোৰ মাৰ্ক্সবাদ। ছিঃ মৰাৰ কথা ভাবিছ? কমিউনিষ্ট সকলে হেজাৰ যন্ত্ৰণাতো মৰাৰ কথা নেভাবে। যন্ত্ৰণাৰ ইতিহাস দেই তেওঁলোকে ৰচে নতুন সমাজ।। ... ... ... "

বেলি ককাইৰ ভৎৰ্সনাত সম্বিত ঘুৰি আহিল মোৰ। সুস্থিৰ হবলৈ যত্ন কৰিলো

ইতিমধ্যে মা বিচনাৰ পৰা কেতিয়া জানো উঠি আহিছিল। ৰোগৰ যন্ত্ৰণাত এনেয়ে দেই-পুৰি আছে, তাতে মোৰ অৱস্থা দেখি চকুলো মচিলে।

মোৰ মূৰত আলফুলে হাত থ'লে তেওঁ।

ঃ"আমাৰ কোনো সহায় নাই মাসোণ। (মাযে আজি মোক মাসোণ বুলি মাতিছে) ভগবানেই আমাক ৰক্ষা কৰিব। তেৱেঁ তাৰণ কৰিব বিপদ-সাগৰৰ পৰা।

এ ভব সাগৰে মজি নাৰায়ণে
আতুৰ ভৈলো অপাৰ।
দীন অনাথক তুমি কৃপাময়
চৰণে কৰা উদ্ধাৰ।।

পৰম পিতাৰ প্ৰতি অগাধ বিশ্বাস ৰাখিবি। তেঁৱেই হৰ্তা-কৰ্ত্তা বিধাতা। তেৱেঁই তোক মনত বল দিব। মনৰ বলতকৈ আৰু ডাঙৰ বল নাই মোৰ সোণ। আজি কাল সন্ধিয়া এই বাৰী দুখুনী অনাথিনীযে চুলি চিঙি চিঙি কাতৰে মাতিছোঁ তেওঁক। শত্ৰুৰ মুখত ছাই দি মিত্ৰৰ মুখত জয় দি তই উন্নতি কৰিবি আই। জানিবি এই বাৰি দুখুনীৰ আৰ্শীব্বাদ অথলে নেযায়। . কোনোদিন কাৰো পানী খোৱা পুখুৰীত বিহ ঢলা নাই প্ৰভু। কাৰো অহিত চিন্তা নাই। হে দয়াময় জগদীশ্বৰ! শৰণা গতক উদ্ধাৰ কৰা।

প্ৰভু ভগৱন্ত অনন্ত ঈশ্বৰ
প্ৰপন্ন জন তাৰণ।

তুমি প্ৰিয়তম পৰম দেৱতা
জানিয়া লৈলো শৰণ।। ... ... ...

হাতত মাথোন দহোটা দিন। আধাপোৰা দুই এখন কিতাপ, মাৰ আৰ্শীব্বাদ, এয়ে সম্বল। পঢ়া টেবুলৰ কাষত বহিলেই শোক উজাৰ খাই উঠে। হায়, হায়, কৰে বুকুখন! জুপুকা লাগি বহি থাকো।

মই বহি থাকিলেই সময় কাৰো বাবেই বৈ নেথাকে। যথা সময়ত নাহৰ, আজাৰ, সোনাৰু ফুলেৰে শুৱনি সেই পৰিচিত আলিয়েদি চিনাকি কলেজখনলৈ আগবাঢ়িলো। পৰীক্ষা দিবলৈ। কিবা এক অদৃশ্য শক্তিয়ে যেন থেলিয়াই গতিয়াই লৈ গ'ল মোক। মন মোৰ বিষণ্ণ। পৰীক্ষা গৃহত বহি উগুল থুগুল মনেৰে প্ৰশ্ন কাকতলৈ বাট চালো।

পৰীক্ষকে প্ৰশ্ন কাকত দি গ'ল। যন্ত্ৰবৎ তুলি ললো। চকু ফুৰাই চালো। পৰম বিস্মিত হ'লো মই। সকলো বিলাক প্ৰশ্নৰ উত্তৰ মোৰ জনা আছে। এটা অবুজ শিহৰণ মূৰৰ পৰা ভৰিলৈকে বৈ গ'ল।

কোনটো প্ৰশ্ন আগতে কৰিম, কোনটো পিচত কৰিম এনে লাগিল মোৰ। থৌকি, বাথৌ মন। হাতত কলম তুলি লোৱাৰ লগে লগেই অফুৰন্ত প্ৰাণ শক্তিয়ে ক্ৰিয়া কৰিলে শৰীৰত। যেন যাদুকৰী বিদ্যাহে লভিলো মই। হতাশা, বেদনা, লবৰি পলাল। তাৰ ঠাই অধিকাৰ কৰিলেহি উদ্যম, উৎসাহে। পূৰ্ণ উদ্যমেৰে কাকতত কলম বুলাই গ'লো। উশাহ লবলৈকো যেন সময় নাই মোৰ!

এটি, এটিকৈ বছৰটোৰ পঢ়া সমূহে মগজুত ভিৰ কৰিলেহি। স্মৃতিৰ সফুৰা মেল খালে। খৰকৈ কলম চলিল। কলমৰ আজি জিৰণি নাই। নতুনকৈ উপলব্ধি কৰিলো ... ... কষ্ট কাহানিও অথলে নেযায়।

আটাইবোৰ পৰীক্ষাই ভাল হ'ল মোৰ।

এয়া মোৰ জনম দুখুনী আইৰ আৰ্শীব্বাদৰ ফলনে? মোৰ সৎ সাহস আৰু কষ্টৰ ফল? দুখুনী মাতৃদেৱীৰ মুখৰ ছবিয়ে অৱশেষেই নেপথ্যৰ পৰা উদগনি দিলে।

বুকুৰ মাজতে থকা হিৰন্ময়ে ক'লে "মাসোণ! তুমি লিখা। তুমি লিখিবই লাগিব। সংঘাতৰ জুইত জ্বলি জ্বলি তুমি অধি-উজ্বল, অধি দৃঢ়মনা হোৱা। এয়া মই তোমাৰ বুকুৰ মাজতেই আছোঁ। হাত দিলেই পাবা-হতাশ কাহানিও নহবা।"

—: O :—

পৰীক্ষা শেষ হোৱাৰ পিচত বন্ধৰ দিনবোৰ মোৰ বাবে নেযায় নুপুৰায় হৈছে। ভতিজা নিচুকাই নিচুকাই কেৱল ভৱিষ্যতৰ সপোন দেখিছোঁ, মাৰ অসুখত যতন লৈছোঁ, মাজে মাজে জেহিকলকাৰ ঘৰলৈ গৈছোঁ। কলেজলৈ যোৱাৰ মুদা মৰাত হিৰন্ময়কো মেদেখা হ'লো। চিঠি-পত্ৰৰ আদান প্ৰদানবো কোনো পথ নাই।

বেলি ককায়ে হিৰন্ময়ক চাইকেলেৰে খুন্দিওৱাৰ পিচৰ পৰা মই হিৰন্ময়ক লগ ধৰা কমাই দিছিলো। সৰস্বতী পূজা, দূৰ্গাপূজা, আদি উৎসৱ সমূহত, যি সময়ত মন উচাতন হয় — সেই সমূহ উৎসৱ মই বৰ্জন কৰিছিলো।

হিৰন্ময় কিছু ক্ষুন্ন হৈছিল। মই লগ নিদিয়া বাবে, তেওঁ অসন্তোষ প্ৰকাশ কৰিছিল। যি কোনো বিপদৰ, পৰিস্থিতিৰ সম্মুখীন হ'বলৈ তেওঁ ৰাজী আছিল। মোক লগ পোৱাৰ বিনিময়ত। বিপৰীতে মোৰ সমুখতে তেওঁক অপমান কৰাৰ ভয়ত মই পলাবলৈ ধৰিছিলো। এই দুখ সহিবলৈ বৰ কষ্টকৰ। গোপনে গোপনে আমাৰ লিখা লিখি চলি আছিল। বাৰ্ত্তাবাহক আছিল, পবন, চুৰেয়া আদি। লিখাৰ যোগেদিয়ে মৰম— মমতাৰ টোপোলা বিনিময় চলি আছিল। কলেজ বন্ধ হোৱাৰ লগে লগে পত্ৰ বিনিময় প্ৰথাও বন্ধ হ'ল।

কিন্তু যি মৰমৰ ছবি তেজৰ লেখাৰে কলিজাত লেখা হ'ল তাক জানো কোনোবা দিনা মছিব পাৰি।। ঘৰুৱা সংঘাতৰ হেচা, বিভিন্ন সমস্যাৰ উত্থান-পতনৰ মাজতো প্ৰণয়ৰ অনন্ত স্ৰোত অন্তসলিলা নিজৰাৰ দৰে প্ৰবহমান হৈ থাকিল।

... ... আজি কালি প্ৰায়ে নিশা থেৰেজুবুলীয়া কেতবোৰ সপোনে মোক খেদি ফুৰে। যেন ধনশিৰিৰ পাৰে পাৰে হিৰন্ময় আৰু মই ঘূৰিছো। পাৰৰ এচপৰা ডাঙৰ শিলত আমি বহিছোঁ। নদীৰ পানীত আমাৰ ছবি চাইছো। অনেক সময়ৰ নিৰৱতাৰ অন্তত। তেওঁ কয়ঃ "মাসোণ। কথা কোৱা।"

ঃ"কৈয়েই আছোঁ দেখোন। আপুনি শুনা নাই?"

ঃ "এৰা শুনিছোঁ . . . তথাপিও . . . . . . " মোৰ হাতৰ খাৰু কিপাত লিৰিকি বিদাৰি তেওঁ কয়।

ঃ "মাসোণ। তোমাৰ হাতখন বৰ ধুনীয়া।"

ঃ "বাঃ আৰু কবলৈ কথা নাই আপোনাৰ।"

ঃ"ক'বলৈ নাই, কিন্তু কৰিব লগা কামহে বহুখিনি বাকী। আহাচোন, ওচৰত বহা, ইমান দূৰে দূৰে বহিছা কিয়? মোলৈ ইমান ভয়নে? ইমান লাজনে?

ঃ"যেৎ ওচৰতে আছোঁ দেখোন। আৰু ওচৰলৈ কিয়? কোনোবাই দেখিব।"

ঃ"যোৱা, এই ভৰ দুপৰত আমাৰ দৰে মৰিবলৈ কোনো নাহে!"

নিবিড় আলিঙ্গনত আবদ্ধ হৈ হেৰাই যাওঁ আমি। সমগ্ৰ পৃথিৱী একালে - একালে কেৱল আমি। কাষত বিস্তীৰ্ণ ধনশিৰি নৈ। জিল্ মিল্ জিল্ মিল্ ধনশিৰিৰ পানী। থমকি থমকি

বৈ যায়। এই মিলনৰ বতৰা কেৱল ধনশিৰিয়ে জানে। জানো , ধনশিৰিয়ে কাহানিও আমাৰ শতুৰালি নকৰে।

যেতিয়া সাৰ পাওঁ দুখ লাগে। বুকু ভৰা দুখ। চকুৰ পানীত তল যায় গাৰু। বৈ বৈ কপি উঠে মোৰ যৌৱনা শৰীৰ।।

যেন লৱৰি যাম ধনশিৰিৰ পাৰলৈ। সিপাৰে মৰাণ্ডি গাঁৱত থকা হিৰন্ময়ক বিচিয়াই মাতিম ঃ "হিৰন্ময় দাদা! আহা, দৌৰি আহা। সকলোৱে চকুমুদি দিছে। তুমি নিৰ্বিঘ্নে মোৰ বুকুত সোমাই পৰা"

... ... ... ... ... ... ... ...

আমাৰ কলেজলৈ যোৱা ৰাজ-আলিটোৰ পৰা এটি উপপথ ফাটি গৈছে। লুঙ্ লুঙীয়া সৰু পথ। শিলগুটি দিয়া পথ। সেই আলিটোৱে মাজাৰলৈ যায়। কলেজখন পোৱাৰ এক কাৰ্লংমান আগতে মাজাৰলৈ যোৱা আলিটো পায়। আলিটো নিৰ্জন। মানুহ - দুনুহৰ আহ্ যাহ্ ক'ম। গাড়ী-মটৰ নাযায়েই। আলিৰ দুয়োকাষে জন বসতিও কম। সেয়ে সেই পথেদি প্ৰেমিক-প্ৰেমিকা সকলেহে কথা পাতি যায়। কলেজৰ ছাত্ৰ- ছাত্ৰী সকলে পথটোৰ নাম দিছে " Love Road"

মুছলমান সকলৰ পৰম পবিত্ৰ মাজাৰ। ডাঙৰ ডাঙৰ ফলৰ গছে মাজাৰখন বেৰি ৰাখিছে। সেয়ে বাহিৰৰ পৰা অগাইধ হাবি যেন লাগে। আম, জামু, পনিয়ল, আটলাছ, কঠাল, আমলখি, ক'ত ৰকমৰ গছ।

ফলৰ বাগিছাখন পাৰ হ'লেই মাজাৰ পায়। তাত পীৰৰ কবৰ আছে। পীৰৰ কবৰ আঠুৰাৰে আবৃত। পীৰ শুই আছে অনন্ত কাল। টোপনিত ব্যাঘাত হ'ব নোৱাৰাকৈ মাজাৰখন এক অসীম নিৰৱতাই আবৰা। পীৰৰ আঠুৱাৰ কাষত তেওঁৰ জীৱন কালত ব্যৱহাৰ কৰা বিভিন্ন সামগ্ৰী বোৰ সযতনে থৈ দিয়া আছে। কেতিয়াবা বান্ধৱী চুবেয়াৰ সতে মাজাৰলৈ যাওঁ। তাইৰ লগতে ময়ো মম জলাও। তাইৰ লগতে মই দুহাত জোৰ কৰোঁ। মাজাৰত সোমালেই গা-টো গম্ গমাই যায়। গহীন ভাব এটাই মন আবৰি ধৰে। অথচ পবিত্ৰতাই চুই যায় হৃদয়।

... ... ... ... ... ... ... ...

ফিলচফিৰ ক্লাচটো ১২ বজাত শেষ হ'ল। দুটা মাথোনstudent , মই আৰু অৱনী। আমি দুয়োটাই ক্লাচ কৰো। অৱনী মৰম লগা লৰা। শান্ত ব্যৱহাৰ। সি মোৰ প্ৰতি প্ৰেম ভাৱ দেখুৱায়। আওকাণ কৰো মই। কেতিয়াবা ফিলচফীৰ কিতাপৰ মাজত পাও কাগজৰ টুকুৰা " I love you Tara "— your's Abanı" অৱনীয়ে মোৰ আৰু হিৰন্ময়ৰ সম্পৰ্ক জানে। জানিও লৰাটো কিয় দুৰ্বল হয়। একেলগে বহি ক্লাচ কৰিলো বুলিয়ে তাক ভাল পামনে?

আজি ফিলচফিৰ ক্লাচৰ পিচতেই কলেজ চুটি। কিবা হেনো প্ৰফেচাৰ সৰব সভা আছে। ফিলচফিৰ ক্লাচ কৰি ওলাই আহোঁতেই পালো, হিৰন্ময়ক। তেওঁ ক'লেঃ "বলা আজি মাজাৰলৈ যাওঁ; তাতে ফলৰ বাগিছাত বহি কথা পাতিম। তাত কথা পাতিলে কেৱে নেদেখে।"

সৰু আলিটোৱে কথা-পাতি পাতি আমি আগবাঢ়িলো। দুপৰৰ প্ৰখৰ ৰ'দ। মুৰৰ ছাঁ ভৰিত পৰিছে। পিয়াহত আমাৰ অষ্ঠ কণ্ঠ শুকাই গৈছে। মাজাৰলৈ গৈ প্ৰথমে আমি পীৰক প্ৰণাম কৰিলোঁ। তাতেই থকা দুডাল মম জ্বলাই দিলো। কাষতে থকা দানৰ বাকচটিত টকা এটি সুমাই

দিলো।

মাজাৰৰ কাষে কাষে মৌলবী বা জোনাব সকলৰ সৰু সৰু জুপুৰী ঘৰ। তেওঁলোকে তেতিয়া দুপৰৰ আহাৰ খাই জিৰণি লৈছে। তাৰে এজন জোনাবক খুজি আমি চেচা পানী খালো। মাটিৰ কলহত থোৱা পানী। দেহা শাঁত পৰি গ'ল। এখন ধৰা খুজি লৈ কাষৰে ফলৰ বাগিছা খনলৈ গ'লো। এজোপা বৰ আমৰ গছৰ ছাঁত ধৰাখন পাৰি দুয়ো বহিলো। ঠাইডোখৰ বৰ নিজান। বিৰ্ বিৰ্ কৈ বতাহ বলি আছে। শৰীৰ জুৰাই যায়। চৰাইবোৰে বিভিন্ন মাত মাতি দুপৰৰ নিৰ্জনতা গভীৰ হোৱাত সহায় কৰিছে।

বহুত সময় আমি মনে মনে বহি ৰ'লো। ইয়াত বহি থাকিলে বাহিৰত যে এখন মুখৰ পৃথিৱী আছে, বুজা নেযায়।

: "মাসোণ। এদিন আমাৰ ঘৰলৈ যাওঁ বলা। তোমাৰ বান্ধৱী সপোনটি ইতকো কৰো।"

: "এঃ মই নেযাওঁ দিয়ক। লাজ লাগে।"

:"আমাৰ নবৌৱে তোমাক চাবলৈ বৰ মন কৰি আছে।. . . . . . . . .একো নহয় দিয়া, এদিন কলেজৰ পৰাই যাম . . . . . . . . . আৰু সোনকালেই ঘুৰি আহিম।"

: "ওঁহো নেযাওঁ . . . . . . . মোৰ ভাল নালাগে কিবা।. . . . . . . . . . . . . হেৰি আপোনাৰ "মা" জনী কেনেকুৱা? মানে বৰ খঙ ৰাগ কৰে নেকি?"

: " আমাৰ মা কিছু কাঢ়া, দিনৰ দিনটো বক বক কৰে হ'লে।"

: " ধেৎ, মোৰ ভয় লাগে পাই।"

: "ভয় কিয় লাগেহে। মানুহ হে! ইমান ভয় কৰাৰ একো দৰকাৰ নাই।"

:"নবৌ জনী একা?"

:"নবৌৱে কিন্তু তোমাক বৰ মৰম কৰিব। সদায় বিচাৰে চাবলৈ . . . . . . . . .আচ্ছা, নাৰিকল খোৱা, এয়া মই ঘৰৰ পৰা লৈ আহিছো।"

কথাৰ মাজতে মোৰ হাতখন তেওঁৰ হাতৰ মাজত কেনেকৈ সোমাই পৰিল জানো? যেতিয়া গম পালো, লাজ লাগিল। মুখৰ মাত হৰিল। তেওঁ মোৰ মুখলৈ চাই আছে। তেনেদৰে একথৰে মই চাব নোৱাৰো। লাজ লাগে, মাজে মাজে চাওঁ, তলমুৰ কৰোঁ। মুৰৰ পৰা ভৰিলৈকে জন জনাই যায়। যেন বিদ্যুৎ প্ৰবাহ বৈ যায়।. . . . . . তৃপ্তিত আচ্ছন্ন হৈ পৰো। আবেগৰ এই চূড়ান্ত বেলা তেওঁ মোক বুকুত সুমাই লয়। লাহে লাহে হেৰাই যাওঁ। চকু জোৰ মুদ খাই আহে। দুৰ্বল হৈ পৰো। বুকুৰ কম্পন ঘন হয়। মুকলি আকাশৰ তলত, গছ-গছনিৰ অন্ধকাৰত, চৰাইৰ চিক্ চিকনিয়ে নিজান কৰি তোলা দুপৰত তেওঁৰ বুকুত হেৰাই যাওঁ মই; ঘৰৰ ককাই হঁতৰ ৰঙা চকু, লিখিবলগীয়া বহুবোৰ কিতাপ আদিৰ কথা তেতিয়া মনলৈ নাহে। আবেগৰ যাতনাত দুচকু পানীৰে পূৰ হয় মোৰ। বৈ আহে দুচকুৰে গঙ্গা— যমুনা হৈ। আবেগৰ চৰম বেলা মই উচুপিবলৈ ধৰা শুনি তেওঁ কয় : "মোৰ বুকুত সোমাই তুমি কিয় কান্দা মাসোণ।"

উচুপনি সামৰিবলৈ মোক কিছু সময়ৰ প্ৰয়োজন হয়।

:"আমাৰ মিলন স্থায়ী হ'বনে। কিমান দিন যে ৰ'ব লাগিব"

: কিয় . . . এই প্ৰশ্ন আজি কিয়? আমি ভালেমান বিপদ পাৰ হৈ আহিছোঁ মাসোণ।

সেই দিনটোলৈ বাট চাবলৈ কেৱল ধৈৰ্য লাগে মাসোণ। মই জানো, তুমি পাৰিবা, তোমাৰ অশেষ ধৈৰ্য আছে।"

অকমান বৈ তেওঁ কয়ঃ "আমি এক হোৱাৰ পথত যি যাতনা, সেয়ে আমাক সাহস দিয়ক"

তেওঁ মোৰ কপালত চুমা খায়। ওঁঠত চুমা আঁকিবলৈ লওঁতেই মই আঁতৰি আহোঁ।

ঃ "নেলাগে, এতিয়া নহয়, . . . . . . পিছত।"

ঃ "কেতিযা?"

ঃ "পিছত মুঠতে পিছত।মোৰ লাজ লাগে। . . . . . থ'ক . . পিচত"

তেওঁ জোৰ কৰি মোক কাষলৈ চপাই লয়। কঁপা কঁপা আঙুলিৰে মোৰ পিঠিত হাত বুলাই দিযে। জল-জলীযা চকুৰে মোলৈ চায। তেওঁক অশান্ত যেন দেখা যায। পুৰঠ ওঁঠ দুপাহ জোৰ কৰি মোৰ ওঁঠত হেঁছি ধৰে। ইম্যান তপত। জুইৰ দৰে। আস্ তেওঁৰ শৰীৰটো বৰ গৰম। ঠিক জ্বৰ উঠা ৰোগীৰ দৰেই। তেওঁৰ শৰীৰৰ গৰমত মোৰ শৰীৰটো ঘামত জুৰুলি হয়। . . . . . . বাহুখন বিষাই উঠে।

ঃ "ভন্টী নুঠ কিয? পৰীক্ষা হৈ গ'ল বুলিনো এনেকৈ মৰ টোপনি যাবনে? কেই বাজিল খবৰ আছে! বকি আছ দেখোন। উঠ, উঠ নবৌ কামলৈ যায। সোণমণিক লবলৈ মাতি আছে।"

দুচকু মেলি প্ৰথমে মই নিজৰ স্থিতি সম্পৰ্কে সন্দিহান হৈ উঠো। মই কত? মই কি ইমানপৰে বিচনাত আছিলো? বাহুৰ বিষটো তেনেহলে বেলি কৰ্বাযে জগাওঁতে হেচুকাৰ হে বিষ?

মোৰ বুকুত শুই আছে এটি নিৰ্জ্জিব গাৰু। বাস্তৱ ইমান নিৰ্দ্দয। কেনেকৈ গছকি পেলায় বুকুৰ সপোন বোৰ!।

—: O :—

কলেজৰ বন্ধৰ দিনবোৰ এটি এটিকৈ শেষ হৈ আহিবলৈ ধৰিছিল। স্নাতক চূড়ান্ত বৰ্ষৰ ফলাফলঘোষণাৰ কাল চমু চাপি আহিছিল।

. . . . . . . . হিৰন্ময়ক মোৰ দৰাৰ আসনত বহুৱাই চিন্তা কৰো নিৰলে। কেৱল যে অন্ধ আবেগৰ বলি হৈ মই তেওঁৰ সতে মিলনৰ আকাংখ্যা কৰো এনে নহয়। ভবিষ্যতৰ কথাবোৰ চালি-জাৰি চাওঁ। কাৰণ জীৱনত প্ৰতি পদে পদে গৰকি আহিছোঁ সংঘাত।

হিৰন্ময় এখন স্বচ্ছল গাৱলীয়া ঘৰৰ লৰা। জানো, খোৱাৰ দুখ কোনোকালেই নহ'ব। তদুপৰি হিৰন্ময় শিক্ষিত আৰু বিবেচক লৰা। আটাইতকৈ গুৰুত্বপূৰ্ণ কথা তেওঁক সৰ্বান্তকৰণেৰে বিচাৰো। হৃদয়ৰ দাবী যেতিয়া গভীৰ হয়– তেতিয়া আন বহু কথাই তুচ্ছ হৈ যায়।

জোৰ কৰি মাক সম্মত কৰাব পাৰিলেও ককাইহঁত হিৰন্ময়ৰ ওপৰত নাৰাজ। বেলি ককাইৰ লগত তেওঁৰ এখন ফেৰিয়া ফেৰি লাগিয়েই আছে। ইয়ে যে খাণ্ডৱদাহৰ ৰূপ পৰিগ্ৰহ নকৰিব, কোনে জানে??

. . . হিৰন্ময়ে দুবাৰ B SC পৰীক্ষাত অৱতীৰ্ণ হৈও পৰীক্ষাত উত্তীৰ্ণ হ'ব পৰা নাই। অধ্যয়নশীল, বুদ্ধিমান লৰাজনে কিয় পৰীক্ষা বেযা ক'ৰে, মই নুবুজো। মোৰ দৰেটো তেওঁৰ ঘৰুৱা অশান্তিও নাই। নে মোৰ চিন্তাই তেওঁক পঢ়া- শুনাত ব্যাঘাত জন্মায়। . . তেওঁৰ এটা ৰোজগাৰ নহ'লেনো মাৰ আগত কথাবোৰ কেনেকৈ . . ক'ব পৰা উপস্থাপন কৰিম . . ভাবিকে নাপাও।

তেওঁক মোৰ চিন্তাই ব্যথিত কৰে নেকি? সেয়ে পঢ়া শুনাত হেলা কৰে?? ক'তা আমাৰ প্ৰেমে চোন আমাক মহীয়ান হ'বলৈহে শিকাইছে। পঢ়া টেবুলৰ কাষত বহি শূন্যত হাঁহি থকা তেওঁৰ মুখনি দেখি মই চোন অসীম প্ৰেৰণা লভো। পঢ়িবলৈ অথবা যুঁজিবলৈ।

. . অৱশ্যে পৰীক্ষা পদ্ধতিৰ প্ৰতি বিশেষ আস্থাও মোৰ নাই। গতিকে হিৰন্ময় স্নাতক ডিগ্ৰিধাৰী নহ'লেও ক্ষতি নাই। তেওঁৰ বুদ্ধিমত্তা সম্পৰ্কে মোৰ জনা আছে। কিন্তু ককাইহঁতে দুৰ্ঘোৰ আপত্তি কৰিব। সেইটোও এটা Point হিচাপে তেওলোকে আঙুলিয়াব। তৰ্জন গৰ্জন কৰিব। শেষত মাযে যদি দুখত . . উস্ মই ভাবিব নোৱাৰো।

ঘৰৰ অমতে তেওঁৰ লগত গুচি গৈ সুখ পামনে মই। নিজৰ সুখৰ বাবেহে ইমান নীচ হ'ব পাৰিমনে মই।। . দুখুনী মাক মযো শাস্তি দিমনে? . তাতকৈ চিৰকাল ... ...

যেন : গোলাপৰ বন্ধ্যা মুকুলেই ভাল

একান্তৰ প্ৰতিদশুত সপোন যদি থাকেই বাহাল

. . . . . . হিৰন্ময়ে পুনৰ পৰীক্ষা দিছে। . . . . . . এইবাৰ বা কি হয়।

. . . . . . . . এতিয়া সপোন ৰচা, সপোন দেখাই মোৰ কাম। . . . সপোন বোৰে খেদি ফুৰে মোক।

ঢাৰি পাৰি থেৰেজু লেখো সমনীয়া
ঢাৰি পাৰি থেৰেজু লেখো।
তোমাৰে নিচিনা ৰঙা বৰণীয়া
নিশা সামাজিকত দেখো।

—: O :—

বিয়লি পাঁচ বাজি গৈছে। শৰতৰ মুকলি আকাশ। আগবেলা এজাক দবা-পিটা বৰষুণ দিছিল। এতিয়া আকাশত ডাৱৰৰ লেশমানো নাই।

চোতালৰ কোণৰ বগৰী জোপা ফুলিছে। বগৰী জোপাৰ জাতটো বৰ ভাল। বৰ সোৱাদ। এবাৰ খালে তাৰ সোৱাদ পাহৰিব নোৱৰা বিধৰ। কোনো যতন নোহোৱাকৈ বগৰী জোপা হ'ল। পহলী ছাগলী জনীয়ে ক'ৰপৰা জানো খাই আহি গুটি পেলাইছিল।

সমুখৰ ঘাঁহনিডৰাত মই আৰু সোণমণিয়ে খেলি আছোঁ। সোণমণিয়ে মোৰ দুচকু ঢাকি ধৰে। মোৰ চুলিত ধৰি টানে। দুখ পাই চিঞৰিলে খিলখিলাই হাঁহে। মাজে মাজে সি বগৰী জোপাৰ তললৈ টিক্ টিকাই দৌৰে। বগৰী কাঁইটে ভৰিত বিন্ধিব বুলি ময়ো পিচে পিচে দৌৰো। সি বৰ দুষ্ট হৈছে। জোতাও নিপিন্ধে।...বগৰী তলৰ পৰা ধৰি আনো। আকৌ সি পিচ চোতাললৈ দৌৰে। পিচফালে এটা পুখুৰীও আছে। পৰিব ধৰিব বুলি ময়ো পিছে পিছে যাওঁ। থুপুক থাপাক খোজেৰে সি পিছলৈ চাই হাঁহি হাঁহি দৌৰিবলৈ ধৰে। ... আকৌ ধৰি আনো ... আমি দুয়োটাই ঘাঁহনি খনত বাগৰিবলৈ ধৰো। আকাশেদি এজাক বগলী উৰি গৈছে। বগলীৰ জাক দেখি সি কয়

"ঃ পী সেয়া কি?

ঃ "বগলী, কোৱাচোন বগলী। বগ-লী"

ঃ"ব-অলী বগলী"

সি চেষ্টা কৰে। খিল খিলাই হাঁহে। ময়ো হাঁহো

ঃ"বগলী এ সবাহলে নগলি কিয়?

গৈছিলো গৈছিলো বাটতে বৰষুণে পালে

চেংদৈৰ ঘৰতে সোমাব খোজোতে ফপৰা কুকুৰে খালে

চেই কুকুৰ চেই

নাহিবি জপনা দেই ... ... ...`

বাঁহৰ মূঢ়া বগৰীৰ গুৰা

ক'ৰ পৰা আহিছ চকু চেলোৱা বুঢ়া। ... ... ..."

আকৌ খিল্ খিল্ হাঁহিৰ বন্যা নামে।

পদূলিয়েদি ঘৰ-মুৰা গৰুৰ জাক দেখি সোণমনিয়ে কয়

ঃ "পী — গউ — গউ।"

ঃ "গৰু অ' গৰু — " মই শুধৰাই দিওঁ।

ঃ "ওঁ — গউ ...।

ঃ " নেহ্ গৰু বুলি কোৱা।"

কোৱাকোৱিকৈ সৰু দাদাক ঘৰৰ কাষে অহা দেখিলো। বুকুখন মোৰ চিৰিঙকৈ গ'ল।

শিশুৰ সতে ওমলি লাভ কৰা আনন্দকণৰ যতি পৰিল। জোন ককাইৰ কিবা অঘতন হ'ল হ'বলা। ওচৰ পালত তাৰ মুখলৈ চালো। তাৰ মুখখন পোহৰ দেখি শান্তি পালো।

ঃ"কি হ'ল — বেলি ককাইদেউ — কি হ'ল?"

ঃ "বহ, হোৱাটোকে হ'ল।"

ঃ "কি হ'ল অ'? "নকব কিয়?"

সি মোৰ প্ৰশ্নৰ উত্তৰ নিদি আনন্দ মনে সুহুৰিয়াই সুহুৰিয়াই ঘৰৰ ভিতৰলৈ গ'ল। ঘৰ সোমাইয়ে সি মা মা কৈ টেটুফালি চিঞৰিবলৈ ধৰিলে।

মায়ে পাগঘৰত বিয়লি চাহ খাবৰ বাবে ৰুটি সেকিছিল। নবৌৱে চাকৰিৰ পৰা আহি জিৰণি লৈছিল। তাৰ চিঞৰ শুনি মা উধাতু খাই ওলাই আহিল।

ঃ "হেৰৌ, ইমানকৈ যে টেটু ফালিছ — কাৰ ক'ত কি হ'ল? জোনৰ কিবা হ'ল নেকি - — তেনেকৈ চিঞৰ কিয়? মোৰ বুকুখন ধম্‌ধমাই উঠে?"

ঃ মা, মা, আমাৰ ভন্টীয়ে বি এ পাছ কৰিলে। লগতে অৰ্নাচত চেকেণ্ড ক্লাচ ফাষ্ট হৈছে। ফাৰ্ষ্ট ক্লাচ নাই।"

ঃ "অ ... ... সেযেহে ইমানকৈ চিঞৰিছ? মই আক' বোলো জোনৰ কিবা হ'ল হ'বলা।"

মা ঠাইতে বহি পৰিল। কিছু সময নীৰব। কিবা ভাবিলে হবলা। তাৰ পিচত লাহে লাহে ক'লে

ঃ "মই জানো – তাই পৰীক্ষা ভাল কৰিবই ... . . দিনে নিশাই পৰমেশ্বৰক খাটিছোঁ ... ... মোৰ আৰ্শীব্বাদ অথলে নেযায় ... . ... আৰু তাইৰ সততা ... ... ... মনৰ থিৰতা ... ... এইবোৰ জানো অথলে যাব ... ... সজ্ঞানে মই কাৰো পথত হুল-চঁচা নাই , কিন্তু পৰম পিতাই মোৰ এটি প্ৰাৰ্থনাহে মঞ্জুৰ নকৰিলে।" মায়ে হুক্‌হুকাই কান্দিবলৈ ধৰিলে।

. . "জোনৰ ক্ষেত্ৰতহে মোৰ প্ৰাৰ্থনাৰ কোনো মূল্য নেথাকিল। সি মোক বুকুত জুই দিলে"

ঃ" মা তই কিয কান্দিছ? আজি কান্দিব নেপায় নহয়। জীয়েৰে ভাল Result কৰিছে ... ... আনন্দহে কৰিব লাগে।"

ঃ "কি আনন্দ কৰিবি সোণাই। একুৰা জীয়া জুই সদায় বুকুত লৈ আছোঁ। সৰিয়হ ফুল যেন বোৱাৰী আনিলো। সি গছকি মোহাৰি পেলালে" ... ...

মোৰো দুচকুত লোতক। মাৰ বুকুৰ মাজত সোমাই উচুপি উঠিলো।

মা শান্ত হ'ল।

ঃ"নেকান্দিবি আই। ইমান বিপদৰ মাজতো তই ধৈৰ্য্য ধৰি পৰীক্ষা দিলি। পোৰা কিতাপ বুকুত বান্ধি পঢ়িলি। এতিয়া আৰু নেকান্দিবি আই। কন্দাৰ নময় নাই। ... ... আজি যদি জোনৰ স্বভাবৰ পৰিবৰ্ত্তন দেখিলো হেতেন মই শান্তিৰে চকু মুদিলো হেতেন"

ঃ"আৰু মৰাৰ কথা ভাবিলিয়েই নে? জীয়েৰক বিয়া দিব লাগিব — নমৰিবি।"

নবৌ বিচনাৰ পৰা হাঁহিমুখে উঠি আহিল।

ঃ"মই সকলো গম পাইছোঁ, ভণ্টী, ককায়েৰা আহিলে মিঠাই অনাব লাগিব। বাঃ তুমিটো কম ছোৱালী নহয়। কেনেকৈ যে পৰীক্ষা দিলা। কেনেকৈ যে ভালResult কৰিলা।"

সন্ধিয়ালৈ চুবুৰীৰ মানুহেৰে আমাৰ ঘৰ ভৰি পৰিল। সকলোৱে মোৰ বিষয়েই আলোচনা কৰিছে। বাজৰ মাকে ক'লেঃ "বৰ ধৈৰ্য্যশীলা ছোৱালী দেই। একদম মাকৰ দৰেই, ইমান উৎপাতৰ মাজতোযে পঢ়িলে তাই। সদায় এখন হুলস্থুল থাকিবই। কেনেকৈ জানো পঢ়ে। আমাৰ সোপাই পঢ়েহে পঢ়ে, শেষত চোন ফুটুকাৰ যেন।"

বিমলা তৰণী খুৰাই লগতে উজান দিলে " এৰাহে, আমাৰ সোপাই বিজুলী পাংখাৰ তলত পঢ়ে হে পঢে, মহে খাব বুলি ধুনা জ্বলাই দিওঁ, পঢ়া টেবুলত মাকে গৰম গাখীৰ এগিলাছ যতনাই দিব, হাঁহকণী, মালভোগ কল খাইহে খায় ... ... তথাপি ভাল কৰিব নোৱাৰে। গজেনে যেনিবা এইবাৰ কোনো ৰকম মেট্ৰিকত সৰকিছে। বিজুৱে আকৌP Digree ত Drop দিছে। আজিকালি আকৌ Drop দিয়াটো এক প্ৰকাৰ ফেশ্যন।

ঃ"এঃ নকবাহে, যিমানে আৰাম পায সিমানে হাৰাম হয়। কষ্টে মষ্টে পটিলেহে যদি ৰত্ন পায়। ... ... তৰা সচাঁকৈয়ে আকাশৰ তৰা, এচপৰা কেঁচা সোন। ... ...চাৰিওটা ককায়েকৰ মাজত কেনেকৈ জিলিকি আছে ... ... ... ... তাইৰ পৰীক্ষা আৰু ভাল হোৱাৰ থল আছিল। পিচে জোনৰ সেই লেতেৰা উৎপাত সোপা!! হ'ল বুলিনো আৰু ... ...

ঃ" হ'ব দিয়াহে, এতিয়া পোতা গু খান্দিব নেলাগে। মাকে এনেয়ে শোক টানি থাকে ... ... এতিয়া পাৰিলে জীয়েকক এম এ পঢ়ুৱাৰ কথাকে ভাবক।" বৰদলৈ খুড়ীযে ক'লে।

... ... চুবুৰীয়া মানুহৰ আলোচনাৰ বিষয় সলনি হৈ আহিছিল ... ... ক'ৰ পুৰণা আমোলা পট্টিৰ ঘিণাই কেৰেণীৰ জীযেক ঘৰৰ বনকৰা ল'ৰাৰ লগত পলাই যোৱা; সুতৰাম মহলদাৰৰ ঘৰত ভুতে উৎপাত কৰা ইত্যাদি।

এটা সময়ত সকলোৱে চাহ-মিঠাই খাই ঘৰা-ঘৰি গ'লগৈ। যাবৰ বেলা মোৰ সমনীয়া মানসীৰ দেউতাক নগেন শৰ্মাই মুৰত ধৰি আৰ্শীৰ্বাদ দিলেঃ

"আয়ুষ্মান। চিৰঞ্জীব।। দীৰ্ঘায়ু ভব।।

জীৱেম শৰদ ঃ শতম্। পশ্যেম শৰদঃ শতম্।

শৃণুয়মি শৰদঃ শতম্।।

আ নো ভদ্ৰাঃ ক্ৰতৱো যন্তু বিশ্বতঃ।"

নিশা বিচনাত পৰি বহু নিশালৈকে টোপনি নাহিল। মনৰ দাপোনত তিৰ্ বিৰাই উঠিল হিৰন্ময়ৰ মুখ। তেওঁ যেন সংগোপনে, আলফুলে আহি মোৰ ওঁঠত চুমা আঁকি দিছে। কোনেও নেদেখাকৈ। কোনেও নজনাকৈ। মোৰ কিবা গাবলৈহে মন গৈছে চোন।

দুখৰ সাঁজাত বন্দী মোৰ

গানৰ পখী

তথাপিতো কামনা কৰোঁ

হে মোৰ যৌৱনৰ সেউজ সখী!

পলাশে ৰঙোৱা তোমা - হৃদয়

হওঁক সুখী। হওঁক সুখী।।

নিশা বহুপৰলৈ টোপনি অহা নাই। ভালো লাগিছে দুখো লাগিছে। মিশ্ৰিত অনুভূতি। খচ্‌মচাই আছোঁ বিচনাত। মাজ নিশা বিচনাৰ পৰা উঠি আহিলো — হাতত সাবে ভৰিত সাবে। লাইট জ্বলালো। মাটিকলহৰ পৰা লৈ এগিলাছ পানী খালো। পঢ়া মেজত বহিলো। মই কিবা লিখিব লাগে। মোৰ অন্তৰত শুই থকা মানুহজনীয়ে মোক তাগাদা দিছে লিখিবলৈ

জানো মোৰ ক্ৰন্দনে নোচোৱে আকাশ,

চোৱে জানো হৃদয় তোমাৰ?

অনিৰ্বাণ তোমাৰ চকুৰ নীলাত জ্বলে

তৰা ফুলা একোখন বিশাল আকাশ

জানো মোৰক্ৰন্দনে নোচোৱে আকাশ।।

আকৌ

আজি মোৰ মন পখিলী

আনন্দতে আউলী-জাউলী

বতাহতে ঢৌ খেলি খেলি

ফুলে ফুলে মৌ চুহিছে,

আজি মোৰ মন মন্দিৰৰ

কাৰেনো দুখনি ভৰিৰ

কম্ ঝুম ধ্বনি নূপুৰৰ (?)

ৰৈ ৰৈ বাজিছে বাজিছে।

মনৰ ভাৱবোৰ বটিয়াকৈ, শুৱলাকৈ প্ৰকাশ কৰাৰ ক্ষমতা কোনো কালেই অৰ্জন কৰা নাই মই। তথাপিতো লিখিবৰ হেপাহ অসীম।

পুৱাৰ পোহৰে পৃথিবী জলমলাই তোলাৰ লগে লগেই নিশাৰ লেখাখিনি হিৰণ্ময়লৈ পঠাবলৈ উত্ৰাবল হৈ উঠিলো। এখণ্ড মুহূৰ্ত্তৰ উপলব্ধিকণ তেওঁ জানক। তেওঁক জনাবলৈ পোৱাতেই যেন সাৰ্থকতা।

আমাৰ চুবুৰীতে Flood Control অফিচ। তাতেই হিৰণ্ময়ৰ ককায়েক এজনে চাকৰি কৰে। সম্পৰ্কীয় ককায়েক। লাজ - মান কাটি কৰি তেওঁৰ হাতত দিলো। ক'লো ঃ তেওঁক দিব; পাৰিলে উত্তৰ আনিব।" মানুহজনে মিচিকিয়ালে; তেওঁ আমাৰ সৰ্ম্পকৰ কথা জানে।

পিচদিনাই হিৰণ্ময়ৰ লেখা আহিল। ককায়েকজনে আনি দিলে। দীৰ্ঘদিন বিৰতিৰ পিচত তেওঁৰ লেখাই মোক অতীৱ আনন্দ দিলে। পঢ়িমেই নে চোৱায়ে থাম নে বুকুৰ মাজতে ভৰাই থম? এনে ভাব হ'ল মোৰ। পঢ়িবলৈ উপযুক্ত ঠাই বিচাৰি নেপাই বুকুৰ মাজতে সুমাই থ'লো। কিছুক্ষণ! কিন্তু সময় যিমানেই বাঢ়ি যায় মনৰ চঞ্চলতাও বাঢ়ি যায়। এটা সময়ত শৌচ কৰিবলৈ আমাৰ অনুহোতত পায়খানা ঘৰলৈ গৈ তাতেই পঢ়িলো।

... ... তথাপিও
গাই যাবা জীৱনৰ
অমিয়া দুখৰ গীতি
সোণৰ সজ্জাত বন্দী কাৰ গীতৰ পখী
প্ৰাণৰ সখী।।
তোমাৰ ক্ৰন্দনে নোচোৱে আকাশ ?
জ্বলাই মাথো তিৰ্‌ বিৰ্‌ । আকাশৰ তৰা যেন
মৰ্মন্তুদ হৃদযৰ (মোৰ) তেজৰ কণিকা
তোমাৰ ক্ৰন্দনে নোচোৱে আকাশ??
আকাশ চোৱে। আকাশৰ পৰিধি চুই
আঁকি দিযে কান্দি-ইঁহা প্ৰলম্বিত ৰামধেনু
আশাৰ দীপালী সাজে
তৰাফুলৰ অলেখ চাকিৰে,
তোমাৰ দুহাতে
আজুৰি হৃদয মোৰ আকাশত থাপে
কাংখিত তোমাৰ আকাশত
গলা মমতাৰে ভৰা "পূৰ্ণিমা" জোনালী কৰা
অথবা চন্দ্ৰাযিত কৰা
বেসুৰা (?) বিপ্লৱ গীতি
প্ৰত্যযৰ দীপ্তিৰে গঢ়ি লৈ দিনমণি।
আছেনে হৃদয মোৰ
আপোন কৈ?
নিৰ্ব্বিকাৰ মোৰ 'চকুৰ নীলাভ' সুৰঙ্গৰে
সৰকি পৰে
"তৰাফুলা একোখন নিশাৰ আকাশ"
সুৰঙ্গৰ পৰা কলিজালৈ
গলিত সকলো মমতা
কোনেও নজনাকৈ,
তুমিও নেদেখাকৈ?
তোমাৰ ক্ৰন্দনে নোচোৱে আকাশ??"

—:O:—

মোৰ কৃতকাৰ্যতাৰ খবৰে সকলোকে আনন্দিত কৰিলে। কুমুদ ককাইদেউ, বৌহঁত যোৰহাটৰ পৰা লৰৰি আহিল। ঘৰৰ সকলোৱে মিলি এদিন নিশা মোক এম এ পঢ়ুৱা লৈ আলোচনাত বহিল। এই আলোচনাত কেৱল জোন ককাইদেউহে অনুপস্থিত।

প্ৰথমে কুমুদ ককাইদেউৱে কলে

ঃ "আমাৰ সকলোৱে ভিতৰত তাই পঢ়া-শুনাত ভাল, তাইৰ আগ্ৰহ আছে যেতিয়া আৰু দুটা বছৰ তাইক পঢ়িবলৈ দিয়াই ভাল হ'ব।"

ডাঙৰ নবৌৱে সাংসাৰিক অভিজ্ঞতাৰ ফালৰ পৰা নিজস্ব মন্তব্য ডাঙি ধৰিলে ঃ "মই কিন্তু তাইৰ বিয়াৰ কথাহে চিন্তা কৰিছো। ছোৱালী সময়ত বিয়া বাৰু দিয়া ভাল , বিয়াৰ পাছতো পঢ়া-শুনা কৰিব পাৰিব। .. ... . . তাইৰ যিটোহে শুকান উবান চেহেৰা — সময়ত কেৰেণী, মহৰী এটাকে নেপাম। ছোৱালীৰ চেহেৰা বয়স হৈ অহাৰ লগে লগে হ্ৰতিহে যাব . . ... কটকীৰ ভনীয়েকক নেদেখিলে? এম এ পঢ়িনো কি হ'ল?"

কুমুদ ককাইদেউৰ খং উঠিছিল। কলে ঃ "তুমি ওপৰতে মাত নেমাতিবা চোন , তাই ইমান ভাল কৰিছে, আৰু দুবছৰ পঢ়িলেনো কি হয়? দৰা যদি তাইৰ ভাগ্যত নোলায় – তেনে চাকৰি কৰি খাব। কাৰ কপাল কোনে খায় হে?"

নবৌৱেও একেটা সুৰতে ক'লে ঃ "থৈ দিয়ক হে। চাকৰি। আজি কালি ইমান সহজ নহয় বুজিছে। কত বি এ এম এ পাছ লৰাই চাকৰি নেপাই অনাই বনাই ফুৰিছে। কতই ছুইচাইদ কৰিছে। তদুপৰি অসমীয়াত গণ্ডাই গণ্ডাই এম এ পাছ সদায় ওলাই আছে। তাই ক'ত চাকৰি দাল পাব"

অৱশ্যে নবৌৱে ঠিক কথাকেই কৈছে। দৈনন্দিন জীৱনৰ অভিজ্ঞতাৰ ফালৰ পৰা নবৌৰ কথা পেলনীয়া নহয়। নবৌৱে জীৱনত যি দেখিছে, যি শুনিছে তাকেহে কৈছে। ককাইৰ কিন্তু তাতেই খঙ উঠি গ'ল।

ঃ "তুমি চুপ্ কৰা। বেছি কথা নকবা। চাকৰি নেপালেও নেপাওক, তাই কিন্তু পঢ়িবই লাগিব"

নবৌ মৌন হৈ ৰ'ল। এনেয়েও নবৌৱে ককাইৰ লগত বেচি তৰ্ক নকৰে।

নিশি ককাইয়ে ক'লে ঃ " তাই পঢ়ক ককাইদেউ। তাইৰ পৰিশ্ৰমৰ এটা মূল্য থকা উচিত। তদুপৰি তাই আমাৰ ঘৰ মৰমৰ। তোৰ যদি টকা-পইচা পঠিয়াবলৈ অসুবিধা হয়, ময়ে পঠাম। তয়ো মাজে মধ্যে দি থাকিবি। তদুপৰি বেলিও আজি কালি টাউন হাইস্কুলত সোমাইছে নহয়। – সিও অলপ-চলপ টকা পায়। সিয়ো সহায় কৰিব পাৰিব।"

ঃ "টকাৰ কথা মই চিন্তা কৰা নাই নিশি। টকা যি কোনো প্ৰকাৰে পঠাবই লাগিব। মই ভাবিছো তাই গুৱাহাটীত পঢ়িবনে ডিব্ৰুগড়ত পঢ়িব সেই কথাহে। তাইৰ বা কি মত?"

ঃ "তবা, তই বাৰু ক'ত পঢ়াৰ কথা ভাবিছ?"

নিশি ককায়ে সুধিলে।

ঃ "মই একো ভবা নাই ককাইদেউ আপোনালো কৰ সুবিধা অনুযায়ী পঢ়ালেই হ'ল।"

ঃ"মই ভাবিছোঁ তই ডিব্ৰুগড়তে পঢ়। তালৈ মই মাজে মাজে গৈয়ে থাকো— আকাশবাণী, ডিব্ৰুগডত নাটক কৰিবলৈ। তাত ভালেমান চিনাকি মানুহ আছে। অসমীয়া বিভাগৰ নগেন শইকীয়াও মোৰ ভাল বন্ধু।"

ঃ হ'ব দিযক। মই য'তে ত'তে পঢ়িবলৈ পালেই হ'ল।"

'পঢ়িবলৈ যে পাম' এহ কথাই মোৰ কাৰণে বৰ ডাঙৰ কথা। তেনেস্থলত ডিব্ৰুগড়ত পঢ়িম নে গুৱাহাটীত পঢ়িম— এইবোৰ চিন্তনীয় বিষয় নাছিল। ... ... হাতত নাই কণটো, বৰ সবাহলৈ মনটো" . . হেন কথা।

সকলোৱে আলোচনা কৰি সৰ্বশেষত সিদ্ধান্ত গ্ৰহণ কৰিলে যে মোক ডিব্ৰুগড়ত পঢ়ুৱালেই ভালহ'ব। ডাঙৰ ককাইদেউক বোজা দিবলৈ টান পাই নিশি ককাইদেৱে ঘৰৰ পৰা প্ৰতিমাহে ১১০ টকাকৈ পঠাবলৈ গাত ল'লে। আৰু ডাঙৰ ককাইদেৱেও মাজে মধ্যে ৫০/৬০ টকা যি পাৰে দি থাকিবলৈ গাত ললে।

তাৰ পিচত মোক বিশ্ববিদ্যালয়লৈ পঠোৱাৰ প্ৰস্তুতি চলিল। ডাঙৰ ককাইদেৱে, এটা হলদল, লেপ, তুলি, আঠুৱা, গাৰু, বেডকভাৰ, বেডচিট, আদি কিনি দিলে। নিশি ককাইদেৱে অন্যান্য দৰকাৰী সামগ্ৰী সমূহ যেনেঃ এটা ট্ৰাংক, গাধোৱা চাবোন, কাপোৰ ধোৱা চাবোন, নাৰিকল তেলৰ টিং, টুথ পেষ্ট টুথ ব্ৰাছ, কুমকুম, আৰ্চী, ফনি, মগ এটা, বাল্টিং এটা, ইত্যাদি কিনি দিলে। গৈ পায়ে যাতে মই বিপদত নপৰো তাৰ কাৰনে ককাইহঁত সচেতন হ'ল।

বিশেষ কাপোৰ-কানি নাছিল। যি দুই এখন আছিল তাকে ধুই ইষ্ট্ৰি কৰি ট্ৰাংকত ভৰাই ল'লো। নতুন কাপোৰ কিনাৰ প্ৰয়োজন অনুভৱ নকৰিলো। এজনী ছোৱালী অথবা এজন লৰাক দূৰণিত পঢ়িবলৈ পঠিয়াবলৈ কিমান যে খৰচৰ প্ৰয়োজন — এই প্ৰথম উপলব্ধি কৰিলো। মায়ে নিজহাতে শালত বোৱা কাপোৰ দুসাজ মান বাকছত আছিল , তাকো লগত নিবলৈ উলিয়াই দিলে। এজোৰ আজাৰ ফুলীয়া, আনজোৰ সেউজ বুলীয়া ৰঙৰ। কাপোৰ কেইসাঁজত তৰাৰ দৰে বুটা বছা। গামোছা — দুখন মানো দিলে গা-মূৰ টুকিবলৈ। কৃতজ্ঞতাত মন দোঁ খাই আছিল সকলোৰে প্ৰতি। এই ধাৰ মই সুজিব পাৰিম নে কাহানিবা।

এমাহৰ আগৰ পৰাই ডিব্ৰুগড়লৈ যোৱাৰ প্ৰস্তুতি। খদমদম্ লাগিছে আমাৰ ঘৰত। লগৰ বন্ধু-বান্ধবী, শুভাকাংখী অভিভাৱক সকলেও ঘৰতে আহি খা-খবৰ লৈ ওলগ জনাই গৈছেহি-। কোনো কোনোৱে চাহ খাবলৈ, ভাত খাবলৈ নিমন্ত্ৰণ কৰিছে। মানুহবোৰৰ মৰম দেখি অভিভূত হৈ পৰিছোঁ। যেন মোৰ বিয়াহে পাতিছে!!

মাক এৰি থৈ যাবলৈ মোৰ অতিশয় কষ্ট হ'ব। তদুপৰি এই প্ৰথম দূৰণিত থাকি পঢ়িবলৈ যাম! কোনো আপোন স্বজনৰ ঘৰতে নিশা থাকিবলৈ দিবলৈ টান পায় মায়ে! তেনেস্থলত!! কিন্তু উচ্চশিক্ষা লবলৈ যাবলৈ বৰ হেঁপাহ মোৰ। বৰ আকল। একোবাৰ ভাবো, থাক নেযাওঁ বা পঢ়িবলৈ! কিং হ'ব পঢ়িতুনি। কিন্তু পিচ মুহূৰ্ত্ততে ঘৰৰ এই আয়োজন দেখি বাকৰুদ্ধ হৈ যায় মোৰ!!

নিশি ককাইদেৱে কয়ঃ "তোক পঠিয়াই আমাৰ অন্তৰবোৰ বৰ বিষ্ণা হৈ যাব অ' ভনী। পিছে তই যেতিয়া এম.এ পাছ কৰি ঘৰলৈ ঘূৰি আহিবি ... ... আমিযে কিমান আনন্দ পাম। অচিনাকি ঠাইত বৰকৈ ঘূৰা-ঘূৰি নকৰিবি। আমিতো কাষত নেথাকো। সদায় ঘৰখনৰ কথা মনত ৰাখিবি। আমি যে তুই শালত বহি একেলগে সুখ দুখৰ কথা পাতো ... ... সেইবোৰ কোনো কালেই নাপাহৰিবি"

বেলি ককাইদেৱে একোকে নকয়। কেৱল গোমোঠা মাৰি থাকে। মই যাবলৈ ওলোৱাত সি যে বৰ দুখ পাইছে মই জানো। সি ফুটাই কব নেজানে। তথাপিতো তাৰ চাল-চলনে মোক কয় "সি আন্তৰিক আঘাত পাইছে"

চাওঁতে চাওঁতে মোক বিশ্ববিদ্যালয়লৈ পঠিওৱা দিনটো আহি পালেহি। ওৰেটো নিশা মোৰ চকুত টোপনি নাই। মোৰ কাষতে শুই থকা মাৰো টোপনি নাই। যেন ছোৱালী একেবাৰে উলিয়াই দিবলৈহে ওলাইছে।

পুৱা দোকমোকালিতে উঠিলো। চকুজোৰ পুৰিছিল। আলি-কাষৰ পানীকলটোৰ পৰা দুবাল্টি পানী আনি মূৰ তিয়াই গা ধুলো। নিশি ককাইদেৱে আগদিনা আনি দিয়া নাৰিকল তেলৰ টিনটোৰ পৰা তেল লৈ পাৰেমানে মূৰত ঘঁহিলো। তেহে গাটো অলপ ভাল লাগিল।

৫ বজাতে মায়ে যতনাই দিয়া চাহ-খাই মই মূৰ ফণিয়াবলৈ বহিলো। পুৱা ৭<sup></sup>½ বজাত ডিব্ৰুগড় অভিমুখী বাছ। মাযে চাউল আৰু আলু একেলগে বহাই দিছে। ডাঙৰ নৰৌৰ মাকে দিয়া হাঁহৰ কণী দুটাও ভালকৈ ধুই চাউলৰ লগতে সিজিবলৈ দিছে। মূৰ ফণিয়াই থাকোঁতে বৰ দুখ লাগিছে। গোলাঘাট এবাৰ বেলা অকমান সময়ৰ বাবে, যদি হিৰন্ময়ক দেখা পালো হয়। বুকুখন হম্ হমাই যায়। চাকিৰ শিখাত যিমান কণ সময় হাতখন ৰাখিব পাৰি ... ... মাথো সিমানকণ সময় — তেওঁক দেখা হলেও — শান্তি পালোহেতেন। একেই আকুলতাৰে ওমৰে চাকিক বিচাৰিছিল হয়তো। পৃথিৱীৰ সকলো প্ৰাণীৰে প্ৰেমৰ আকুলতা একেই। প্ৰকাশ ভিন্ন ভিন্ন হ'লেও পৰাণ কিন্তু একেখনেই।

বোকাৰে গঢ়ৰ মাছ বোকাতে ঘূৰিলে
পথাৰত ঘূৰিলে কণ
মনৰ কথা মোৰ মনতে ঘূৰিলে
কবলৈ নেপালো লগ ... ...

মনৰ কথাবোৰ মনতে লৈ এতিয়া ডিবুৰুলৈ যাবগৈ লাগিব। কৰ্তব্যৰ আহ্বান। কোনে বুজিব মোৰ প্ৰাণৰ কথা।

মূৰ আঁচুৰি আঁতাই মুখত অকণ মিঠাতেল ঘঁহি ললো। এই পৰ্যন্ত মুখত মই বজাৰৰ প্ৰসাধন ঘঁহি পোৱা নাই। কেতিয়াবা অকণ মিঠাতেল, কেতিয়াবা গাখীৰৰ সৰ এয়েই মোৰ প্ৰসাধন। বজাৰৰ স্ন-পাউডাৰ ঘঁহি পোৱা নাই। ঘঁহিবৰ হবিয়াসো নাই। সেয়ে নেকি গালত ক'তো এটিও শালমইনা নাই, অথবা বালিচাহি এটিমানো দাগ নাই। নিমজ গাল দুখনি সদায় চিক্ মিকাই থাকে। লগ সমনীয়াই প্ৰশংসা কৰি তত নেপায়।

ককাইদেৱে আনি দিয়া কুমকুমৰ কৌটাটো লব খুজি হতাশ হ'লো। মিঠাতেলৰ ওপৰত

কুমকুমৰ কৌট নথবে। জুইশলা কাঠি এটাৰে অকমান সেন্দুৰকে কপালত ল'লো। উকা কপাল মায়ে পচন্দ নকৰে। মায়ে বোৱা সেউজবুলীয়া কাপোৰসাজ সহজতে পিন্ধি লগতে জিকাবুলীয়া ব্লাউজটোও পিন্ধিলো। দেহসজ্জাৰ সিমানতে সামৰণি মাৰি নবৌৰ লাইক চাইজ আইনাৰ সমুখত বৈ নিজকে এবাৰ চালো। ক্ষিনাংগী মোৰ শৰীৰটো সেউজবুলীয়া কাপোৰ সাজে তুলি ধৰিছে। দীঘল বেণীডালেৰে সৈতে মোৰ নিজকে কোনোবা অচিনাকি গাভৰু যেন লাগিল। মায়ে মোক আজি নেদেখা বস্তু চোৱাদি চাইছে। এই সাঁজত যদি হিৰন্ময়ে দেখা পালে হয়।

গোলাঘাট এৰি যোৱাৰ সময় বিমানে চমু চাপিছে সিমানে মোৰ বুকুৰ হুম্‌হুমনি বাঢ়ি গৈছে। লৰা-ছোৱালীকে এমুঠিমান ভাত খালো। মোক ডিব্ৰুগড়ত থবলৈ নিশি ককাইও যাব। সোণমণি তেতিয়াও শুই উঠা নাই। আঠুৰাৰ তলতে তাক চালো। বুকুভাঙি হুমুনিয়াহ এটা ওলাই আহিল। সি চাগৈ সাৰ পায়ে পেহীয়েকক বিচাৰিব। নবৌ কামলৈ যাবলৈ ওলাইছে - দেৰগাৰলৈ।

মাক প্ৰণাম কৰিলো। মাৰ চকুত পানী জল্‌মলাই আছে। যেন আহাৰৰ মেঘৰ পানী। ... ... তৎকালেই বৈ আহিব। আচলেৰে চকু মছিলে।

ঃ "যা, আই যা। মোৰ কাৰণে সমূলি চিন্তা নকৰিবি ... ... .. গোঁসায়ে মোক চাব ... ... ... তোকনো কি শিক্ষা দিম ... . . শিক্ষা তোৰ বহুতেই আছে ... ... তোৰ বয়সত মই দুটা মান লৰাৰ মাক হৈছিলো মোৰ আই। .. ... তথাপি কওঁ ... .. চকু কাণ সজাগকৈ চলিবি বোলে বাছি খাবা, জাগি শুবা , ... ... বেযা সঙ্গৰ পৰা আঁতৰত থাকিবি ... ... ... যা যা ... ... যোৱাৰ আগতে বৰ-নামঘৰত সেৱা এটা কৰি যা, আজি এখন শৰাই দিছোঁ তোৰ নামত ... ..."

আমাৰ ঘৰৰ পৰা পূবলৈ চাই পঠিয়ালেই দেখা যায় বৰ নামঘৰ , নতুন আমোলাপটি বৰ নামঘৰ। এই নামঘৰৰ লগত আমাৰ অংগাগী সমন্ধ। এই নামঘৰৰ সতে অতীত স্মৃতিৰ বহুতো মালা সযতনে গঁঠা আছে মোৰ।

আশৈশৱ নিতৌ সন্ধিয়া শুনি আহিছো বৰ-নামঘৰৰ দবা-শঙ্খৰ ধ্বনি। পঢ়া-টেবুলতে মূৰ দোঁৱাইছো বৰ নামঘৰৰ প্ৰতি । মায়ে বিৰ্বিৰাই কয় ।। "কণা গোসায়ে অকালতে মানুহটো কাঢ়ি নিলা। দুখুনীৰ আচলৰ ধন পোণা কেইটিক তোমাৰ চৰণ তলৰ অঞ্জল দিয়া প্ৰভু ... ... পোণা কেইটিক মানুহ কৰিবলৈ মোক শকতি দিয়া প্ৰভু" ভবা কোবোৱাৰ লগে লগে আমাৰ বাৰীৰ পিচফালে ওঁতলৰ পিতনি খনত জাক্ জাক্ ডাউক পখীয়ে কোৱা কোৱাকৈ সমবেত সঙ্গীত গায়। বৰ সুমধুৰ সেই সঙ্গীতৰ ধ্বনি।

প্ৰত্যেক সোমবাৰ আৰু বৃহস্পতিবাৰে বিয়লি আয়তী সকলে নামঘৰত নাম ধৰে। বুজন হোৱাৰে পৰা মাৰ আচলত ধৰি নামঘৰলৈ যাওঁ। মাৰ গাৰ কাষত বহি নাম শুনো। শ্ৰদ্ধা বিগলিত কণ্ঠৰ আয়তী সকলৰ হৰি-নাম শুনি আন্তৰিক তৃপ্তি লভো। লগ সমনীয়াৰ পৰা আঁতৰি মাৰ পিচে পিচে এনেদৰে ঘুৰি ফুৰা বাবে সিহঁতে জোকায় ... ... "ঐ মাৰাৰ গাখীৰ খাবলৈ এৰা নাই নেকি?"

ভাদমহীয়া প্ৰতি বিয়লি আয়তী সকলে নামঘৰত নাম গায়। নাম শুনাৰ আগ্ৰহত যয়ো যাওঁ। কেতিয়াবা দুবাৰ এবাৰ লগতে ধৰো। সন্ধিয়া মাহৰ টোপোলা হাতত লৈ ঘৰমূৱা হওঁ।

ভাদমহীয়া মহাপুৰুষ দুজনাৰ তিথিত অভীয়া ভাওনা পাতে। জাক ডেকা লৰা আৰু

বুঢ়া-খেৰা যেয়ে যেনেকৈ পাৰে বচন ভগাই লয়। বচন ভগোৱা লৈ কাজিয়া হয়, কেতিয়াবা মাৰ পিটো হয়। সকলোকে বীৰৰ ভাওহে লাগে। তিৰোতা আৰু সৰুসুৰা ভাও কাকো নেলাগে। সৰু কালত বেলি কৰকাইদেউৰ সতে মহো যাওঁ প্ৰতি নিশা ভাওনাৰ আখৰা চাবলৈ। আখৰা চাবলৈ বৰ ভাল লাগে।

ভাওনাৰ দিনা ওৰে-নিশা চকুৰ টিপ্ নমৰাকৈ ভাওনা চাওঁ। সেইদিনা নামঘৰৰ পদূলিত কলপুলি পুতি সুন্দৰকৈ সজোৱা হয়। নামঘৰৰ মুখৰ আলিত শাৰী শাৰী অস্থায়ী দোকান দিয়া হয়। তামোল-পানৰ, ভিওৱা-বুটৰ, ভজা-বুটৰ, বিড়ি-চিগাৰেট আদিৰ দোকানৰ উপৰিও — মাছ-মৰ্টন, চেনীগুটি, নকুলডানা, জেলেপী, খুৰ্মা, ফট্‌কা - ফুলজাৰি, বেলুন, পুতলা, বাতাছা-পকোৰি আদিৰ দোকান দিয়ে।

আৰু গাভৰু -ছোৱালী, ডেকা লৰা, চেমনীয়া লৰা, উৎসৱৰ পোচাক পিন্ধি তহল দি ফুৰে, দোকানৰ মুখে মুখে জুম বান্ধে। হাঁহি কিৰিলিৰে নামঘৰ-প্ৰাঙ্গন মুখৰিত হয়। যেন যৌবনে চালিধৰি নাচিছে। অকল যৌবনেই নহয়, শিশু সকলে দৌৰা-দৌৰি কৰি ফুৰে, বুঢ়া-বুঢ়ী সকলেও নামঘৰলৈ ঢাপলি মেলে , ভাওনা চোৱাৰ আগ্ৰহ সকলোৰে একেই , মুঠতে উৎসৱৰ আনন্দ , ৰঙৰ মেলা।

যথা সময়ত ভাওনা ঘৰ লোকে-লোকাৰণ্য হৈ পৰে। বিশৃংখলতাৰ সৃষ্টি নহ'বলৈ পুৰুষ-মহিলা ভাগে ভাগে বহিবলৈ ভাওনা-কমিটিয়ে ঠাই ঠিক কৰি দিয়ে। মানুহ ভাগে ভাগে বহিবলৈ, বহুৱাবলৈ ডেকা লৰা নিয়োগ কৰা হয়। ঠায়ে ঠায়ে বাঁহ বান্ধি ভাগ ভাগকৈ বহাৰ পৰিবেশ সৃষ্টি কৰা হয়। নামঘৰৰ ভিতৰ-ভাগ যথেষ্ট বহল-আহল কাৰণে মানুহ বহিবলৈ অসুবিধা নহয়। তথাপিতো হেঁচা-খেলা, হৈ হাল্লা, হাই-উৰুমিৰ শেষ নাই।

গায়ন-বায়নৰ জোৰা উঠাৰ লগে লগে ৰাইজ নিতাল মাৰে। সৰু-ধেমালী, বৰ ধেমালী অনুষ্ঠান আৰম্ভ হয়। তিনি-চাৰি জোৰা গায়ন-বায়নৰ শব্দত কাৰো মাত ক'তো নুশুনি। কাণ তাল মাৰি ধৰে। কোনোবাই কাৰোবাক কিবা ক'ব লগা হ'লেও আকাৰে ইঙ্গিতেৰেহে ক'ব লগা হয়। গায়ন-বায়নৰ অনুষ্ঠানৰ শেহতেই সূত্ৰধাৰী নৃত্য। নেগেৰা বায়নৰ পুতেক অনিলেই সদায় সূত্ৰধাৰী নাচে। কলা চানেকীয়া অনিলৰ মুখৰ গঢ় বৰ সুন্দৰ। তাক পোচাক-পাতি পিন্ধায় দিলে বঢ়িয়া দেখি। অনিলৰ বাহিৰে এই অঞ্চলত কেৱে ইমান ধুনীয়া সূত্ৰধাৰী নাচিব নেজানে। সূত্ৰধাৰ ওলালেই নামঘৰ কাঁহ পৰি জিন যোৱা নিমাত নিতাল। ৰাইজে অপলকে চাই ৰয় অনিলৰ সূত্ৰধাৰী নৃত্য।

সমগ্ৰ নিশা উজাগৰে ভাওনা চাওঁ। পোহৰ পোহৰ হোৱাৰ লগে লগেই ভাওনাও শেষ হৈ আহে। এই অঞ্চলৰ ভাওনা বৰ বঢ়িয়া হয়। ভাওনা চাবলৈ দূৰ-সুৰণিৰ মানুহ আহে। ৰজাৰ ভাও, দৈত্যৰ ভাও, ৰাণীৰ ভাও, দেৱতাৰ ভাও, বহুৱাৰ ভাও সকলো নিখুঁত হয়। দৈত্য-দানৱৰ ভৰিৰ গোৱোহনিত নামঘৰৰ মাটি তল ওপৰ হয়। কেঁচা-মজিয়া ফাঁটি চিৰাচিৰ হৈ ধূলি উৰে। ... ... কেচুৱা বোৰে ভয়ত কান্দিবলৈ ধৰে। ... ... আকৌ বিলাপ গীতত আটায়ে চকুপানী টোকে।

... ... বহুবেকীয়া বৰ-সবাহতো ভাগ লওঁ। বৰ-সবাহৰ ডাঙৰ অনুষ্ঠান। ... চান্দা দিব নোৱাৰিলেও আমি কাহানিও বাদ নপৰো। প্ৰত্যেকটো অনুষ্ঠানতে উৎসাহেৰে ভাগ লওঁ। বৰ সবাহৰ পকা মিঠৈ, চুজিৰ সোৱাদ আজিও জিভাত লাগি আছে।

... ... মাজে-সময়ে সত্ৰৰ-গোসাঁই আহে নামঘৰলৈ। লগত দুই-চাৰি ভকত। নামঘৰৰ অতিথি-শালাতে তেওঁলোকক ৰখা হয়। ৰাইজে দেৱতা-দেখাদি দেখে। আল-পৈচান ধৰে। চুবুৰীয়াই সিধা পাতি দি গোসাঁইৰ খোৱা-বোৱাৰ যোগান ধৰে। অতিথি শালাতে সিবিলাকে টো-খুতি মাৰি ভাত ৰান্ধি খায়। কোনো কোনোৱে গৈ শৰণ ভজন লয়।

গোঁসাই আহিলেই নামঘৰ-কমিটিয়ে এখন ৰাজহুৱা সভাৰ আয়োজন কৰে। গোসাঁই চাবলৈ, তেওঁৰ গুৰু-গম্ভীৰ সজ কথা শুনিবলৈ নামঘৰ ৰাইজেৰে ভৰি পৰে। দাহো-বন কাটি কৰি ৰাইজ অফলা-ভাগি আহে। দূৰ-দূৰণিৰ গাৱঁৰ পৰাও ৰাইজ আহে। যেন সৰগৰ পৰা কৃষ্ণ-গোসাঁইহে মৰ্ত্ত্যলৈ নামি আহিছে।

গোসাঁইক দৰ্শন কৰিবলৈ ৰাইজৰ মাজত থেলা-হেচাঁ লাগে। তেওঁৰ চৰণ-ধুলা শিৰত লব পৰাতো ৰাইজৰ কাৰণে পৰম ভাগ্য। সেযে ৰাইজে হৈ, চৈ খন কৰে, হেতা-ওপৰাথন কৰে। তেওঁৰ ভৰি ধুওৱা পানী খাবলৈ মানুহে হতা-হতি লাগে। ৰাইজৰ বিশ্বাস তেওঁৰ চৰণ-ধুলা ললে, পদ-জল খালে ৰোগ ব্যাধি দূৰ হয়। মানুহে-মানুহে হতা-হতিৰ দৃশ্য চাবলৈ আমোদ জনক।

বেলি ককায়ে কয়,"লোকৰ ভৰি ধুওৱা পানী কেলেই খাম, নেখাও, বেমাৰ ক'ত ভাল হ'ব– বেছি হ'ব।"

.. ... গোসাঁই মণিকূটৰ কাষত ফুলাম-দলিছাত বহি থাকে। দুজন ভকতে কাষতে বহি ম'ৰা-পাখিৰ বিছনিৰে বা দি থাকে। বৰ-শুৱনি মানুহ গোসাঁই। যেন তেজ গোৰা বেলি। চালে চাই থাকিবৰ মন যোৱা। তেওঁ ৰাইজৰ বাবে শুৱলা জ্ঞান-গৰ্ভ ভাষণ দাঙি ধৰে। ৰাইজে নিতাল মাৰি শুনে। কেৰে কেৰে, গোসাঁইৰ প্ৰতি ধৰ্মমূলক, বা সংস্কৃতি সৰ্ম্পকীয় প্ৰশ্নও কৰে। গোসাঁইয়ে খৰচি মাৰি বুজাই দিয়ে। কেতিয়াবা বেমাৰ-আজাৰৰ কাৰণে বনযৌধিৰো দিহা দিয়া মনত পৰে।

... ..... .... .... .... .... .... ....

গোলাঘাট চহৰ এৰি যাবৰ বেলিকা এই সকলো কথা মনলৈ আহিছে। অতীত স্মৃতিৰ ৰোমন্থনে মন বিষাদ-গ্ৰস্ত কৰি তুলিছে। আজন্মৰ স্মৃতিৰ লীলাভূমি গোলাঘাট চহৰ।। বৰ নামঘৰৰ সমূহ স্মৃতি।। আগুৰি ধৰিছে মোক। সেই সমূহ আজিও কেঁচা হৈ আছে মনৰ গহনত।

বৰ নামঘৰৰ মণিকূটৰ সমুখত আঁঠু ল'লো। চকুলো ওলাল। কমালেৰে তভা তৈয়াকৈ মচি ল'লো। যাত্ৰা কালত হেনো লোতক বেয়া।

বেলি ককায়ে এখন ৰিক্সা ৰখাই থৈছিল। তাতে মোৰ ট্ৰাংক, বেডিং, আদি তুলি নিশিককাই আৰু ময়ো উঠিলো। বেলি ককায়ে চাইকেলখন লৈ পিছে, পিছে যাবলৈ সাজু হ'ল। মাৰ মুখলৈ চাবলৈ সত নগল। হিয়া-খন মোচৰ খাই উঠিল।

ঃ"মা আহিলো, নবৌ যাওঁ, মাৰ যত্ন ল'ব।"

কোনো ৰকম ইমানকে কৈ যাবলৈ ওলালো। ৰিক্সা চলিল। বিমলা মাষ্টৰণীৰ ঘৰৰ কাষতে আলিটো ঘুৰিছে। আলি কেকুৰীটোৰ পৰা পিছলৈ ঘুৰি চালো। মায়ে বাঁহৰ জপনা খনত ভেজা দি একেথৰে আমাৰ ফালেই চাই আছে। শুকান শৰীৰটো বৈ বৈ কপিছে। হয়তো কান্দিছে। মাৰ চকুৰ মণি আজি কোনে কাঢ়ি লৈ যায়।। মাৰ বুকুৰ মাণিক আজি ক'লৈ যায়।। ... ... মায়ে বা কি ভাবিছে ... ... আজি নিশা মায়ে কাৰ শৰীৰৰ উমত টোপনি যাব। ... ... আৰু এনে বহুতো নিশা

কেনেকৈ পাৰ হ'ব ... ...

নিশি ককাই নীৰৱ। পিছে পিছে বেলি ককাই। চিনাকি হাইস্কুল খন, চিনাকি বৰ পুখুৰীটো (যি পুখুৰীৰ কাষে কাষে জিন্নাৰ সতে গধুলি ঘৰ-মূৰা হৈছিলো) চিনাকী উদ্যান খন (য'ত শৈশৱত খেলিছিলো) ... সকলো পাৰ হৈ আহিলো। গোটেই বাট-চোৰা কান্দিলো। শব্দ-হীন কান্দোন। নিশি ককাইৰো চাগে দুখ লাগিছে।

বাচত উঠাইয়ে বেলি ককাই যাবলৈ ওলাল। এক-মুহূৰ্ত্তও যেন নৰ'ব।

"মই যাওঁ ভনী। ভালকৈ থাকিবি। চিঠি দিবি। দিগদাৰ হ'লে মোক মাতিবি, মই যাম। শৰীৰৰ যতন লবি" উশাহ নসলোৱাকৈ খৰ্‌খৰকৈ কথা-কিষাৰ কৈ সি অকনো নৰল। কোৱা-কেৰিকৈ চাইকেলত উঠি সি গ'লগৈ। মই জানো তাৰ বেজাৰ লাগিছে। অন্তৰে অন্তৰে সি কান্দিছে। অন্তৰৰ বেজাৰ সি বাহিৰত নেদেখুৱায়। বেলি-ককাইৰ সতে কৰা ধেমালি-ধুমুলা বোৰ, কাজিয়া বোৰ, চুলি টনাটনি, মৰা মৰি এইবোৰে মোক এতিয়া আমনি কৰিছে।

বাচে চলিবলৈ ধৰিলে। কেনিও নেচাই থম্ থম্‌কৈ বহি থাকিলো। যেন বাৰিষাৰ গোমোঠা আকাশ। বুকুত ক'লা ক'লা ডাৱৰ। নিশি ককাযেযো মনে মনে আছিল। চেৰেঙ চেৰেঙকৈ মনত পৰিছে -- জোন ককাইলৈ। সি বাৰু এতিয়া কি কৰি আছে। মদৰ নিচাত আচ্ছন্ন হৈ ৰাষ্টাৰ কাণত পৰি আছে নেকি? গোলাঘাট এবাৰ বেলা তাকো যদি দেখিলো হেতেন। সি ভালে আছেনে। সি ৰ'তেই নাথাকক,-- ভালে থাওক। মাৰ বুকু জুৰাবলৈ সি কুশলে থাওঁক!!

বাচ চলাৰ লগে লগে দুখবোৰ পাহৰিবলৈ "বৰণীয়া মানুহ, স্মৰণীয় বিচাৰ" খন মেলি ল'লো। নিসঙ্গতা তথা বেদনাৰ বিকল্প কিতাপ। কিতাপেই মানুহৰ একমাত্ৰ সঙ্গী, যিয়ে কাহানিও নঠগে। কিতাপৰ পৃষ্ঠাত মন ডুবি থাকিলে বেদনাই দিগদাৰী দিব নোৱাৰে।

... ... ... ... ... ... ... ...

দুপৰ বেলা ডিব্ৰুগড় চহৰ পালোহি। বাছৰ পৰা নামিযেই, হোটেলত দুপৰৰ আহাৰ খালো।

এক নম্বৰ ছাত্ৰী নিবাসত মই চিট পাইছোঁ। বিশ্ববিদ্যালয খনৰ নিচেই কাষতে অট্টালিকাটো। এই ছাত্ৰী নিবাসত ভালেমান সা-সুবিধা আছে। এজনীয়া কোঠা। কোঠাত দৰকাৰী সা-সৰঞ্জাম ইত্যাদি। তদুপৰি পঢ়াৰ পৰিবেশ আছে। নিশি ককাইদেৱে ছাত্ৰী নিবাসৰ Warden ক মোক গতাই দিলে। তেওঁৰ নাম শ্যামা দাস। সচেতন মহিলা। দেখিলেই বুজিব পাৰি। মানুহগৰাকী কেচ মাৰ্জিত সম্পন্না মহিলা।

বাবৰ পৰত নিশি ককায়ে মোৰ গায়ে-মূৰে হাত ফুৰাই বিদায় ল'লে। একোকে নকলে। নিশাৰ বাছত সি যাবগৈ।

বাৰ্ডগাল জনীয়ে Warden ৰ পৰা ছাবি আনি মোক কোঠালিটো দেখুৱাই দিলে। কোঠালীৰ নম্বৰ ১১০। অকলশৰীয়া এজনীয়া কোঠা। নিজা কোঠালিটো পাই ভাগৰে মোক হেঁচা মাৰি ধৰিছে। ইতিমধ্যে চৌদিশ আন্ধাৰে আৱৰি আনিছে। লাইটটো জ্বলাই দিলো। হলদলটো খুলি বিচনাখন পাৰি ললো। জীৱনত প্ৰথম বাৰৰ বাবে নিজাকৈ এটা কোঠালীৰ অধিকাৰী হ'বলৈ পাই মোৰ নখে আনন্দ লাগিল।

বৰ সুন্দৰ কোঠালিটো। চকী-টেবুল এজোৰ, কিতাপ থোৱা ৰেক এখন, মূৰৰ ওপৰত,

বিজুলিবাত্তি, বিজুলী পাংখা; বেৰৰ লগত সংলগ্ন আলমিৰা এটা; মুঠতে পঢ়িবৰ কাৰণে সকলো সা-সুবিধা আছে। ইফালে-সিফালে চকু ফুৰাই চাই মনটো মোৰ ভৰি আছিল।

বিচনাত দীঘল দি পৰিলো। এটি এটিকে সমস্ত দিনৰ সকলো ছবি মনলৈ আহিল। ভোকো লাগিছে। উঠিবলৈ এলাহ লাগিছে। মায়ে আমুলৰ টিন এটাত নাৰিকলৰ লাড়ু আৰু তিলপিঠা কিছুমান ভৰাই দিছিল। ... আকৌ মাৰ স্মৃতি। মায়ে বাৰু এতিয়া কি কৰি আছে? কেচা খৰি ফুঁৱাই ফুঁৱাই ভাত ৰান্ধিছে নেকি? ... ... ... যন্ত্ৰনাত মোৰ মনে চেপা খুটি পাৰিবলৈ ধৰিলে ...। ... ... অথবা নাতিনীযেকক কোলাত লৈ নিচুকণি গীত গাইছে:

টোপনি টোপনি অ' আই টোপনি
টোপনিৰ কলৰ তলত ঘৰ
সকলো ৰাইজৰ টোপনি আহিছে
সোণমণিৰ চকুতে ধৰ।।
... ... ...
আমাৰ মইনা সৰু ৰাখে বৰে গৰু
এচাৰি হেৰুৱাই কান্দে,
এচাৰি ভাঙিব জগৰো লাগিব
লৰুৱাই আনিব গৰু ... ...

... ... অথবা মায়ে মোৰ কথাকে ভাবি-চিন্তি নেখাই-নবৈ বিচনাত পৰি আছে নেকি? হায়। হায়! কি কৰো মই।!

হিৰন্ময়ে বাৰু কি ভাবিছে? মইযে তেওঁক আহিবৰ সময়তো লগ নেপালো। তেওঁৰ খং উঠিছে নেকি? তেওঁ এখন চিঠিকে দিব পাৰিলে হেতেন।

দুখ, বেজাৰ, ভাগৰ অভিমান, ভোক সকলোৱে জুমুৰি দি ধৰিছে। আমুলৰ টিনৰ ভিতৰত নাৰিকলৰ লাড়ু আৰু তিল-পিঠাবোৰে মোক-খা, মোক-খা কৰি আছে। উঠি গৈ আমুলৰ টিন খুলি লাড়ু-পিঠা খাবলৈ মনত উদ্যম নাই। হেঃ কোনোবাই দিয়া হ'লে। লাহে লাহে টিন্ টিনাকৈ টোপনি ধৰিছে। ... ... ...

হঠাতে দুৱাৰত টোকৰ পৰিল। টক্ টক্ টক।

কোন আহিলে বাৰু? কেইটা বাজিলে বাৰু?

হাতঘড়ীটোলৈ চালো। ৬ বাজি ৪৫ মিনিট। এই হাতঘড়ীটো মোক কুমুদ ককায়ে কিনি দিছে। বি.এ. পৰীক্ষাৰ ৰিজাল্ট দিয়াৰ পিছত। বৰ ধুনীয়া দেখিবলৈ। মোৰ জীৱনৰ এইটোৱে প্ৰথম হাতঘড়ী। অলংকাৰ বিহীন মোৰ সুগোল হাতখনত ঘড়ীটো তৰাই আছে। — — —

টক্ টক্ টক । হেঃ টোপনিটো ভাঙি গ'ল। দুৱাৰখন খুলি এজন অচিনাকী মুখ দেখা পালো।

: "আহক ভিতৰলৈ।"

: "এতিয়া নেলাগে। আপোনাক আমাৰ মালিকে Visiting কাৰ্ডখন দিছে — এইখিনি

আহক ... ... সেইযে Warden ৰ কাষৰ বহল-আহল কমটো তালৈ।"

: "কোনে মাতিছে বাৰু?"

: "Final year ৰ ছাত্ৰী সকলে আপোনাৰ লগত লতে চিনাকি হ'ব খোজে। এতিযাই মাতিছে।"

ছোৱালী জনী গ'লগৈ। অকনো নৰ'ল। মোৰ সন্দেহ হ'ল— ৰেগিং কৰিব ছাগে। যাওঁনে নেযাওঁ বাৰু। আজি প্ৰথম আহি পাইছোঁ। ইমান দূৰণিৰ পৰা। দুখ-ভাগৰ পলোৱাই নাই। ইফালে ঘৰ এৰি অহাৰ বেজাৰ। আজিযেইনো মাতিব লাগেনে? কাইলৈ মাতিলে কি হয়? কিন্তু দুটা বছৰ মই ইয়াতেই থাকিব লাগিব। তেওঁলোকৰ সতে চিনাকী নহ'লে কেনেকৈ থাকিম? বিপদে-আপদে তেওঁলোকেই মোক সহায় কৰিব। ভয়ো লাগিছে খুব। কি'বা কৰে। ৰেগিংৰ বিষয়ে ভালেমান কথা শুনিবলৈ পাওঁ। সেয়ে ৰেগিংৰ প্ৰতি দুৰ্ঘোৰ বিতৃষ্ণা মোৰ।

.. ... শেহত মৰণত শৰণ দি দুবাৰ খন তলা মাৰি যাবলৈ ওলালো। বুকুত দুৰু দুৰু কপনি। ভয় ভয় ভাব।।

নিৰ্দিষ্ট কোঠাৰ দুবাৰত টোকৰ মাৰিলো।

:"সোমাই আহক।" সমস্বৰে চিঞৰি উঠিল। ভীতা হৰিণীৰ দৰে সোমাই গ'লো।

প্ৰায় এশ-ডেৰশ ছোৱালী বহল কোঠাটোত ঘূৰণীয়াকৈ চকিত বহি আছে। মাজৰ ঠাইডোখৰ খালি। এখন চকী পাৰি থোৱা আছে। কোঠাটো বেছ আহল বহল।

মই সোমাই যোৱাৰ লগে লগে তেওঁলোকে হাঃ হাঃ কৈ উচ্চস্বৰত হাঁহিবলৈ ধৰিলে। উচপ্ খাই উঠিলো মই। কিযবা হাঁহিছে এওঁলোকে। মইনো কি কৰিলো। অপ্ৰস্তুত হৈ বেঙাৰ দৰে সেহা-বেঙা কৰিবলৈ ধৰিলো। কিবা ভুল হ'ল নেকি মোৰ। নে মই কিবা অস্বাভাৱিক আচৰণ কৰিছোঁ। একো তৎ-ভৎ নেপাওঁতেই এজনীয়ে ক'লে

:"একেবাৰে ভাৱৰীয়াৰ দৰে ওলাইছেহি। কি ভাও দিয়ে বা।"

: "ক'ৰ বা এখেত — দেখিলে আজি মেডিকেলৰ পৰা Release দিয়া বেমাৰী যেন লাগে।"

: "চকু দেখোন ঢেল খালেই, পৰিবই নেকি এতিয়া—— অনিমা, ধৰ্ ধৰ্।"

তেওঁলোকে এনেদৰে বিভিন্ন কথা কবলৈ ধৰিলে। হে হৰি। আজি কিহৰ পাল্লাত পৰিলো মই! এয়া আকৌ কেনে ধৰণৰ ব্যৱহাৰ।। নিঃশব্দে ঠিয় দি ৰ'লো। অভিজ্ঞতাৰ পৰা শিকিছোঁ। - —অবাস্তৱ কথা লৈ মানুহে যেতিয়া উপলুঙা কৰে — তেতিয়া নীৰৱতাতেই শ্ৰেয়। এই আচহুৱা ব্যৱহাৰে কান-মূৰ তপত কৰিলে। ভাগৰত জঁই পৰি গ'লো— যেনেদৰে জেঠৰ খৰত লেবেলি পৰে ফুলৰ গছ।

: "বহক। নবহে কিয়। ঠিয় দি ৰ'বলৈ মতা নাই নহয়—" এগৰাকীয়ে ধমক্ দি উঠিল।

মৰম লগা চেহেৰাৰ ছোৱালীজনীৰ মুখত এনে খহতা নিষ্ঠুৰ ধমক্ শুনি দুখ পালো।

বহিলো। একো ভাবিবলৈ আহৰি নিদিয়াকৈ এজনীয়ে তপৰাকৈ সুধিলে খৰকৈ। যেন বামুনে মুখৰ ভিতৰতে পূজাৰ শ্লোকহে মাতিছে।

ঃ"আপোনাৰ নাম-ধাম-গতি-গোত্ৰ এফালৰ পৰা কৈ যাওঁক। নবৰ-কৰ্ত্তৃক।"

মনৰ বেজাৰ চন্তালি যথেষ্ট বিনীত ভাবে ক'লো।

ঃ "মোৰ নাম তৰা— তৰা দত্ত।

মোৰ ধাম গোলাঘাট চহৰ। নতুন আমোলাপট্টি। গতি মোৰ গোলাঘাটৰ পৰা –ডিব্ৰুগৈল পঢ়িবৰ বাবে। গোত্ৰ কাশ্যপ।"

ঃ"আহ্। বৰ মুখচোকা ছোৱালী। দন্দুৰী ক'ৰবাৰ। কেনেকৈ মুখ-জোকাৰি কথা কৈছে ৰঞ্জিতা, চাচোন।"

ঃ"এতিয়াই ঠাণ্ডা নবনালে আমাৰে বিপদ। ৰঞ্জিতা নামধাৰী গাভৰুৱে ক'লে। বুজিলো সেই মৰমলগা, সুন্দৰী ছোৱালী জনীৰ নাম ৰঞ্জিতা। ইমান সুন্দৰ চেহেৰাৰ ছোৱালী জনীয়েয়ো নির্মম ব্যৱহাৰ কৰিব পাৰে।।

ঃ "বিহ্-গছৰ পোখা গুৰিতে উঘলা ভাল"

ঃ "ঠাণ্ডা বনাবলৈ কেতপৰ। খেতেকেশ্বৰীয়ে আমাক জনা নাই। মাইকী-বাপেকীৰ বিযা দেখুৱাই দিম।"

হায়। আজি কি দশা মোৰ। জড় পদাৰ্থৰ দৰেই তলমূৰা হৈ বহি ৰ'লো। বুজিলো আজি কি ঘটে ঠিক নাই।

ঃ "এখেতক কি আমি "আপুনি" বুলিযেই সম্বোধন কৰি থাকিব লাগিব নেকি। বৰ অহঙ্কাৰী জিনিছ দেই।

ডাঙৰক কেনেদৰে ব্যৱহাৰ কৰিব লাগে নেজানে। মাৰ বাপেৰে এইবোৰকে শিকাইছে? অপদাৰ্থ কৰবাৰ।।"

ঃ"বাইদেউ। মোৰ দোষ হৈছে। মোক আপোনালোকে তুমি বুলিয়ে মাতিব"

ঃ"বাইদেউ চেলাবলৈ আহিছা? কাৰ ফালৰ বায়েৰ হ'লো কোৱাচোন? বাইদেউ বুলিয়েই সাত-খুন মাফ্ নহয় বুজিছা? আচল কথা ভদ্ৰতা জ্ঞান। তোমাৰ সামান্য ভদ্ৰতা কণৰো অভাৱ। ডাঙৰক সন্মান কৰিব নেজানা।"

ঃ"বাৰু কোৱাচোন! তুমি কেতিয়াবা প্ৰেমত পৰি পাইছানে?"

ঃ"প্ৰেম কি বস্তু জানানে?"

ঃ "প্ৰেমত পৰা মানুহৰ মানসিকতা কেনে?"

তিনিফালৰ পৰা তিনিজনীয়ে সমস্বৰে আটাহ পাৰি উঠিল। যেন কাউৰী বাঁহতহে জুই লাগিল। এতিয়া কোনটো প্ৰশ্নৰ আগতে উত্তৰ দিম। মই বিবুধি হ'লো। কঁপা কঁপা ওঁঠেৰে ক'লো।

ঃ"সাধৰণতে যৌৱন কালত নাৰী আৰু পুৰুষৰ মাজত পৰস্পৰৰ প্ৰতি যি মিলন-আকাংখ্যাৰ সৃষ্টি হয়— তাকে সাহিত্যিক ভাষাত প্ৰেম বোলে।"

ঃ"হেৰৌ সাহিত্যিক ভাষাতহে প্ৰেম বোলেনে? আমি গাৱলীয়া বোৰে গাঁৱলীয়া ভাষাত কি বুলিম হেঁ?

ঃ "পীৰিতি।" ... ... নম্ৰভাৱে ক'লো। হাঁহিৰ গিৰ্জ্জনীত Visiting কম তালকাল হ'ল।

ঃ "বাকী বোৰ কৈ যোৱা ৰ'লা কিয়?"

ঃ "মই প্ৰেমত পৰি পাইছোঁ। এতিয়ালৈকে বহুবাৰ প্ৰেমত পৰিলো। জন্ম হৈয়ে আইৰ প্ৰেমত পৰিলো, লাহে লাহে ককাইহঁতকো ভাল পাবলৈ শিকিলো, বুজন হোঁৱাৰে পৰা যেয়ে মোক মৰম কৰে, আদৰ কৰে তাকো মই ভালপোৱা মৰম দি আহিছোঁ। ... .. আৰু মোৰ নিচলা দেশ মাতৃক যাৰ-বায়ু- পানী সেৱন কৰি জীৱন ধাৰণ কৰিছোঁ— তেওঁকো মই অকুণ্ঠচিত্তে ভাল পাওঁ।"

ঃ "আকৌ বোলে তুমি কৈছা, যৌৱন কালতহে প্ৰেম জাগে?"

ঃ "হয় বাইদেউ, সহজাত অৰ্থত যৌৱন কালতহে প্ৰেম জাগে। কিন্তু ইয়াক সাৰ্ব্বজনীন অৰ্থতো ব্যৱহাৰ কৰা যায়।

ঃ "জানো তুমি এইবোৰ কি 'সাৰ্ব্বজনীত' প্ৰেম উলিয়াইছা, নুবুজো আমি . . এতিয়া কোৱাচোন প্ৰেমত জপিয়াই পৰেনে পিছলি পৰে।

ঃ "কেতিয়াবা জপিয়াই পৰে, কেতিয়াবা পিছলি পৰে'

ঃ "বাৰু তুমি জপিয়াই আহি মোৰ কোলাত পৰি দেখুৱাই দিয়াচোন কেনেকৈ প্ৰেমত পৰে?"

ঃ "দৈহিক ভাৱে জপিওৱাৰ কথা কোৱা নাই বাইদেউ, মনেৰে।"

ঃ "আও, বৰ কথা দেখোন। মুখ চম্ভালি কথা কবা। একেপাত চৰতে মুখ-ভাঙি দিম। কথা লাহে লাহে ভালকৈ ক'বা। নম্ৰ ভাবে" ৰঞ্জিতা নামৰ নিষ্ঠুৰ ছোৱালীজনীয়ে ক'লে।

ঃ "বহা— মাটিত বহা। আঁঠু কাঢ়া। কাণত ধৰি বহি থাকা" এজনীয়ে ক'লে।

ঃ "হেই, কাণত ধৰি মাটিত নবহা কিয়? চোঁচোৰাই আনিম চাবা আক'— উঠা ভালে ভালে" ৰঞ্জিতাই মোক চোঁচোৰাই আনিবলৈ উদ্যত হ'ল।

লাহে লাহে চকীৰ পৰা উঠিলো। উচ্চ শিক্ষা লবলৈ অহা সুন্দৰী সকলৰ প্ৰতি বিতৃষ্ণা ওপজিল। হায় হায়! ঘৰলৈ মনত পৰিল। ওঁঠ কামুৰি সম্বৰণ কৰিলো উদগত ক্ৰন্দন। হয়তো মোৰ মুখ-ছবি বিকৃত হৈ পৰিল। ...

ঃ "কি কাণ কলা নেকিহে? কাইলৈ ওলাবা। মেডিকেললৈ? যি কৈছোঁ তাকে কৰা— কথা বেয়া হ'ব— চুলিত ধৰি ..." ৰঞ্জিতাই আহি চুলিত ধৰিলেহি।

কাণত ধৰি মাটিত আঁঠু কাঢ়িলো। ইহঁতৰ কথা নুশুনিলে মৰণ আজি। ভাগৰে জুৰুলা কৰি আনিছে। তাতে আকৌ ভূতৰ ওপৰত দানহৰ আক্ৰমণ। বোলে "এনেই মৰিছোঁ, ঋষিৰ শাপত। তাতে আকৌ দিছা ধানৰ ভাপত।"

ইজনীয়ে সিজনীয়ে মোৰ কাণত ধৰা চাই গাত ঢলি ঢলি পৰি হাঁহিবলৈ ধৰিলে। দুচকু মোৰ পানীৰে ওপচি পৰিল। ঘড়ীলৈ চালো — ৭ বাজি কুৰি মিনিট গ'ল। হে ঈশ্বৰ! মই কেতিয়া মুক্তি পাম! মোৰ অকণি নিৰল কমটোলৈ কেতিয়া যাবলৈ পাম! কিছু সময় নিৰৱ।

ঃ "এই মিনা আৰম্ভ ক'ৰ আক' —। বৰ কম হৈছে জমা নাই। আৰু দে অলপ।"

ঃ "হেৰা তুমি গীত গাব জানানে?"

ঃ "নেজানো"

ঃ "ইস জন-গন-মন"ও নেজানানে? বৰ লাজৰ কথা দেই। ভাৰতৰ ৰাষ্ট্ৰীয় সঙ্গীতটোও যদি নেজানা, অসমীযাত এম এ পঢ়িবলৈ অহাটো বৰ পৰিতাপৰ কথা। গোঁৱা— জন গন মন।"

ঠিয় দি গাবলৈ ধৰিলো—জনগনমন অধি নাযক জয় হে ... ...

ঃ "আমি নোকোৱাকৈয়ে কিয় ঠিয় দিলা তুমি! বৰ সাহ দেখোন। তুমি কেৱল অভদ্ৰই নহয়, মূৰ্খও।"

ঃ "ৰাষ্ট্ৰীয সঙ্গীত ঠিয হৈ গাব লাগে।"

ঃ "ইস্ বৰ কথা শিকাবলৈ আহিছে। একেবাৰে পণ্ডিতজনী ওলাইছে' এটাও চৰ খোৱা নাইযে। লপা থপা খালেহে মতি গতি শুদ্ধ হ'ব।"

ঃ "বাৰু উৰুলি দিযাচোন"

ঃ "উলু-উলু লু লু।" দুখত মাতটো কঁহি-চিটি ওলাইছে।

ঃ "এতিযা অলপ বিহু নাচাচোন।"

ঃ বাইদেউ, বৰ ভাগৰ লাগিছে। কাইলৈ নাচিলে নহ'বনে? আজিৰ কাৰণে ৰেহাই দিয়ক"

ঃ "বেচি কথা নকবা। যি কৈছোঁ বিনা প্ৰতিবাদে কৰি যোৱা।"

ঃ "কথা মতে কাম নকৰিলেPunishment বেছি হ'ব" এজনী হৃষ্ট-পুষ্ট বলীষ্ঠ হতঙা ছোৱালীয়ে ক'লে। মাতটো পুৰুষৰ দৰে গল গলীযা। ভয় লাগিল।

জাত জাত বিহু নামেৰে Visiting ৰুম মুখৰিত হৈ উঠিল। উজনি অসমৰ গাভৰু মই। মঞ্চত বিহু নাচি নাপালেও বিহু নাচ মোৰ কাৰনে সহজ কথা। বিহুৰ নাম শুনিলেই আমাৰ শৰীৰ ৰোমাঞ্চিত হয়। কাৰণ আমাৰ তেজতেই বিহুৰ জন্মৰ ইতিহাস। বিহু আহিলেই আমাৰ শৰীৰ মন পখিলা উৰাদি উৰে। বিহুৱে আমাক দি থৈ যায উদ্যম, সাহস, শক্তি। বিহু আমাৰ বৰ মৰমৰ ও আপোন।

অ—অ' ৰূপা ওথ পৰ্বত হিমালয়

অ — অ' ৰূপা মায়ে মাতে গৃহলৈ

অ'— অ' ৰূপা নতুন মিতিৰ আহে ৰূপা তোমাক হেনো চাবলৈ।

অ'— অ' ৰূপা ধান কাটিবা কাছিৰে

অ'— অ' ৰূপা মুঠি বান্ধিবা বাচিৰে

অ — অ ৰূপা, ৰূপা তুমি খাই দিলা মোক মিচিকিয়া হাঁহিৰে।

(২) চেৰাপুঞ্জী চেকুৰী, মানুহ মৰে কেকুৰী ঐ যোৱা

মৰে উজুতি খায়ে ভনী নিৰূপমা, কৈ দিয়া মনৰে কথা

তুমি যে ঐ ভাবিছা, মইনো বৰ ধুনীয়া ঐ তোমাতকে

ধুনীয়া নায়ে ভনী নিৰূপমা কৈ দিয়া মনৰে কথা—অ' ভনীটি অ'কৈ দিয়া মনৰে কথা—অ' ভনীটি অ' কৈ দিয়া মনৰে কথা।

তোমাতকৈ ধুনীয়া, নাগিনী ঐ ছোৱালী ঐ

এদানো বেছিবলৈ যায়ে ভনী নিৰূপমা

কৈ দিয়া মনৰে কথা অ' ভনীটি ঐ কৈ দিয়া মনৰে কথা।

তোমালোকৰ পদুলিত, চুৰী দি মই মৰি যাম ঐ তেজৰনো

বৈ যাব নৈয়ে ভনী নিৰূপমা কৈ দিয়া

মনৰে কথা অ' অ' ভনীটি অ' কৈ দিয়া মনৰে কথা ,

সেইনো নদীখনিত, তুমিনো নাৱে বাবা হাততে না

বঠাপাত লৈয়ে ভনী নিৰূপমা কৈ দিয়া

মনৰে কথা অ' অ' ভনীটি অ' কৈ দিয়া

মনৰে কথা ,

(৩) ৰঙা নদী শুকালে মাছৰেনো বেজাৰত

লুইত খন শুকালে কিয়?

মই চেনাই শুকাইছো তোমাৰেনো বেজাৰত

তুমি চেনাই শুকাইছা কিয়?

(৪) তোমাৰ বাৰীত ফুলিলে ইন্দ্ৰজিত মালতী

মোৰ বাৰীত পৰিলে ছাঁ

দিনৰে দিনটো তোমাতে ধাতুটো

ৰাতি পুৰি মাৰে গা

শৰীৰৰ-মনৰ ভাগৰ-দুখ কাতি কৰি থ'লো। পিন্ধি থকা শাৰীখনৰ আচলটো ককালত আঁটি ললো। মেলা চুলিখিনিৰে এটি খোপা বান্ধি লৈ বিহু নাচত গা-মন এৰি দিলো। গীতৰ তালে তালে, হাত চাপৰিৰ ছন্দে, ছন্দে মোৰ লাহি শৰীৰ পখিলাৰ দৰে উৰিবলৈ ধৰিলে। ... ... ... ...

শৰীৰৰ শক্তিৰো এটা সীমা থাকে। মনৰ উদ্যমৰো এক যতি থাকে খোপা সুলকি পৰিল। চুলি আউল-জাউল। চকু ৰঙা, উখহা —। বৰদৈ চিলাৰ দৰে উৰা মোৰ শৰীৰে বিশ্ৰাম বিচাৰি হাঁহাকাৰ কৰিছে। মুৰটো যেন আচন্দ্ৰাই কৰি আনিছে , অন্তৰেৰে শাওঁপাত দিছো ৰেগিং নামক এই আপদীয়া ব্যৱস্থাক , যিয়ে মান সন্মানৰ মুৰ চোবাই মানুহক মূৰ্খ কৰি তোলে; নিষ্ঠুৰতাৰ সীমা অতিক্ৰমি সি অনাহক কষ্টৰে ক্লান্ত কৰি তোলে শৰীৰ! মই মূৰ ঘুৰাই অচেতন হৈ পৰি যোৱা নাই কিয়?

প্ৰায় পোন্ধৰ—বিশ মিনিট সময় মোক তেওঁলোকেনচুৱালে। বিহু নৃত্যই সেই নিষ্ঠুৰ, দুষ্ট ছোৱালী কেইজনীক সন্তোষিত কৰা যেন লাগিল।

: "এতিয়া বহা।"

বহিলো। কিন্তু কিমান পৰ। আকৌ এগৰাকীয়ে কৈ উঠিল। ঃ "তুমি জেলেপী নৃত্য নাচিব জানানে? অকল বিহু নাচিব জানিলেই নহ'ব। জেলেপী নৃত্যও জানিব লাগিব"

ঃ "নেজানো বাইদেউ , নাম শুনা নাই "

ঃ " বাৰু নাম শুনিব নেলাগে। ঐ মিনা, দেখুৱাই দেচোন নাচটো।"

মিনা নামৰ অত্যাধুনিকা ছোৱালী এটি ছোৱালীহঁতৰ মাজৰ পৰা উঠি আহিল। দৰ্শকৰ ফালে পিছ দি চেলোৱাৰ কামিজ্ঞ পৰিহিতা ছোৱালীজনীয়ে তপিনা ঘূৰাই ঘূৰাই এক বিশেষ লজ্জাজনক নৃত্য দেখুৱাবলৈ ধৰিলে। এক কথাত কবলৈ গলে ই অকল তপিনাৰ হে নাচ। শৰীৰৰ বাকী কোনো অংশ সঞ্চালন নহয়। মণ্ডহাল তপিনা প্ৰদেশ প্ৰকট কৰি তোলাই ইয়াৰ উদ্দেশ্য। কেৱল তপিনা বা টিকাটো জেলেপী মিঠাইৰ দৰে পাক খুৱাই থাকিব লাগে। এয়া আইদেউ সকলৰ নিজস্ব সৃষ্টি।

উচ্চ শিক্ষা আহৰণ কৰিবলৈ অহা গাভৰু সকলৰ অমাৰ্জিত ব্যৱহাৰ, অসহ্যকৰ নৃত্য দেখি লাজে অপমানে মৰ্মাহত হ'লো। "ফাট দিয়া বসুমতী পাতালে লুকাওঁ" অৱস্থা হ'ল মোৰ। এয়া কিহৰ সূচনা বাৰু? " টিকাৰ নৃত্যই" কি সূচাইছে? আমাৰ মেৰুদণ্ড ভঙা সংস্কৃতিৰ? নৈতিকতাৰ স্খলন ঘটোৱা জন মানসৰ? দুইজনা মহাপুৰুষ, জ্যোতিপ্ৰসাদ, বিষ্ণুৰাভা, হেমবৰুৱা, আনন্দচন্দ্ৰ বৰুৱাকে আদি কৰি মহান অসমীয়া প্ৰেমী সকলে দুঃসহ যন্ত্ৰণাত লেটি লৈ দুঃস্কৃতিৰ বিৰুদ্ধে যুঁজি যি কণ উপকাৰ সাধি থৈ গ'ল — তাকো আজি কুষ্ঠৰোগৰ দৰে সংক্ৰামক ব্যাধিয়ে আগুৰি ধৰিছে? ঘূনেধৰা সমাজ-ব্যৱস্থাৰ কাহানিবা সংশোধন হ'বনে?

নিৰাশাই মন মোৰ আগুৰি ধৰিলে।

ঃ " কি হ'ল— শিলপৰা কপৌৰ দৰে থৰ লাগিলা চোন , নাচা এতিয়া জেলেপী নৃত্য।"

এটা কাণতলীয়া চৰ সোধাবৰ মন গৈছিল মোৰ। অতীব কষ্টেৰে নিজকে সংযত কৰিলো। পুতৌ উপজিল সিহঁতৰ প্ৰতি। সিহঁতৰ অবয়ব মোৰ ক্ষীণ হৈ মোৰ দৃষ্টিত গুৰি পৰুৱাৰ কণ লৈ পৰিল। মই যেন বিশাল আকৃতিৰ মানবী। মোৰ আকাশ লংঘা শৰীৰ।

"তপ্ত সুবৰ্ণৰ সম জ্বলে চক্ষু দুই। পৰ্ব্বত সমান কায় আছে স্বৰ্গ চুই।"

খণ্ড মোৰ কেনিবা পলাল। মিনাৰ দৰে টিকা ঘূৰাবলৈ চেষ্টা কৰিলো। গাভৰু সকলৰ হাঁহিত অট্টালিকা উৰি যাওঁ, থাকি যাওঁ হ'ল। মোৰো হাঁহি উঠিল। সিহঁতৰ আচৰণ দেখি হাঁহিবলৈ মন গ'ল মোৰ। হাঁহিলে বা কি ক'ৰে সিহঁতে। জেলেপী নৃত্যৰ সামৰণিত কিছু নিৰৱতা।

ঃ "বাৰু এতিয়া চকীত বহা" ... ...

ঃ "তুমি কিতাপ পত্ৰ পঢ়ানে?"

ঃ "হয়, পঢ়ো"

ঃ "কোৱাচোন, কেনেধৰণৰ কিতাপ পঢ়া"

ঃ " পঢ়াশলীয়া কিতাপ পত্ৰৰ বাহিৰেও গল্প, উপন্যাস, প্ৰবন্ধ, কবিতা, সাধুকথা, সংবাদপত্ৰ,

ঃ " বন্ধ কৰা , সকলো বুজিলো। তুমি বহুত কিতাপ পঢ়িছা। পণ্ডিতনী মানুহ। . "

" তোমাৰ প্ৰিয় কবি কোন?"

ঃ "মোৰ প্ৰিয় কবি যতীন্দ্ৰ নাথ দুৱৰা আৰু হীৰেন ভট্টাচাৰ্য্য।"

ঃ " প্ৰিয় উপন্যাসিক কোন?"

ঃ " বিৰিঞ্চি কুমাৰ বৰুৱা, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য।"

ঃ " প্ৰিয় গায়ক কোন?"

ঃ " লতা মঙ্গেশকাৰ, ভূপেন হাজৰিকা, দীপালী বৰঠাকুৰ ইত্যাদি।"

ঃ " প্ৰিয় গল্পকাৰ কোন?"

ঃ " ভবেন্দ্ৰ নাথ শইকীয়া, মহিম বৰা।"

এনে ধৰনৰ কথা সুধিলে ভাল লাগে।

ঃ বাৰু হাঁহাচোন!"

হাঁহিলো।

ঃ " ইস্ জোখতহে মাৰে হাঁহিটো। কোৰৰ দৰে দাঁতকিটা কোনোবাই দেখে বুলি ভয় ছাগে।"

এনেদৰে আবান্তৰ কথা সুধি মোক প্ৰায় দুঘন্টা পোদ্ধৰ মিনিট সময় Visiting ৰুমত আবদ্ধ কৰি ৰাখিলে। দুই এটা শিক্ষামূলক, বুদ্ধিদীপ্ত প্ৰশ্নও সুধিলে। কিন্তু বৰ কম।

এগৰাকীয়ে সুধিলেঃ " তুমি কবিতা ভালপোৱা নিশ্চয়? গোৱাচোন তোমাৰ প্ৰিয় কবিতা এটি?" মাতবাৰ কোমল। মৌৰ দৰে মিঠা। চকুতুলি চালো– মিঠা বৰণীয়া শৰীৰ, দীঘল চুলিৰে এজনী মৰমলগা গাভৰু , পিচত জানিব পাৰিলো, তেওঁৰ নাম সবিতা শৰ্মা। ঘৰ যোৰহাটৰ চোলাধৰাত।

তেওঁৰ অনুৰোধত হীৰেণ ভট্টাচাৰ্য্যৰ "প্ৰাৰ্থনাৰ শেষত" নামৰ কবিতাটি গালো।

কবিতা পাঠ শুনি গাভৰু হঁত মুগ্ধ হৈছিল। মুগ্ধ হোৱাৰ আভাস চকুৰে মুখে বিৰিঙিছিল। কবিতা শুনি ভাল পাই আৰু এটি কবিতা গাবলৈ ক'লে।

বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ "বিধুৰাভা এতিয়া কিমান ৰাতি" কবিতাটি আবৃত্তি কৰিলো।

মোৰ কণ্ঠ যেন কোনোবা সুদূৰ সমুদ্ৰ গৰ্ভৰ পৰা ওপঙি আহিছে। সকলোৱে নিতাল মাৰি শুনিছে। শিশুৰ দৰে সৰল দৃষ্টিৰে অপলকে চাই আছে মুখলৈ। প্ৰাণ ঢালি কবিতা গালো। "হে কবিতা! তই মোক আজিৰ বিপদৰ পৰা মুক্ত কৰ! কুষ্ঠৰোগে গেলাই পেলোৱা উচ্চশিক্ষাৰে শিক্ষিতা গাভৰু হঁতৰ প্ৰাণত সৃষ্টি কৰ সুন্দৰৰ নতুন প্ৰয়াস! সিহঁতৰ অন্তৰে অন্তৰে জাগক নতুন প্ৰত্যয়!!"

নিজৰ কণ্ঠ শুনি নিজেই বিস্মিতা মই !!

এই কবিতাৰেই সামৰণি পৰিল আজিৰ নাৰকীয় অভিজ্ঞতাৰ।

তেওঁলোকে নিজৰ নিজৰ পৰিচয় দাঙি ধৰিলে। সকলোকে নমস্কাৰ দিলো। সবিতা শৰ্মা নামৰ মিঠা বৰণীয়া ৰূপহী গাভৰু জনী মোৰ হৃদয়লৈ সাউতকৈ সোমাই গ'ল।

ঃ " বৰ ভাল লাগিল তোমাৰ সতে চিনাকি হৈ ; বেয়া নেপাবা। অলপ আনন্দ কৰিলো।" বক্তিতা বোলাজনীয়ে ক'লে।

কাৰোবাৰ অন্তৰত আঘাত দি কোনোবাই যে আনন্দ পায় আজিহে বুজিলো। দুয়োপক্ষৰ সহযোগিতা নহলেও আনন্দৰ জন্ম হয়নে?

কোনে জানো সৃষ্টি কৰিছিল "ৰেগিঙ" নামৰ এই সামাজিক ব্যাধিৰ। অন্তৰেৰে শাওঁপাত দিলো মই। লাজ—মানৰ মূৰ চোবাই তৃপ্তি পোৱা এই অনুষ্ঠানটিৰ অবিলম্বে মৃত্যু হওঁক।

ভাত খোৱাৰ বেল মাৰিছিল। সকলো ছোৱালী খোৱাৰ ঘৰলৈ লৰৰি গ'ল। মই আহিলো মোৰ কোঠালৈ। মোৰ পেটত এতিয়া ভোক নাই। পলাল। উচুপি উচুপি কান্দিলো মই। অকলশৰে বিচনাত পৰি কান্দিবলৈ এনেনো ভাল। কেৱে নেদেখে কেৱে নেজানে। কেৱে আমনি নকৰে।

ভাত খাবলৈ নগ'লো। হোষ্টেল জীৱনৰ প্ৰথম সাঁজ ভাতেই লঘোন দিলো। জগাবলৈ কোনো নাহিল। আহিবই বা কোন। সকলো অচিনাকি। চেনেহী ঘৰখন, মানুহবোৰ ... সকলো মনত পৰিল। খিৰিকীখন খোলাই ৰ'ল। এআকাশ তৰাই জিল, মিল কৰিছিল তেতিয়া। চকু টিপিযাই টিপিয়াই নিচুকাইছিল মোক।

—: O :—

মৰমৰ ঘৰখন এৰি নতুন নগৰ এখনত আচহুৱা পৰিবেশ এটাৰ লগত খাপ খাবলৈ লওঁতেই ৰেগিং নামৰ সামাজিক ব্যাধিয়ে আতংকগ্ৰস্ত কৰি তুলিলে। ... ... ই দিনে দিনে মানুহৰ অবক্ষয়ী মানৱতাৰ কথা ঘোষনা কৰি আহিছে। ইয়াৰ দ্বাৰাই নিষ্পেষিত হৈও ছাত্ৰ-ছাত্ৰী সকলে নিৰ্ব্বিবাদে ইয়াক মানি আহিছে ... ... কাৰো মগজুত খেলোৱা নাইনে ইয়াক ধ্বংস কৰিব লাগে বুলি। মই যেতিয়া ফাইনেল ইয়াৰৰ ছাত্ৰী হ'ম ... তেতিয়া কেতিয়াও কাকো ৰেগিঙ কৰিবলৈ নিদিওঁ ... ... মোৰ লগৰীয়া সকলক ৰেগিঙৰ অপকাৰিতা সম্পৰ্কে বুজাম। "চিনাকি পৰ্ব্ব"ৰ জৰিয়তে কাৰ কি প্ৰতিভা আছে বুজ লম। এটা সুস্থ পৰিবেশত এজনী নতুন ছাত্ৰীক আমাৰ বন্ধু ৰূপে গ্ৰহণ কৰিম ... ... ।

... ... . . পুৱা সোনকালে উঠা মোৰ চিৰকলীয়া অভ্যাস। শুই উঠিয়েই মই প্ৰাতঃকৃত্য সমাপন কৰো। চক্‌চকীয়া বগা বেচিনত অবিৰল ধাৰে পৰি থকা পৰিস্কাৰ পানীৰে মুখ ধোঁও। বেচিনৰ ওপৰফালে বেৰৰ লগত সংলগ্ন আইনাত মুখ চাওঁ। ভাল লাগে।

গা-ধোৱা ঘৰত দুৱাৰ মাৰি সোমাই লওঁ। এনেকুৱা সুন্দৰ অকলশৰীয়া গা-ধোৱা ঘৰ মোৰ বাবে সপোনৰ দৰে। চুইচ টিপি দিলেই অবিৰল ধাৰে চাৱাৰৰ পানী পৰে — বৰষুণৰ দৰেই। মূৰ তিয়াই গা- ধোওঁ — আপোন মনে। মুকলি মুকলি লাগে মন। ডিবুৰৰ পানী বৰ পৰিষ্কাৰ। চাওঁতা কোনো নাই। আমনি কৰোতা কোনো নাই। সপোন যেন লাগে মোৰ!

পুৱা ৬ বজাত চাহৰ ঘন্টা পৰে। হাতে হাতে গ্লাচ লৈ ছোৱালীহঁতৰ লৰ-ধপৰা খোৱা-ঘৰলৈ। মাখন সনা পাউৰুতি আৰু চাহ। ন বজাত ভাতৰ ঘন্টা পৰে। আকৌ হুলস্থুল । ওপৰৰ পৰা ছোৱালীহঁত জাকে জাকে চিৰিয়েদি নামি আহে। চাই বৰ ভাল লাগে। যেন সৰগৰ পৰা অপেশ্বৰীৰ জাক হে নামি আহিছে।

সকলো ছোৱালীৰে এক সুকীয়া নিজস্ব সৌন্দৰ্য আছে।

দিনত সদায় নিৰামিষ ভাত-আঞ্জা। নিশা সদায় মাছৰ আঞ্জা। ভাগত এচকল কৈ পৰে। মাছ নোখোৱা ছোৱলীহঁতৰ কাৰণে কণী সিজোৱা থাকে। দেওবাৰে সদায় মাছ-মাংস, কণী, পাপৰ, তৰকাৰী, চয়াবিনৰ তৰকাৰী ইত্যাদি থাকে।

পঢ়াশুনা কৰিবলৈ উপযুক্ত সা-সুবিধা আছে। পঢ়াৰ সময়ত warden শ্যামা দাসে খবৰ বাতৰি লয়— কোনোবাই নপঢ়ি-নুশুনি কাৰোবাক দিগ্‌দাৰ কৰি আছে নেকি তাৰো খবৰ লয়। ছোৱালীহঁতৰ অসুখ বিসুখ — হ'লেও প্ৰতিপাল কৰে।

পিছে নীৰৱ নিশা অকলশৰীয়া কমটোত বিছনাত পৰি ঘৰলৈ বৰকৈ মনত পৰে। গভীৰ নিশা বিচনাত বহি তৰাফুলৰ অলেখ চাকিৰে শুৱনি আকাশ খনলৈ একেথৰে বহু সময় চাই ৰৈছিলো। নিশাৰ সৌন্দৰ্যই মোক মুগ্ধ কৰে। লগতে বিষাদিত কৰে। তৰাফুলে বাৰু বুজেনে মোৰ মনৰ কথা। একেখন আকাশৰ তলতে মায়ে কি কৰিছে বাৰু? তৰাফুলে মোৰ প্ৰশ্নৰ উত্তৰ নিদিয়ে। মাথো চকু টিপিয়াই হাঁহে। হিবন্ময়ৰ বতৰাও জানে নেকি ইহঁতে। হিবন্ময়ে মোলৈ

এখনো চিঠি নিদিয়ে দেখোন। ডিব্রুগড় বিশ্ববিদ্যালয়ৰ ঠিকনা হিৰণ্ময়ে জানে দেখোন।

বিগত দিনবোৰত মাৰ বুকুত শুইছিলো। এতিয়া অকলে টোপনি নাহে। ডিবৃৰুত যথেষ্ট ঠাণ্ডা। কুমুদ ককায়ে দিয়া পাতল লেপখনেৰে ঠাণ্ডা নুগুচে। কুৰুকি কুৰুকি হাড়লৈকে সোমাই আহে জাৰ। কান দুখন তাল মাৰি ধৰে। হাত-ভৰিবোৰ গৰমেই নহয়। মায়ে বাৰু কেনেকৈ শুইছে? মায়ে বাৰু ঠাণ্ডা পোৱা নাইনে? মোৰ দৰেই উজাগৰে আছে নেকি?

দিনৰ চাৰে ন বজাত বিশ্ববিদ্যালয়লৈ যাওঁ। শিক্ষক সকলৰ ক্লাচত কোৱা কথাবোৰ মনোযোগেৰে শুনো। বিভিন্ন ঠাইৰ ছাত্ৰ-ছাত্ৰীৰ সতে চিনাকি হৈ ভাল লাগে। দিনটো কেনেদৰে অতিবাহিত হয় গমকে নেপাওঁ। আবেলি যেতিয়া হোষ্টেললৈ আহোঁ, ভোক আৰু ভাগৰত লালকাল হওঁ। হোষ্টেলত আবেলি খাবলৈ একোকে নিদিয়ে। ছোৱালীহঁতে নিজা নিজা রুমত চাহ কৰি জলপানৰ লগত খায় অথবা ভাত ৰান্ধি খায়। মোৰ রুম, হিটাৰ একো নাই। সেয়ে এমাহমান বৰ কষ্ট হ'ল। নতুনকৈ চিনাকি হোৱা ছোৱালী হঁতকো আমনি কৰিবলৈ সত নেযায়। সেয়ে কোঠাৰ ভিতৰত সোমাই পাউৰুটি আৰু ঠাণ্ডা পানী খাওঁ। নিশা ন'বজাতহে ভাতৰ ঘন্টা পৰে। তেতিয়ালৈকে ভোকত পেটৰ কেচ-কুমতিয়ে পেটত খৰলুটি মাৰিবলৈ ধৰে। পিছৰ মাহত এটা রুম আনি লোৱাতহে সেই যাতনাৰ ওৰ পৰিল।

ঘৰৰ পৰা আহিয়েই হিৰণ্ময়লৈ একলম লিখিছিলো। উত্তৰ পোৱাত পলম হৈছে। মই তেওঁলৈ লিখা চিঠিখন তেওঁৰ হাতত নপৰিল নেকি? নে তেওঁৰ অভিমান হৈছে। অভিমান কৰিব লগাকৈ কি জগৰ লগালো মই।

দুমাহমান বুকুৰ ভিতৰখন ধৰ্‌ফৰাই থাকিল। পলমকৈ হ'লেও তেওঁৰ লেখা পালো। চিঠি হাতত পৰাৰ লগে লগে উগুল-থুগুল হৈ পৰিল মন। University ৰ letter Box ত চিঠি খন পায়ে ক্লাচত মন নবহা হ'ল। শিক্ষকে কি বুজাইছে-- খেয়াল নাই। কেৱল চিঠিখন পঢ়াৰ হাবিয়াসে মন মোৰ আচ্ছন্ন কৰি ৰাখিলে সৰ্ব্বক্ষণ। ইচাটি বিচাটি মনেৰে শেষৰ ক্লাচটো কৰি তাঁতাই – হোষ্টেললৈ ঢাপলি মেলিলো। ইমান আপদৰীয়া চিঠিখন যতে ততে পঢ়িব নোৱাৰি। দুৱাৰ মাৰি কোঠাত সোমাই চিঠিখন পঢ়িবলৈ ল'লো। নিজাকৈ কোঠা এটা পোৱাত চিঠিখন নিশ্চিন্ত মনে পঢ়িব পাৰিম। .. তেওঁৰ লেখাবোৰ আগতকৈ কিছু পৰিবৰ্ত্তন হৈছে। আগৰ দৰেই "মাসোণ।" সম্বোধন কৰিছে। সকলো ঠিকেই আছে যেন। তথাপি কিবা এটি হেৰাল যেন। চিঠিৰ কিছুমান বাক্য মোৰ বাবে আচহুৱা।

চিঠি খনে এটা সুখবৰ কঢ়িয়াই আনিছে। তেওঁ B.SC.ত উত্তীৰ্ণ হোৱাৰ কথা। চাকৰিৰ সন্ধানত আছে হেনো।

কিছুমান বাক্যই মোক আঘাত হানিছে। "মোৰ বক্তব্য স্পষ্ট কৰি দিওঁ-- পৰিবেশে তোমাক যদি মোৰ ওচৰৰ পৰা আঁতৰাই নিয়ে নিয়ক। ইয়াৰ বাবে সমস্ত দোষৰ বোজা মই কান্ধ পাতি ল'ম। আনকি দ্বিতীয়বাৰ তুমি কিবা আপত্তি কৰিলে মই তোমাৰ লগত যোগাযোগ নাৰাখো বুলি এক তৰফা ভাবে লিখি দিম।"

হায় মোৰ কপাল। প্ৰথমবাৰ বা মই কি আপত্তি কৰিলো।

তেওঁ আৰু লিখিছে "তোমাক যি কেইটা ককায়েৰাই অভিভাৱকৰ বস্তা চকুৰে শাসন কৰে – সিহঁত প্ৰত্যেকেই একো সময়ত সমাজৰ লগত জড়িত হৈ, সমাজ জীৱনৰ মূল সুঁতিটোৰ

আঁত ধৰিব নোৱাৰি অথবা আঁত বিচাৰি পাই আতকগ্ৰস্ত হৈ, পেটি বুৰ্জোৱাৰ সহজাত ভঙুৰ বিলাসী স্বপ্নত মত্ত হৈ পৰিল, আৰু আজিৰ সমাজৰ বাস্তৱ অৱস্থাই সিহঁতৰ স্বপ্ন প্ৰতিফলিত নকৰাত প্ৰত্যেকেই বিকল হৈ পৰিল। গতিকে সিহঁত যিমানৰ মানুহ তাতোকৈ বেছি দাবী কৰাটো অথবা আনৰ ক্ষেত্ৰত হিংস্ৰতাৰে প্ৰতিবন্ধকতাৰ সৃষ্টি কৰাটো একো আচৰিত নহয়"

... ... ... "আজি যদি মোৰ চিন্তাই আত্মকেন্দ্ৰিক সংকীৰ্ণ গণ্ডী এৰি, সমাজমুখী বা কিছু কমকৈ কলে মানৱমুখী ৰূপ এটা লৈ নতুন সুৰত কথা কব খোজে এনেদৰে যে প্ৰাণাধিক ভালপোৱা তুমি ছোৱালীজনীক জগতৰ আন ছোৱালীৰ পৰা মই পৃথকাই চাব নোৱাৰো; তেতিয়া মোৰ প্ৰণয়ৰ অংশীদাৰ তুমি, যদি সম-উপলব্ধিৰে আনন্দ লাভ নকৰা তাত মই ক্ষুন্ন হোৱাৰ থল থাকে।"

অথচ একেখন চিঠিতে এনে কথাও আছিল। ... ... ... "খেয়াল খুচীমতেই তোমাক সজাওঁ পৰাওঁ মনৰ মাজত। মোৰ মাজত বিকশিত নোহোৱা গুণবোৰ , মোৰ মাজত আবিষ্কাৰ নোপোৱা আন্তৰিক ইচ্ছাৰ বিভিন্ন দিশ তোমাৰ মাজত আবিষ্কাৰ কৰি পুলকিত হওঁ ... ... ..."

আকৌ ... "মোৰ ঘটনা বহুল জীৱনটোত কিছুমান অসম্পূৰ্ণ বাসনা থাকি গ'ল। মোৰ পৰিবেশ আৰু মোৰ কৰ্ম্মহীনতা সমানে এই ক্ষেত্ৰত দায়ী। একফালৰ পৰা আত্মীয় Complexity ত ডুবি থকা মানুহটো হতাশাত ভাগি পৰাই স্বাভাবিক। জীৱনটো অসাৰ, অসাৰ্থক এনে ভাবনাই পীড়া দিয়াৰ বেলাত তুমি আছিলা – প্ৰেৰণাৰ মাইল স্তম্ভ। সেইবাবেই, তাৰোপৰি মোৰ অন্ধ মৰমৰ বাবে তোমাৰ প্ৰতি, তোমাৰ কাষত অপ্ৰকাশিত, মোৰ যি শ্ৰদ্ধা সিয়েই মোক অশান্তি দিছে – আৰু মোৰ জটিল মানস হীনমন্যতাত ভুগিছে। মই ইচ্ছা কৰিছোঁ মোতকৈ (?) গুণবান কাৰোবাক তুমি যেন আপোনকৈ ললেই মই সুখী হ'ম। সেই বাবেই যোগাযোগ ছিন্ন কৰাৰ দৰে আওপকীয়া কথাৰ অৱতাৰণা।"

মই গোলাঘাট এৰি আহিলো বাবেই হয়তো তেওঁ বিভিন্ন দুঃচিন্তাত ভুগিছে। সেয়ে চিঠিত এই আচহুৱা কথাবোৰ লিখিছে। উস্ মই যেন উৰি যাম – আজিয়েই – এতিয়াই!।

আকৌ তেওঁ লিখিছে "তুমি যেনে অৱস্থাতেই নাথাকা কিয় সকলো অৱস্থাতেই তোমাৰ প্ৰতি মোৰ মৰম অবিচলিত থাকিব

"এই গৌৰবে চলিব এভবে

যতদিন দোঁহে বাচি।

এ ৰাণী, প্ৰেয়সী, হোক মহিয়সী-তুমি

আছ আমি আছি।"

তেওঁৰ লেখা পঢ়ি মই তৎকালেই তেওঁলৈ লিখিবলৈ ললো– ভোক ভাগৰ সকলো পাহৰি। তেওঁক এবাৰ ডিবুৰলৈ যেনে- তেনে আহি যাবলৈ লিখিলোঁ। ইয়াতভো আৰু যৰৰ মানুহৰ টেলেকা বস্তা চকু নাই। প্ৰাণভৰি তেওঁক চাম। সকলো কথা মুকলিকৈ আলোচনা কৰিম।

আজি আৰু কোনো কামতে মন নবহে। আনকি মুখস্থত ধুবলৈকো মন নাই। বিশ্ববিদ্যালয়ৰ পৰা অহা সাঁজেৰেই পৰি ৰ'লো বিছনাত। মনৰ পৰ্দাত মিঠা উমাল স্মৃতিয়ে আহি ধৰা দিলে।

অতীত বোৰ মিঠা। হৃদয়ৰ অন্তেৰপুৰত সিহঁত এতিয়া জাগি-শুই আলোড়িত হৈ আছে। উৰ্বৰ প্ৰদেশত দুই-এক অভিজ্ঞতাৰ গঁজালি মেলিছে। ইমান উমাল সিহঁতৰ স্পৰ্শ সুখ।

সেই অতীত সেই ৰং সুৰভিৰে ভৰা মধুময় অতীত এতিয়াও লাগে মোক। মই যেন হাত মেলিলেই চুই পাম সেই অতীত , তাক শৰীৰি ৰূপত চুই চাম, দেখা পাম— বুকুত সাবটি লম। কিন্তু দোদুল্য-মান, অনস্পৰ্শীয়, অদৃশ্য সি সীমা।

... .... .... .... .... .... ... ...

তেওঁ যেন কেৱল মোৰ আহ্বানৰ বাবেই বাট চাই আছিল। তেওঁ ডিবুৰলৈ দৌৰি আহিল। সোঁশৰীৰে তেওঁক দেখি প্ৰথমে সপোন নে দিঠক টলকিবই পৰা নাছিলো।

সেইদিনা আছিল ৰবিবাৰ। ছোৱালীহঁতৰ বিভিন্ন প্ৰগ্ৰেম। কোনো চিনেমা চাবলৈ যাব। কোনো আলহী খাবলৈ আত্মীয় স্বজনৰ ঘৰলৈ যাব। কোনো প্ৰেমিকক লগ দিবলৈ যাব।

পুৱাৰ পৰাই সিহঁতৰ প্ৰস্তুতি, ব্যস্ততা। খদম দম লগাই দিছে। গা-ধোৱা ঘৰত ভিৰ। চেম্পো কৰি চুলি ধুইছে, . .. সুবাসিত মেলা চুলিৰে ৬ বজাত ছোৱালীহঁত খোৱা-ঘৰলৈ যোৱাৰ দৃশ্য মোহনীয়। সিহঁতৰ মেলাচুলিৰ সৌন্দৰ্য তথা সুগন্ধই মোক পুলকিত কৰি তুলিছে। খেনোৱে চাহ-কাপ খাযেই সাজি-কাছি লৰ ধৰিছে। ন-বজাৰ ভাত-কিটা খায়েই বেছি-ভাগেই দিহা-দিহি গ'ল। হোষ্টেলটো নীৰব হৈ পৰিল।

মোৰ কেনিও যাব লগা নাই। কিৰণ, নম্ৰতাহঁতে চিনেমা চাবলৈ লগ ধৰিছিল। এখন অসমীয়া চিনেমা দিছে হেনো। নাম "মেঘ-মুক্তি"। মই নগ'লো।

আজি গা-নোধোৱাকৈয়ে ভাত খালো। ইমান খৰ-খেদাকৈ, হুলস্থুলকৈ গা-ধুই ভাল নেলাগে। হোষ্টেলটো যেতিয়া নিৰবতাই গ্ৰাস কৰি পেলালে— তেতিয়া মই গা-ধুলো—হেপাহ পলুৱাই।

শুম বুলি বিচনাত পৰিলো। টোপনি কিন্তু অহা নাই। আহিছে আগ-গুৰি হীন ভাৱনা বোৰ।

নিজাকে কোঠা এটা পোৱাটোৱেই মোৰ বাবে অভূতপূৰ্ব আনন্দজনক ঘটনা। তাতকৈ আৰু মোক কি লাগিছে।। মই সন্তুষ্ট। টোপনি অহাৰ কোনো লক্ষন নেদেখি "মোৱামৰীয়া গন অভ্যুত্থান" কিতাপখন মেলি লৈছোঁ।

বৃহৎ অট্টালিকাটো সম্পূৰ্ণ নিৰব। Visitor বিলাক আহি আহি শেষ হ'ল। Visitor বিলাকৰ লগত ভাগে ভাগে ছোৱালীহঁত গ'লগৈ। যি দুই এজনী ছোৱালী এতিয়াও হোষ্টেলত আছে – সিহঁত নিজা নিজা কমত। মাজে মাজে Ward Girl লক্ষ্মীৰ চেণ্ডেলৰ শব্দ আৰু Ward Boy বামুলালৰ গধলা জোতাৰ শব্দৰ বাহিৰে কোনো শব্দই শুনা নাযায়। আমাৰ Warden শ্যামা দাসো আজি নাই। Medical ত পঢ়ি থকা পুতেকক লগ পাবলৈ গ'ল।

চাৰি খলপীয়া অট্টালিকাটো। তলৰ মহলাত মোৰ কোঠা। খিৰিকিৰে ফুলনিবাৰীৰ একাংশ, আকাশৰ একাংশ দেখা যায়। পচন্দৰ কোঠা মোৰ। ৰজনীগন্ধা, হাচনাহানা, ক্ৰিচেনথিমাম, খৰিকাজাঁইৰ সুবাস পাওঁ মই। মন পবিত্ৰতাৰে ওপচি উঠে।

হঠাৎ Ward Boy বামুলালে চিঞৰিলে।

ঃ "তবা দত্ত Visitor."

বাবুলালৰ পুকৰ কষ্টই গম্ গমাই গ'ল অট্টালিকাটো। বৰ ডাঙৰ তাৰ মাতটো। চিঞৰিলে পকীবেৰত ঠেকা খাই প্ৰতিধ্বনি হয়। প্ৰথম বাৰ চিঞৰতে মই শুনিছোঁ। এই দুপৰীয়া খননো কোন আহিব পাৰে ভাবি কিছুক্ষন তলকা মাৰি ৰলো। দ্বিতীয় বাৰ যেতিয়া তাৰ মাতে তাল-ফাল লগালে, যেনে আছিলো তেনেকৈয়ে দৌৰ মাৰি ওলাই আহিলো। লৰা-লৰিত কোঠাৰ দুৱাৰত তলা মাৰিবলৈও পাহৰি গ'লো। মেলা চুলি কিডাল এবাৰ ফণিয়াবৰে অথবা আইনাত মুখখন চাবলৈকো নহ'ল।

Visiting কমৰ দুবাৰ মুখত বৈ মোৰ অবাক বিস্ফোৰিত দৃষ্টি। মোৰ মৰমৰ হিৰন্ময় দেখোন। কি কৰিব লাগে পাহৰি গলো মই। তেৱোঁ একো কোৱা নাই। কেৱল চাই আছে।

ঃ"আপুনি। হিৰন্ময়দা।। ইয়াত?"

ঃ "কিয় মই অহাত কিবা বাধা আছে নেকি?" নে মই আহিব নোৱাৰিম বুলি ভাবি আছিলা?" .

ঃ "পাৰে, নিশ্চয আহিব পাৰে। কিন্তু মোৰ চিঠি পাযেই যে দৌৰি আহিব মই ভাবিবই পৰা নাই "

ঃ "ভাবিবই পৰা নাই নেলাগে ভাবিব . .. সধো এই চকী খনত বহা। অবশ্যে মই তোমাৰ আলহীহে। আলহীযে গৃহস্থক বহিবলৈ কৈছোঁ।" মোৰ লাজ লাগি গ'ল। ধেৎ মইহে তেওঁক বহিবলৈ দিব লাগে। অথচ মই বৰিছোঁ কি ।

ঃ"বাৰু বহিছো। প্ৰথমে কওঁবাচোন—ক'ৰ পৰা কেনেকৈ আহিল? ক'ত বা আছেহি।"

ঃ "মই কালি আবেলি গোলাঘাটৰ পৰা পালোহি। মিলন নগৰত মোৰ এগৰাকী সম্পৰ্কীয় বাইদেউ আছে তাতে থিতাপি লৈছোঁহি। ,.. ...

বাৰু কোৱাচোন এতিযা তোমাৰ খবৰ? তোমাক দেখি ভাব হৈছে,— তোমাৰ যেন স্বাস্থ্যৰ বিশেষ উন্নতি হৈছে। শৰীৰৰ ৰং উজ্বল হৈছে। হোষ্টেলৰ ভাত খাই খাই ... ... ..."

ঃ "হ'ব হ'ব বাদ দিয়ক সেই কথা।"

তাৰ পিচত মোৰ দুমহীয়া বিশ্ববিদালয জীৱনৰ ডায়েৰী খুলমূলকৈ তেওঁক দাঙি ধৰিলো। তেওঁ অপলকে মোৰ মুখলৈ চাই থাকিল। চকুৰে, মুখে, নাকে সকলোতে এটি পৰিপূৰ্ণ সন্তুষ্টিৰ হাঁহি বিৰিঙি উঠিল।

ঃ " দবাচলতে মই এতিয়া বিপ্লবৰ গান গাবলৈ লৈছোঁ বুজিছা, বৰ ব্যস্ত। মোক এতিয়াৰ পৰা কমৰেড বুলি মাতিবা কিন্তু। তোমালোকৰ ছোৱালী হাইস্কুলৰ সমুখৰ ঘৰটোতে আমাৰ মেল মিটিং বহে। কাৰ্যসূচী তৈযাৰ কৰোঁ। তোমালৈ ভাবিবলৈ আহিৰিকে নেপাওঁ।"

ঃ "তেতিয়াহ'লে আহিলেনো কিয়?" কৃত্ৰিম অভিমানেৰে কলো।

ঃ "আকৰ্ষীজনী কৰবাৰ। বেয়া পালাইনে? এনেয়ে আহিবলৈ ভাল নেলাগে দেখোন। তুমি মাতিলতে দৌৰি আহিলো দেখোন। ... ... আচলতে মই মতা মানুহ বুইছা। মতা মানুহৰ দৰে থাকিবলৈ ভাল পাওঁ"

ঃ "মোৰ ওচৰলৈ অহাত সেইবোৰ অহংকাৰ নচলিব"

ঃ " হয় নেকি? ... ... নতুন বান্ধৱীহঁতক কেনে পাইছা?"

ঃ "দুই এক বুদ্ধিমতী ছোৱালীৰ সতে চা-চিনাকি হৈছো। শিৱসাগৰৰ আনমনা বৰুৱা প্ৰতিভাশালী ছোৱালী। তাইৰ চিন্তাধাৰাবোৰ উচ্চ। ব্যৱহাৰ আদিও ভাল ... ... কমকী বৰুৱা ডিব্ৰুগড়ৰে, মৰম লগা ছোৱালী ইহঁত দুইজনীৰ লগত মোৰ বেচ বন্ধুত্ব সিহঁতেও মোক বৰ ভাল পায়। ... ... ... মইযে হঠাৎ গুচি আহিলো। আপোনাৰ বেয়া লগা নাছিলনে?"

ঃ "লাগিছিল। সেয়ে মই তোমাৰ আমন্ত্ৰণলৈ অধীৰ অপেক্ষা কৰিছিলো"

ঃ "মোৰ কিন্তু গোলাঘাট এৰি আহিবলৈ বৰ বেজাৰ লাগিছিল। বিশেষকৈ আপোনাক যে এবাৰো লগ নেপালো এবাৰো দেখা নেপালো।"

ঃ "কি কৰিবা, সদ্যহতে দুখৰ বকলা এৰা। সুখৰ খবৰ কোৱা।"

ঃ " আগতে মোৰ মহামান্য অতিথিক চাহ খুৱাই লওঁ ৰ'ব। আপুনি অকমান সময় বহকচোন, মই এতিয়াই আহিম।"

ঃ "নেলাগে — নেলাগে — ওহোঁ।" তেওঁ তীব্ৰ আপত্তি কৰিলে। আৰু মোক হাতত ধৰি বহুৱাই দিলে।

ঃ "মই তোমাক চাযে ভাল পাইছোঁ। মোক আৰু একোকে নেলাগে। প্লীজ, তুমি উঠি নেযাবা, কিমান দিন যে তোমাক দেখা নাই। এনেদৰে তোমাক নিৰ্ভয়ে চোৱা নাই।" তেওঁ আকুলতাৰে কৈ উঠিল।

সমগ্ৰ হোষ্টেলটো এতিযা নিৰব। দুপৰৰ নিৰ্জনতাই অট্টালিকাটো গিলি ধৰিছে। মাজে মাজে কৰিডৰেদি গধপা জোতা পিন্ধা বয়সীয়া বাৰ্ডবয় জনে গধুৰ গধুৰ খোজ পেলাই গৈছে। আচৰিত! আনকোনো Visitor অহাও নাই। সেয়ে আমি মুকলি মনেৰে কথা-বতৰা হ'ব পাৰিছো।

ভালেমান সময দুয়োটাই ওচৰা-আচৰিকৈ নিৰবে বহি আছোঁ।

তেওঁ মোৰ হাতৰ আঙুলি বোৰ চুই আছে,

পুৰুষৰ উমাল হাতৰ স্পৰ্শই মোৰ মন চঞ্চল কৰি তুলিছে, সময় যেন দ্ৰুতগতিত পাৰ হৈছে,

ঃ "আপুনি কিমান দিন থাকিব ইয়াত?"

ঃ "মুঠেই তিনিদিন, তাৰে এটা দিন গ'লেই!"

ঃ "কিয় ইমান সোনকালে যায়?"

ঃ "কাম আছে, কাম। বহুত কাম!"

ঃ " ঘৰুৱা কামনে ৰাজহুৱা কাম।"

ঃ "ৰাজহুৱা কামেই বেছি; মই পিছে ঘৰুৱা কামো কৰোঁ দেই, যেনেঃ হাঁহৰ গড়ালৰ পৰা হাঁহৰ কণীবোৰ আনি পাকঘৰত থোৱা,

ঃ "ধেৎ আকৌ ধেমালী। বেছিদিন থাককচোন।"

: " মই থাকিলে তোমাক আমনি কৰি থাকিম। নেথাকো বেছিদিন ; এনেকৈয়ে ভাল। ... অ' মই মাজতে গুৱাহাটীত এটা ইন্টাৰভিউ দি আহিলোগে জানা , চাকৰি পালে তোমাক হোষ্টেলৰ পৰা উঠাই একবাৰে লৈ যাম।"

: "মোক আৰু পঢ়িবলৈ নিদিয়ে?"

: "পঢ়িবা, আকৌ পঢ়িবা , কিয় নপঢ়িবা ? মোৰ ঘৰৰ দুৱাৰদলি গছকাই আকৌ হোষ্টেলত থৈ যামহি। এইবাৰ কিন্তু মোৰ খৰছত পঢ়িব লাগিব।"

: "বাৰু হ'ব দিয়কচোন, আগতে চাকৰিটো পাই লওক। কিমান দিন যে অপেক্ষা কৰিব লাগিব।"

: "আমাৰ এই দীঘলীয়া দৌৰটোৰ অংক কৰিব নোৱাৰি মাসোণ। প্ৰতি পদতে গৰকি আহিছোঁ আমি বিয়োগাকাৰ পথৰ কাঁইট , যোগাত্মক কোনো অংকৰ নামত খোজ আগবঢ়াব পৰা নাই চোন। সি মাথো দংশি দৰ্গশি স্থিতি লৈছে আমাৰ বিবেকত।" তেওঁ যেন হঠাৎ আবেগিক হৈ পৰিল।

: "ওঁ শুনাচোন মাসোণ । মোৰ সুৰ দিবলৈ দিয়া গানটোৰ একাংশ :

বান্ধি ৰখা নাই মই মনৰ পৰিধি

সীমান্তৰ সীমাৰেখা একক কৰি,

দুৰন্ত বাসনাই ভাঙিছে বাধাৰ বেৰ

ব্যাপ্তি তাৰ দেখো আজি হৃদয় প্ৰসাৰি

দুচকুত তুমি দেখো ৰচিছা নীলাকাশ

সেয়ে মই অপলকে চাওঁ প্ৰাণভৰি ... ...

কেনে হৈছে বাৰু?"

: "ভাল, খুউব ভাল।"

হঠাৎ তেওঁ সপোনৰ পৰা সাৰ পোৱা মানুহৰ দৰে কলে : "বহুত কথা পাতিলো হেৰা। কিবা খাবলৈ মন গৈছে।"

: "সেয়া মইচোন কেতিয়াবেই চাহ কৰোঁগে বুলি, আপুনিহে বাধা দিলে, ৰব এক মিনিট;"

মই চাহ কৰিবৰ কাৰণে উঠিলো।

: "হেই, চাহ নহয় , কিবা ... ..."

মোৰ দুয়োহাতত ধৰি তেওঁ টানি চকিত বহাই দিলে। গাৰ ওচৰলৈ চপাই নি কাণে কাণে কলেঃ "হেৰি মানে কিবা।" তেওঁৰ চকুৱে মুখে দুষ্টামি।

লাজতে মই মৰি যোৱা হেন পালো। দুহাতমান আঁতৰি গৈ মই তলমূৰ কৰি বহি ৰ'লো।

: "যাঃ যা তা কথাবোৰ নকৰচোন!"

: "যেৎ বেয়াই পালা নেকি? তুমি ইমান লাজুক। তুমি ৰব আঁজলিও ... ... ... বাৰু

একো দিগদাৰ নকৰোঁ আৰু! এই শপত! আহা, ওচৰত বঁহা। ... ... তোমাক জোকাই বৰ ভাল লাগে।"

তেওঁ মোৰ ওচৰৰ চকীখনত আহি বহিল। এইবাৰ আমাৰ আলোচনাৰ বিষয় সলনি হ'ল। সাহিত্য, শিল্প, ৰাজনীতি, সমাজ, বিজ্ঞান আদি বিষয়ে আলোচনাত ঠাই পালে। প্ৰসংগৰ পৰা প্ৰসংগলৈ উফৰি গ'ল আমাৰ আলোচনা।

সন্ধিয়া তেওঁ মোৰ পৰা বিদায় ল'লে। পিচদিনা আকৌ লগ হোৱাৰ প্ৰতিশ্ৰুতিৰে।

তেওঁ যোৱাৰ পিছত ভৰিহাত ধুই চাহ খালো। ধূপ-কাঠি এডাল জ্বলাই পঢ়াত বহিলো। উৰি যোৱা মনটিক ধৰি ৰখাই টান হ'ল।

হিৰন্ময়ক ককাইদেউ হঁতে ভাল নেপায়। তেওঁৰ সতে লগ হ'বলৈ নিদিয়ে। মই ঘৰৰ মানুহক ফাঁকি দি গোপনে গোপনে লগ ধৰিছো। মই বাৰু অপৰাধ কৰিছোঁ নেকি?

কিন্তু হৃদয়ৰ দাবীক অস্বীকাৰ কৰো কেনেকৈ? মনৰ ঘোৰা যেতিয়া দৌৰে, কোনে তাৰ লেকাম ধৰে।। সীমাৰ মাজতেই আছোঁ মই! মনৰ ঘোৰা দৌৰাইছো যদিও সীমাৰ বান্ধোন ভঙা নাই।

—: O :—

আজিৰ দিনটো মোৰ নাযায় নুপুৰায়।ক্লাচ কৰোতেও মন মোৰ উৰি উৰি যায়। খিৰিকিৰে দেখা পোৱা ৰৌদ্ৰস্নাত দুপৰীয়া, আলিয়েদি যোৱা বিশ্ববিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰী সকল, দুই, এখন গাড়ী, শিক্ষক সকলৰ ব্যস্ততা আদিলৈ চকু গৈ আছে। এক-মিনিটেই যেন এযুগ—। ... ... ..

গধুলিৰ অস্তমিত সুৰুযে ধৰা খনিত হেঙুল বহন চটিয়াই দিয়াৰ বেলাই হিৰন্ময আহিছিল হোষ্টেললৈ। Visiting ৰুমত অনেক মানুহ। সেযে হোষ্টেলৰ সম্মুখৰ আলিত খোজ কাঢ়ি কাঢ়ি দুয়ো কথা পাতিলো। এই সময়ত ভালেমান প্ৰেমিক-প্ৰেমিকাই জোৰ পাতি চাকে-চকোৱাৰ দৰে ফুৰিছে। মোৰ হিৰন্ময় কাইলৈ যাবগৈ। সেযে মন মোৰ বিষাদিত। কাইলৈ এনেদৰে জোৰ-পাতি ফুৰবিলৈ নেপাওঁ।

এন্ধাৰ বোৰ নামি অহাৰ লগে লগে তেওঁ যাবলৈ খদমদম্ লগালে। মোৰ বান্ধৱীহঁতৰ সতে তেওঁক চিনা পৰিচয় কৰি দিলো।

ঃ "মাসোণ। কাইলৈ নিশাৰ বাচত যামগৈ। দিনৰ ভাগতে এবাৰ আহিম। তুমি সময দিব পাৰিবানে?"

ঃ "মোৰ দিনৰ ভাগত ক্লাচ থাকে। হ'লেও মাজতে এবাৰ আপোনাক লগ দিম। আপুনি কেই বজাত আহিব ক'ওঁক? আৰু ক'ত লগ পাম তাকো কওঁক।"

ঃ " মই দিনৰ একবজাত আহিম-- ইযালৈকে।"

ঃ 'পিছে দেওবাৰৰ বাহিৰে আন বাৰে দুপৰীযা Visiting ৰুমত বাহিৰা মানুহ সোমোৱা নিযম নাই।'

ঃ "হ'ব। হোষ্টেলৰ পদূলিৰে কথা পাতি বিদায ল'ম।

তেওঁ গ'লগৈ।

পিছদিনা পুৱাৰে পৰা মনটো মোৰ গোমা। শেতেলী এৰাও দেৰী। গা-ধোৱাও দেৰী। চাহ-খোৱাও নহ'ল। মোৰ কাষৰ কোঠালীৰ কিৰণে সুধিলে

ঃ "কি হ'ল, তৰা, আমন-জিমনকৈ আছাচোন, গা-বেযা নেকি?"

ঃ "এৰা, গা বৰ বেয়া," কথা নবঢ়াই গা-ধোৱা ঘৰত সোমালো।

পানীৰ চাৱাৰটো খুলি মূৰ তিযাই গা-ধুলো। তথাপি শৰীৰ-মন মুকলি নেলাগিল। কিবা যেন বুজাব নোৱাৰা।

.. . .... .... .... .... ... ...

দুটা ক্লাচ ভালেৰেই কৰিলো, এক বজাৰ পিছত বৰুৱা চাৰৰ ক্লাচ। বৰুৱা চাৰৰ ক্লাচ কৰি বৰ ভাল লাগে। বুজায ভাল। মাতটো শুৱলা, স্পষ্ট। ক্লাচটো খতি কৰিবলৈ মন নাছিল মোৰ। কিন্তু হিৰন্ময়কো কথা দিয়া আছে, হিৰন্ময় আজি যাবগৈ।

হিৰন্ময বৈ আছিল—হোষ্টেলৰ সম্মুখত, নাঁহৰ জোপাৰ ছাঁ লৈ। সেই খিনিতে দাৰোৱান ৰোৱা সৰু কক্ষটো। তেতিয়া তাত দাৰোৱান নাছিল। দৰোৱানে এপেট খাই লৈ নিজৰ বাসগৃহলৈ গৈ শুই আছিল চাগে , ইউক্লিপটাছ আৰু নাহৰৰ ছাঁই জুৰ কৰি ৰখা দাৰোৱানৰ সৰু কক্ষটো।

তাত মাত্ৰ এখনেই চকী। দাৰোৱান বহা চকী। অসময়ত Visitor আহিলে ছোৱালীহঁতে কেতিয়াবা তাতেই বহিবলৈ দিয়া দেখোঁ।

হিৰন্ময়কক দাৰোৱানৰ কক্ষলৈকে লৈ গ'লো। বহুৱালো। জুৰ বতাহ বলি আছিল, সৰু খিৰিকি খনেদি অদূৰৰ হোষ্টেলটো দেখা যায়, হাচ্‌নাহানা, ৰজনীগন্ধা, ক্ৰিচেনথিমাম, হালধীয়া গোলাপ, স্থলপদ্মই শুৱনি কৰা ফুলনি খনো দেখা যায়।

আজি আমাৰ পাতিবলৈ কথা একো নাছিল। দুযোৰো মনত ভাৱৰ, নিৰবে দুয়ো কিছু ক্ষণ থাকিলো। ডিঙিত যেন কিহবাই সোপা মাৰি ধৰিছে, আৰু কিমান দিন যে তেওঁক দেখা নেপাম, কেনেকৈযে দিনবোৰ পাৰ হ'ব।

ঃ " মাসোণ" যাওঁ আৰু — সময় হ'ল। ভালকৈ পঢ়া-শুনা কৰিবা। ইয়াত পঢ়াৰ পৰিবেশ আছে। ঘৰুৱা অশান্তিযে এতিয়া চুব নোৱাৰে তোমাক। পৰীক্ষাৰ বাবে পঢ়াৰ লগতে জ্ঞান আৰ্জ্জনৰ বাবেও পঢ়িবা।"

ঃ "আপুনি গৈ পাযে মোলৈ লেখিবগৈ। নেপাহৰিব কিন্তু . সমাজৰ কাম কৰাৰ লগতে মোলৈও লিখিব . নহ'লে "

ঃ "যিবা আজ্ঞা দেৱী।"

হঠাতে তেওঁ মোৰ হাত এখন দুহাতৰ মাজত ললে। নিঃশব্দে এটি চুমা খালে। ... কেওফালে চালো। কোনোবাই দেখিলে নেকি? নাই কোনেও দেখা নাই। ৰক্ষা তেনেহলে। ... তেওঁৰ মুখলৈ চালো। চকুজোৰ সেমেকা। মোৰো দুচকু সেমেকি উঠিল, লগতে যেন ময়ো যামগৈ।

. . . ওখ, দীঘল লৰাটো। দীঘল, দীঘল, খোজ দি গুছি গ'ল। নেদেখা হোৱালৈকে চাই ৰ'লো। মনটো কেনেবা কেনেবা লাগিল। তেওঁৰ পিছে পিছে মোৰ মনটিও গুচি গ'ল। জাৰ্মানী বনৰ জোপোহাৰ মাজে মাজে লংলুঙীয়া পথটো, পথটো শেষ হৈছে মূল ৰাস্তাত , হোষ্টেলৰ পৰা বহুত দূৰলৈকে দেখা যায়। তেওঁৰ অবয়বটো সম্পূৰ্ণ নেদেখা হোৱালৈকে মোৰ দৃষ্টি প্ৰসাৰিত হ'ল, গিৰ্ গিৰাই সৰিল চকুৰ লোতক। ... উকা মন এটি লৈ হোষ্টেললৈ সোমাই গ'লো।।

—: O :—

অফ্-পিৰিয়ড বিলাকত বিশ্ববিদ্যালয়ৰ লাইব্ৰেৰীত সোমাই থাকো। কিতাপৰ লগতেই সময়-বোৰ পাৰ হয়। দৰাচলতেই কিতাপ মানুহৰ একান্ত বন্ধু, কিতাপৰ সুগন্ধই মোক মতলীয়া কৰে, যেনেকৈ বহাগৰ আগমনিৰ লগে লগে ন-বৰষুনে তিপাল কৰা মাটিৰ সুগন্ধই মন বাউল কৰে। ... ... মোৰ জীৱন কালত উপলব্ধি কৰিছোঁ — কিতাপে মানুহক বিভিন্ন প্ৰকাৰৰ জ্ঞান দিয়াৰ লগতে নিস্বাৰ্থ বন্ধুত্ব দান কৰিব পাৰে।

লাইব্ৰেৰীৰ পৰা ওলাই আহিছোঁ, .. .. এজন ওখ-পাখ, হৃষ্ট-পুষ্ট, মিঠা বৰণীযা যুবক আগবাঢ়ি আহি ক'লেঃ " অকণমান ৰ'বচোন।"

ৰ'লো। লৰাজনলৈ প্ৰশ্নবোধক চাৱনিৰে চালো। লৰাজন আগতে কাহানিও লগ পোৱা নাই। চিনাকি যেন মুঠেই লগা নাই। মুখ-মন মৰম লগা। কথাষাৰ কওঁতে সামান্য হাঁহি কৈছিল। চক্‌চকীয়া বগা দুপাৰি শুৱনি দাঁত।

ঃ "কওঁকচোন।"

ঃ "আপোনাৰ নাম তৰা দত্ত, হযনে?"

ঃ "হয়, মোৰ নাম তৰা দত্ত--কি দৰকাৰ কওঁক।"

ঃ " অকমাণ, আগুৱাই যাওঁ বলক, বিশেষ কথা আছে,"

ঃ "ইয়াতে ক'ব নোৱাৰি জানো?"

ঃ "বহুত মানুহ আছে, অসুবিধা হয।"

এৰা ভালেমান লৰা-ছোৱালীৰ জুম, লাইব্ৰেৰীৰ মুখত, সকলোৱে যেন আমাকে চাই আছে এনে লাগিল।

কিছুদূৰ আগুৱাই গ'লো। বিশ্ববিদ্যালযৰ হচ্‌পিতাল থনৰ ওচৰ পালোগৈ। মনত মোৰ সন্দেহৰ বতাহ, কিবা ক'ব লৰাজনে, মনে মনে ভয়ো লাগিছে — কিবা দুঃসংবাদ নহযতো?

ঃ "হ'ব ইয়াতে ক'ক — আৰু নেযাওঁ।"

ঃ "আপুনি মোক চিনি পাইছেনে? ক'ৰবাত দেখা মনত পৰেনে?"

ঃ "নাইচোন মনত পৰা , কওঁকচোন আপোনাৰ নামটো।

ঃ "মোৰ নাম অনুভৱ কাকতি। মই ইযাতে ইংৰাজী বিষয়ত পঢ়ি আছোঁ। মোৰ ঘৰ তেজপুৰত।"

ঃ "বাৰু কওকচোন, মোৰ লগত কি কথা আছে?"

ঃ "মই আপোনাক ভালপাওঁ। বহুদিন ধৰি আপোনাক লক্ষ কৰি আহিছোঁ , আপোনাৰ কবিতা প্ৰাচীৰ পত্ৰিকাত সদায় পঢ়ি আছোঁ। সিদিনা, বিশ্ববিদ্যালয সপ্তাহৰ শেষৰ দিনা, বিচিত্ৰানুষ্ঠানত আপোনাৰ কবিতা আবৃত্তি শুনি মুগ্ধ হ'লো। আপুনি সেইদিনা মৃদুল কুমাৰ দাসৰ "সংযুক্তি" কবিতাটো আবৃত্তি কৰিছিল।"

মই হতভম্ব হ'লো, কি কয় লৰাজনে, কি আচৰিত কাণ্ড। মোক ভালপায় লৰাজনে।

এদিনো লগ পোৱা নাই — অথচ 'ভালপাওঁ" বুলি একে আষাৰে কয়। বৰ সাহস চোন! বিচূৰ্ত্তি হৈ কিছুক্ষণ মনে মনে ৰ'লো। লাহে লাহে ক'লো।

ঃ "আপোনাৰ স্পষ্টবাদিতাৰ বাবে ধন্যবাদ, কাকতি!"

ঃ "কিন্তু মোক উত্তৰ লাগে, মোক ভাল পায়নে আপুনি?"

ঃ "আপুনি কি কথা কৈছে এইবিলাক, মই আপোনাক ভালপোৱা কেনেকৈ সম্ভৱপৰ, আপুনি নিজেই ভাবি চ'ক; মই আপোনাক চিনিকে নেপাওঁ। কোনোদিন লগ পোৱা নাই। কথা পতা নাই। কেনেকৈ সম্ভৱ! কেনেকৈ আপুনি আশা কৰিছে, কাকতি?"— মোৰ কথাত উষ্মা বিযপি পৰিছিল, যথা সম্ভৱ সংযত হৈ কথাবোৰ কৈছিলো। খঙো উঠিছিল। এয়া আকৌ কিহৰ চাল, ষড়যন্ত্ৰ নহযতো?

ঃ "বাৰু আপুনি কিছু দিন চিন্তা কৰক। মই আপোনাক প্ৰাণভৰি ভালপাওঁ। এইবাৰৰ তৰ্ক প্ৰতিযোগিতাত আপুনিও Join কৰিছিল নহয়, মিচ্ দত্ত?"

ঃ "এৰা, কৰিছিলো, পিছে কি হ'ল?"

অনুভৱ মনে মনে ৰ'ল। মোৰ প্ৰশ্নৰ একো উত্তৰ নিদিলে। মই লক্ষ কৰিলো — লৰাজনক। এটা মেৰুণ ৰঙৰ ফুল-চুৰেটাৰ পিন্ধিছে, .. ... ..

হয এই লৰাজনেও তৰ্ক প্ৰতিযোগিতাত Join কৰিছিল। অ' নহয এৱেঁই প্ৰথম পুৰস্কাৰ লাভ কৰিছিল। . এৰা আমি বহুতো কথাই পাহৰি যাওঁ, কেতিযাবা কিছুমান কথা মনত ৰাখিব লগা বুলি নেভাবো, অথবা বিভিন্ন ব্যক্তিগত চিন্তাৰ ধামখুমীয়াত ভালেমান কথাই পাহৰি যাওঁ। পাহৰি যোৱাটো মানুহৰ স্বভাব।

ঃ "এৰা কাকতি, এতিযা কিছু মনত পৰিছে, মই বহুত কথাই পাহৰি যাওঁ, বুজিছে।

ঃ " পাহৰি যোৱাটো একো ডাঙৰ কথা নহয়, মোৰ কিন্তু আপোনাক ভাল লাগিছে, খুব, আপুনি মোৰ বিষযে অলপ ভাবক . . আজি ভালেমান দিন ধৰি আপোনাৰ চিন্তা, চৰ্চ্চা, ধীৰ স্বভাব, আদিক মই লক্ষ কৰি আহিছো।"

লৰাজনে আকুলভাৱে কথাবোৰ কৈ গৈছে, লৰাজনলৈ এইবাৰ সহানুভূতি জন্মিছে, তদুপৰি তেওঁৰ নিৰ্ভীকতা, স্পষ্ট বাদীতাৰ প্ৰতি শ্ৰদ্ধাও জন্মিছে। আজিৰ ডেকাচাম উশৃংখল; চিন্তা-চৰ্চ্চাৰ ঋজুৰেখ গতি খুব কমেইহে চকুত পৰে। কিন্তু মই নিৰুপায়—তেওঁক সান্ত্বনা দিয়াৰ মোৰ কোনো উপায় নাই।

ঃ "বুজিছে, কাকতি। আজি যদি টুলুঙা ভাৱে কথাষাৰ উত্থাপিত হ'ল হেতেন, মই আপোনাক অপমান কৰিবলৈকো কুণ্ঠিতা নহলো হেতেন। কিন্তু আপোনাৰ কথাবোৰৰ ওজন আছে। আমাৰ সমাজত ডেকাচামৰ উশৃংখলতা বাঢ়ি গৈছে। আজি কেইজন ডেকা লৰাই এইদৰে ক'ব পাৰে। তেওঁলোকে কেৱল ছোৱালী জোকাব জানে — লুকাব জানে — হতাশ হ'লে কুৎসা ৰটনা ক'ৰে।... ... কিন্তু আপোনাক প্ৰশংসা কৰাৰ অৰ্থ এয়ে — নহয যে মই আপোনাক ভাল পাওঁ। সকলো মানুহকে ভালপাব নোৱাৰি। ই এক আন্তৰিক অনুভূতি। এই কথা আপুনিও জানে। আপুনি এজন বুজন ডেকা ... ... আচ্ছা — মই যাওঁ"

ঃ " আকৌ লগ পাম, মিচ দত্ত।"

.. ... ... অন্য এদিন লাইব্ৰেৰীত কিতাপ বিচাৰি আছোঁ। ওখ ওখ কিতাপৰ ৰেক বিলাকৰ আঁৰত লুকাই আছিলো। মোৰ কাষত আন কোনো নাছিল। আনমনা হৈ আছোঁ। কিতাপৰ লগত থাকিলে আন সকলো পাহৰি যাওঁ। মানুহৰ সঙ্গ তেতিয়া নেলাগে। কিতাপবোৰ চুই মোৰ হৃদয় পুলকিত হয় – ৰোমাঞ্চিত হয়। কিতাপৰ গোন্ধত মন আচ্ছন্ন হয়।

ঃ " মিচ্ দত্ত। কি কৰিছে?"

মই দস্তুৰমত উচপ খাই উঠিছোঁ , গা-টো জিকাৰ মাৰি উঠিল। পিচলৈ ঘূৰি চালো – অনুভৱ কাকতি।

ঃ " আপুনি ইয়াত?"

ঃ "হয়, মই ইযাত, মই ইযাত আহিব নেপায নেকি? মইতো ইযাৰেই Student "

ঃ "হয়, আপুনি ইযাৰেই Student , আপুনি কি কিতাপ বিচাৰিছে বাৰু?"

ঃ "কিতাপ নহয মিচ দত্ত, মই আপোনাক বিচাৰিহে ইযালৈ আহিছোঁ, কাৰণ মই জানো আপুনি ইযাতেঁই থাকিব। ইতিমধ্যে মই আপোনাৰ ক্লাচৰ – ৰুটিনখন সংগ্ৰহ কৰিছোঁ।"

ঃ "আচ্ছা কাকতি, মোক কিয় বিচাৰিছে, মই আপোনাক কি সহায কৰিব লাগে।"

ঃ "নহয মানে – আপুনি কিবা ভাবিলেনে? মোৰ কথাষাৰ – অৰ্থাৎ মই ভাবিবলৈ দিযা কথাষাৰ"

ঃ "মই একো ভবা নাই। মানে মোৰ বাবে ভাৱিবলগীযা একো নাই। .. আৰু মোৰ মতামত আপোনাক স্পষ্ট ভাৱে জনালোৱেই চোন। তাৰ পিছতো আপুনি মোৰ পিছত জোক লগাদি লাগি থকাৰ কোনো অৰ্থ নাই।"

ঃ "আপোনাৰ কি এযে শেষ কথা নেকি?।"

ঃ " হয। মই আপোনাক ভাল পাঁব নোৱাৰো। আপুনি মোক বন্ধু বুলি ভাবিব পাৰে। তাতোকৈ একো বেছি আশা নকৰিব।"

ঃ "কিয? মই যে আপোনাক একান্ত ভাৱে বিচাৰো"।

ঃ "ই অসম্ভৱ। আপোনাৰ এই মিছা আশা বাদ দিয়ক কাকতি। মই ইতিমধ্যে এজন লৰাক ভালপাওঁ।"

ঃ "মিছা কথা। আপুনি মোক যন্ত্ৰণা কিয় দিছে মিচ দত্ত। জানে যোৱা কেইবা নিশাওঁ মোৰ টোপনি অহা নাই। মই কষ্ট পাইছোঁ ... ... মোক এই যন্ত্ৰণাৰ মাজলৈ কিয় ঠেলি দিছে।"

... ... হে হৰি। কিহে পালে মোক। লৰাজনে নুবুজে কিয। পাগল নেকি। নে ভাও ধৰিছে। তথাপি যথাসম্ভৱ সহজ ভাৱেইক'লে।

ঃ "মই সঁচাকথাকেই কৈছোঁ কাকতি। আপোনাক মিছা কথা কৈ মোৰ কোনো লাভ নাই। হিৰণ্ময় হাজৰিকা নামৰ এজন লৰাক মই গভীৰ ভাৱে ভাল পাওঁ। মোৰ বিয়াওঁ হ'ব তেওঁৰ সতেই।"

ঃ "সচা জানো? তেওঁ থাকে ক'ত?"

ঃ "তেওঁ বৰ্ত্তমান গোলাঘাটত থাকে।"

ঃ "মই এইবোৰ কথা বিশ্বাস নকৰো।"

ঃ "তেনেহলে উপায় নাই, অযথা সময়বোৰ নষ্ট নকৰিব। মই আহোঁ তেনেহলে; মই বিচৰা কিতাপ খন পালো দেই ... আপুনি থাকক।"

.. তথাপিও অনুভৱে মোৰ লগ এৰা নাছিল। আৰু এদিন লাইব্ৰেৰীত এখন কিতাপ পঢ়ি আছোঁ। মোৰ পিছ ফালৰ পৰা অনুভৱে মাত দিছে।

ঃ " দত্ত, প্লীজ — এষাৰ কথা শুনক।"

ঘূৰি চালো। অনুভৱ কাকতি। মিহি মিহি ষ্টাইপ দিয়া পিঙ্ক ৰঙৰ এটা হাফ চাৰ্ট পিন্ধিছে। চুলি বোৰ আউল-বাউল। দেখিলেই বুজিব পাৰি শৰীৰৰ প্ৰতি যতন লোৱা নাই সি। মুখত কেবাদিনো নুখুৰুৱা দাঢ়ি। তথাপিও তাক ভাল দেখাইছিল। সি এনেও সুদৰ্শন পুৰুষ, নাৰীৰ মন হৰণ কৰিব পৰা সকলো সম্পদেই তাৰ আছে।

ঃ "কি কথা ক'ক।"

ঃ "আপুনি এদিন অকলে মোক লগ দিবনে? মোৰ কাৰণে অলপ মূল্যবান সময় খৰছ কৰক।"

ঃ "কি কযহে আপুনি" (খঙৰ সুৰতেই ক'লো)

অনুভৱ ঘামিছিল। নবেম্বৰ মাহত ঘামিব লগীযাকৈ গৰম নাই। বৰঞ্চ ডিব্ৰুগড়ত শীতৰ প্ৰকোপেই বেছি। কপালৰ আগৰ চুলিবোৰ ঘামত লেটি লৈ আছিল। দেখিলেই গম পায় অনুভৱ মানসিক দুঃচিন্তাত দগ্ধ। অস্থিৰ। মনটো মোৰ কুমলি গৈছিল। অনুভৱক বাৰু কিহে পাইছে মোক ভাল পাবলৈ। তাৰ দৰে সুদৰ্শন পুৰুষ এজনৰ বাবে ছোৱালীৰ আকাল হ'লনে? .. ... তাকনো কিহে পাইছে ইমান চঞ্চল হ'বলৈ। সি কিয় নিজকে সংযত কৰিব নেজানে।

ঃ "হয দত্ত। মই আপোনাক বৰ ভাল পাওঁ। আপুনি মোক ভাল নেপাব পাৰে। আপুনি পৃথিবীৰ যতেই থাওক কিয় – মই আপোনাকেই ভাল পাম, বিচাৰিম, ... .. এদিন মাত্ৰ অলপ সময়ৰ বাবে আপুনি মোক নিৰলে লগ দিবনে — মই কিছুমান কথা ক'ব খোজো আপোনাক, তাৰ পিচত আৰু কেনো কালে আমনি নিদিওঁ।"

অনুভৱৰ মাতটো কপিছিল। সি মানুহটো অস্থিৰ হৈ পৰিছিল। কথা কেইষাৰ কওঁতে তাৰ বৰ কষ্ট হৈছিল, ৰুমালেৰে ঘাম মচিছিল, মোৰ ভয় হৈছিল কোনোবাই দেখি আছে জানোছা, ভুল বুজিবলৈ কেতপৰ!!

... "দত্ত, কওঁক, এদিন লগ দিবনে?

ঃ " আৰু ক'তো মই যাব নোখোজো, আৰু কোনো কথা শুনিবও নোখোজো, মই আপোনাৰ কথা শুনিবলৈ বাট চাই থকা নাই ...

ঃ "আপুনি খঙ নকৰিব! মোৰ অৱস্থাটো ভাবি চ'ক? মই আপোনাক বিচাৰো।"

ঃ "হ'ব, আৰু কোনো দিনেই এনেবোক্য উচ্চাৰণ নকৰিব ... ... মই আপোনাক লগ নিদিওঁ, দিব নোৱাৰো। আপুনি ইমান অবুজ কিয়?" চেপি ক'ব খোজা কথাবাৰো সম্ভৱ ডাঙৰকৈ ওলাইছিল। অনুভৱ গুছি গ'ল। এক চেকেণ্ডো নৰ'ল। তাৰ পিছত আৰু অনুভৱক কোনো কালেই লগ পোৱা নাই, দেখা নাই!

ভালেমান দিন পিছত জানিব পাৰিলো, অনুভৱে University এৰি গ'লগৈ। পৰীক্ষাও নিদিলে। দুখ লাগিছিল। মোৰ কাৰণেই অনুভৱ শুছি যাব লগা হ'ল

... ... আৰু পিছত শুনিলো অনুভৱে বোলে A C S পালে। গুৱাহাটীত চাকৰিত Join কৰিলে।

—: O :—

এতিয়া নিশা সাত বাজিছে। সকলোৱে নিজৰ নিজৰ কমত সোমাই পঢ়া-শুনা কৰিছে। Warden বাইদেৱে হাইহিলৰ পাম্চু জোতা পিন্ধি খটক্ খটক্ শব্দ তুলি কৰিডৰে কৰিডৰে টহল দি ফুৰিছে। এই সময় চোৰাত যাতে ছোৱালীহঁতে মেল মাৰি থাকিব নোৱাৰে তাৰ কাৰণে তেওঁ সজাগ তথা সচেতন। কাৰোবাৰ কমত মেল মৰাৰ ভুনভুননি শুনে নেকি কাণ থিয় কৰি ফুৰিছে।

তেনে সময়তে Ward-Girl ললিতাই আহি মোক কলেঃ "তৰা বাইদেউ আপোনাৰ ফোন আহিছে।"

ললিতাৰ পিছে পিছে গৈ মই ফোনটো দাঙি ধৰিলো। চিনাকি কণ্ঠস্বৰ এটি শুনিবলৈ পাই মন ভৰি আহিল। কুমুদ ককাইদেউৰ কণ্ঠস্বৰ।

ঃ "হেল্ল, হেল্ল, মই কুমুদ দত্তই কৈছোঁ।"

ঃ "হয, মই তৰা।"

ঃ "তৰা, মই আজি সন্ধিয়া ডিব্রুগড পালোহি। ইযাৰে ৰেডিঅ'ত মোৰ নাটকৰ "ৰেকৰ্ডিং" আছে। "উৰ্ণনাভ" নাটকৰ নাম। মই ইযাতে, ওচৰতে এজনৰ ঘৰত আছোঁ। কাইলৈ আৰু, পৰহিলৈ ৰেকৰ্ডিং। কাইলৈ তই দিনৰ দহমান বজাত পোৱাকৈ ইযাৰ ৰেডিঅ' ষ্টেচনলৈ আহিবি। মলখুবছা ৰেডিঅ' ষ্টেচন। তাতে মোক লগ পাবি।"

ঃ "কিয আপুনি জানো আমাৰ হোষ্টেললৈ এবাৰ নাহে —? অহা হ'লে ভাল আছিল।

ঃ "পৰহিলৈ নাটকৰ " ৰেকৰ্ডিং কৰি চিধাই যাব লাগে। একদম সময় নাই। ছুটিও নাই। তাতে বৌৱেৰৰ গাটোও সিমান ভাল নহয। গতিকে তযে আহ। তোক লগ পাব লগা আছে।"

ঃ "হ'ব বাৰু।"

ঃ " থওঁ, তেতিয়া হ'লে।"

ঃ অঁ, থওক।

পিচদিনা ন-বজাত বান্ধবী আকাশীলতাৰ লগত মলখুবছালৈ ওলালো। আকাশীলতা যি আকাশীলতাই। ওখ-পাখ হটঙা শৰীৰ। চুলিবোৰ ঘন, চুটি, কেকোৰা-কেকুৰী। লগৰ ছোৱালীয়ে সেয়ে ছাঁইবাবা বুলি জোকায়। সমগ্ৰ শৰীৰ নোমাল। পুৰুষৰ দৰেই হাত-ভৰিৰ গঢ়। তাইৰ সেই প্ৰকাণ্ড শৰীৰটোৰ বাবে বদমাইচ লৰাইঁতে তাইক "Dibrugarh University Beauti Queen" নাম দিছে। তাইৰ পিছে সেইবোৰলৈ ভ্ৰূক্ষেপ নাই। শৰীৰৰ চেহেৰা যিমানেই খহতা — সিমানেই মৰমীয়াল তাইৰ ব্যবহাৰ। মাত-কথা মধুৰ। খোজ-কাটল গম্ভীৰ। চঞ্চলতা মুঠেই নাই। কোনে কি মন্তব্য দিলে তাইৰ সেইবোৰৰ প্ৰতি কাণসাৰ নাই। সকলোকে একেদৰেই মৰমৰ চকুৰে চায়।

মই তাইক মলখুবছালৈ যাবলৈ লগ ধৰাত তাই একে আষাৰেই সম্মত হ'ল। বেছি-ভাগ ছোৱালীয়েই তাইৰ পৰা আঁতৰি ফুৰে। তাইৰ সেই পুৰুষ-সুলভ শৰীৰটোৰ বাবেই নেকি?

অবহেলা কৰে। বিদ্ৰূপ কৰে। তাই বুজি পায়নে নেপায় জানো।

মই কিন্তু আকাশীলতাৰ ব্যৱহাৰ-পাতি, স্বভাৱ, আদি ভালপাওঁ। গুৰুত্ব দিওঁ। তাইৰ শৰীৰটো হয়তো সৃষ্টিৰ ভুল। সেইবুলি তাই এগৰাকী মানৱী। তেজ-মঙহৰ। তদুপৰি তাই অধ্যয়নশীল, পৰিশ্ৰমী ছোৱালী।

দুয়ো বাচত উঠি আকাশবাণীলৈ বুলি ৰাওনা হ'লো। তাইৰ ডাঙৰ-দীঘল প্ৰকাণ্ড শৰীৰটোৰ কাষত মোৰ অবয়বটো অকণমান ঘনচিৰিকা এটিৰ দৰে লাগিছিল। চৌকিডিঙিত বাছৰ পৰা নামি ৰিক্সা এখন লৈ দুয়ো যাবলৈ ধৰিলো। বিভিন্ন কথা-বতৰা পাতি যোৱা কাৰণে অকণো আমনি লগা নাছিল।

"আকাশবাণী"ৰ সন্মুখত ৰিক্সাৰ পৰা নামি আমাৰ সংকোচ ওপজিল। কোনো দিনে অহা নাই! কি'বা নিয়ম-কানুন ইয়াৰ? মানুহ-দুনুহ বোৰ বা কেনে? আমাক কেনেদৰে আতিথ্য ক'ৰে? বিভিন্ন চিন্তাই মন আগুৰি ধৰিছে।

দুৱাৰ মুখতে ধৰিলে দাৰোৱানেঃ "অনুসন্ধান" কমত চহী কৰি থৈ যাওঁক।" অনুসন্ধান অফিচত নাম, ধাম লিখি ভিতৰলৈ সোমই গ'লো। ধুনীয়া আচবাব-পত্ৰৰে, মোজাইক কৰা মজিয়াৰে, ৰঙীন পকী বেৰাৰে আকাশ বাণীৰ 'অন্দৰ মহল' আটক ধুনীয়া। এনেকুৱা ধুনীয়া ঘৰ আমি দুয়োজনীয়ে আগেয়ে দেখা নাই। কেন্দ্ৰীয় চৰকাৰে ভালেমান টকা খৰছ কৰিছে ইয়াৰ বাবে।

পহিলাতে Duty Room পায। দুৱাৰ মুখত ৰৈ দেখিলো এজন বগা চানেকীয়া, জপৰা চুলিৰ ডেকাই চকীত বহি কিবা লিখি আছে। কাষতে ৰেডিঅ' এটা বাজি আছে।

ঃ "সোমাব পাৰোনে?" মোৰ বিনীত কণ্ঠ।

ঃ "আহক, কিবা দৰকাৰ আছে?" মূৰ নোতোলাকৈয়ে ডেকা জনে ক'লে। খহটা অথচ গভীৰ পুৰুষ কণ্ঠ।

ঃ "হয দৰকাৰ আছে। মই এজন মানুহক লগ পাবলৈ আহিছোঁ। মোক অকণ সহায কৰক।"

ঃ"কওঁক কি সহায় কৰিব লাগে" ডেকাজনে তেতিয়াও মূৰ তুলি আমালৈ চোৱা নাই। আমাৰ কথাৰ উত্তৰ দি আছে আৰু কিবা লিখি আছে। ডেকাজনৰ কণ্ঠস্বৰ গভীৰ, টান আৰু স্পষ্ট, কিন্তু অকণো মিঠা নহয়।

ঃ "আজি ইয়াত "উৰ্ণনাভ" নাটকৰ আখৰা আছে হেনো। যোৰহাটৰ পৰা সেই নাটকত ভাগ লবলৈ মোৰ ককাইদেউ কুমুদ দত্ত আহিছে। মই তেখেতক লগ পাব খোজো।"

এই কথাখিনি শুনাৰ আগলৈকে জপৰা চুলীয়া যুবকজনে আমালৈ মূৰ তুলি চোৱা নাছিল। আমাক বহিবলৈকো কোৱা নাছিল। যদিও তেওঁৰ সন্মুখত কেবাখনো খালি চকী আছিল। কি অভদ্ৰ মানুহ এইজন। মই বিৰক্ত হৈছিলো।

এইবাৰ জপৰা চুলীয়া ডেকাজনে মূৰ তুলি চালে। ৩০/৩২ বছৰ বয়সীয়া এজন যুবক (যুবক বুলিব পাৰিনে নাই বা) মুখত ফ্ৰেঞ্চকাট ডাড়ি— চিকমিকাই থকা এজাপ চুলি। চুলিৰ জংঘত লুকাওঁ লুকাওঁ এখন মুখ। দেখাত নিয়মীয়া ওখ যেনেই লাগে। চকুজোৰ ভুৰণীয়া আকৃতিৰ, তাম বৰণীয়া অথচ উজ্বল। তেওঁ অকণ হাঁহিছেন কৰিলে। বিশাল গোকজোৰৰ কাঁকেদি জান

নেজান হাঁহি এটি বিৰিঙি উঠিল। যেনেকৈ ডাৱৰৰ মাজে মাজে লুবকাভাকু খেলে জোনাযে।

ঃ "অ' আপুনি কুমুদ দত্তৰ ভনীযেক নেকি?"

ঃ "হয়"

ঃ " আপুনি ক'ৰ পৰা আহিছে"

ঃ " মই University ৰ পৰা আহিছোঁ, এয়া মোৰ বান্ধৱী আকাশীলতা, মোৰ ঘৰ গোলাঘাটত।"

ঃ "আপোনাৰ ককাযেক এতিযাও আহি পোৱা নাই। তেখেতৰ লগত মোৰ পৰিচয় হৈছে। আপোনালোক অলপ বাহিৰতে বহকগৈ দেই। তেখেতে আহিলে লগ পাব। অ'— আপোনালোক বাহিৰতে বহকগৈ । সেযা চকী আছে।" তেওঁ বাৰন্দাৰ চকী বোৰলৈ আঙুলিয়াই দিলে।

কি আচৰিত মানুহ! নিৰ্ব্বিকাৰ, যান্ত্ৰিক। ৰেডিঅ'ৰ সকলো মানুহ এনেকুৱাই নেকি? অকলশৰীযা দুজনী গাভৰু। তাতে সম্পূৰ্ণ অচনাকি এটা পৰিবেশ। য'ত খাপ খাবলৈ আমাৰ দৰে পিচ-পৰা মানুহৰ দিগ্‌দাৰ হয। বাহিৰত অহা-যোৱা কৰা মানুহ বোৰে আমাকেই যেন চাই আছে! অথচ এই খহটামুৱা যুবকে আমাক বাহিৰত বহি থাকিবলৈ ক'লে। এনেকুৱা ৰস নোহোৱা মানুহ!

বাহিৰলৈ আহি চকীত বহি পৰিলো। আকাশীযে ক'লে ঃ " মানুহজনে আমাক ভিতৰতে বহিবলৈ ক'ব পাৰিলে হেতেন। আমি চুপ্-চাপ বহি থাকিলো হেতেন! আমিনো তেখেতক কি দিগদাৰ্ কৰিম। সৰু লৰা-ছোৱালী নেকি কি'বা!।

ঃ "আকাশী! ভালেই হ'ল দিযাহে! কি দৰকাৰ তাত থম্ থম্ কৰে বহি থকাৰ।

ঃ "এঃ ইযাত যে সকলোৱে আমাকে চাই আছে। ছেঃ . . . "

দুয়োজনীযে কিবা-কিবি কথা পাতি পৰিবেশটো পাতলাবলৈ চেষ্টা কৰিলো। চকুজোৰ ঘনে ঘনে গেটলৈ গৈছে। অশান্তি লাগিছে। ককাইদেউ পোৱাহিয়েই নাই। ককাইদেউৰ কি দৰকাৰ আছিল, ইযালৈ আহিবলৈ ক'বলৈ। মাতি পেলাই এই পৰলৈকে দেখা-দেখি নাই। দহ-বাজি ২৫ মিনিট গ'ল। গুছিযেই যাওঁগে নেকি! ছেঃ ক্লাচ কেইটাও খতি হ'ল!

ঃ " হেৰি নহয়, আপোনাৰ ঘৰ গোলাঘাটত?"

সেই জপৰাচুলীয়া যুবক জনে সুধিলে।

ঃ "হয।"

ঃ "গোলাঘাটৰ কঙ্কণ শইকীয়া, আচমা আহমেদক চিনি পায়নে?"

ঃ "হয় পাওঁ — তেওঁলোক মোৰ ভালদৰেই চিনাকি।"

ঃ "মই কঙ্কণৰ ঘৰত এবাৰ থাকি আহিছোঁ। কটনত পঢ়োতে তেওঁৰ লগত ভাল-চিনা জনা।"

ইমান দূৰৰ পৰা চিঞৰি চিঞৰি কথা ক'বলৈ মই বৰ অসুবিধা অনুভৱ কৰিছোঁ। অথচ মানুহজনে ভিতৰলৈকো মতা নাই। তেওঁৰ মাতডাল বৰ ডাঙৰ। মোৰহে চিঞৰোতে ডিঙি চেৰ্

চেৰাই গৈছে। কাষৰে পাজৰে থকা মানুহবোৰে বৰকৈ চাইছে। আমি দুয়োজনীয়ে নিজেই গৈ Duty Room ৰ দুখন চকী অধিকাৰ কৰি বহি ল'লো। ইস্ তেওঁ কিবা উঠাই দিব পাৰিব নেকি আমাক।

ঃ বেযা নেপাব। ইমান দূৰৰ পৰা চিএৰি-বাখৰি কথা পাতিবলৈ অসুবিধা। দেখাতো শোভন নহয়। .. অ' কি কৈছিল আপুনি কল্পণ শইকীয়াৰ ঘৰত থাকি আহিছে?"

ঃ "হয়। গোলাঘাটৰ অনেক মানুহকে মই চিনি পাওঁ। মীনাক্ষী বৰ্ঠাক জানেনে? তেখেত মোৰ University ৰে বন্ধু।"

ঃ "হয়, বৰ্ত্তমান তেওঁ গোলাঘাট কমাৰ্চ কলেজৰ লেক্‌চাৰাৰ।"

ঃ "জানো, তেওঁ মাজে মাজে ইযালৈ আহে, বিভিন্ন অনুষ্ঠানত ভাগ লয। ... ... আপোনাৰ নাম কি?

ঃ "মোৰ নাম তৰা দত্ত। মোক তুমি বুলিব পাৰে। কাৰণ মই কঙ্কণ, মিনাক্ষী আদিতকৈ সৰু।" তেখেতৰ নামটো সুধিম বুলি ভাবিছিলো। নুসুধিলো।

ঃ " তোমাৰ ককাযেৰাৰ সতে চিনাকি হৈছোঁ। তেওঁৰ কণ্ঠস্বৰ বৰ ভাল। তেওঁ মঞ্চতো অভিনয় কৰে নহয?"

ঃ "হয় তেখেত এজন সফল মঞ্চ অভিনেতা। অসমৰ বিভিন্ন মঞ্চত তেওঁ অভিনয কৰিছে। বাহিৰলৈকো গৈছে।"

সময়বোৰ পাৰ হৈ যোৱাত ভাল পাইছিলো। তেতিয়া এঘাৰ বাজিছিল। কুমুদ ককাই অহাই নাই। হঠাতে যুবকজনে বহাৰ পৰা উঠিল। হাত-ঘড়ীটোলৈ চালে — আৰু ক'লে।

ঃ "বাৰু, তোমালোকে দুয়ো এতিয়া অলপমান বহা, মই চাহ-একাপ খাই আহোঁ — এই ওচৰতে ৰেডিঅ' কেন্টিনত, ইমান সমযত মই সদায একাপ চাহ খাওঁ।"

যুবক জন গ'লগৈ।

কি অভদ্ৰ মানুহ। আমাকো সৌজন্যৰ খাতিৰত চাহ খাবা নেকি সুধিব পাৰিলে হেতেন। আমি কি'বা খাম বুলি ক'মনে? নিশ্চয় নেখাও বুলিয়ে ক'ম। সাধাৰণ ভদ্ৰতাকণো নেজানে মানুহজনে। নে পইছা খৰছ হোৱাৰ ভয কৰিছে। ইমান কৃপণ মানুহ। নেখাওঁ আমি তেওঁৰ পইচাৰে চাহ।

আমাক এনেদৰে এৰি ধীৰ খোজেৰে জপৰা চুলীয়া যুবকজন চাহ খাবলৈ গুছি গ'ল। খঙ উঠিছিল মোৰ। আচহুৱা পৰিবেশ। আচহুৱা মানুহ। অচিন ব্যৱহাৰ। মুখ ওন্দোলাই বহি থাকোঁ। তেই ককাইদেউ আহি পালেহি।

ঃ "কি হ'ল, তৰা, তই চোন মন মাৰি আছ, গা বেয়া নেকি?"

ঃ "নহয় ককাইদেউ, আপুনি অহা ইমান দেৰী কৰিছে, আমনি লাগি গৈছে।"

ঃ "এয়া, পালোহিয়েচোন, তোৰ ক্লাচ কৰি কেনে লাগিছে, মোৰ বন্ধু নগেন শইকীয়াক লগ পাইছনে?"

ঃ "ক্লাচ কৰি ভালেই লাগিছে ককাইদেউ, নগেন শইকীয়া চাৰকো লগ পাইছোঁ। চাৰক আপোনাৰ কথাও কৈছোঁ।

তাৰ পিছত আমি দুয়ো নিতান্তই ঘৰুৱা কথা কিছুমান পাতিলো। আকাশীলতাৰ আমনি লগা বুলি ভাবি, তাইক ককাইদেউৰ লগত চিনাক্তকৰণ কৰি দিলো। ককাইদেৱে তাইৰ লগতো দুষাৰ এষাৰ কথা পাতিলে। ... ... তাৰ পিচত মোক ঠিকমতে পঢ়া-শুনা, শোৱা-খোৱা কৰিবলৈ সোঁৱৰাই দিলে। এনেয়ে বহুতদিনৰ মূৰত ঘৰৰ মানুহ দেখা পাই মন মোৰ আবেগিক হৈ পৰিছে। তাতে মৰম-ভৰা কণ্ঠৰ আদৰুৱা আব্দাৰ শুনি দুচকু সজল হৈ উঠিল। চকুলো সামৰিবলৈ মই প্ৰসঙ্গ সলনি কৰিলো

ঃ "ককাইদেউ। সেই Duty Room ত যে বহে মানুহ জন কোন বাৰু? আপুনি চিনি পায়নে। সেই যে বগাকৈ, জপৰা চুলিৰ মানুহজন!"

ঃ "অ' অৰুনাভ দাস। কি হ'ল কিবা কৈছে নেকি?"

ঃ "নাই একো কোৱা। আপোনাৰ কথা তেওঁক সুধিছিলো আহি। বৰ ভেম্ মানুহজনৰ। কথাবোৰ কেনেকুৱা, একদম ভাল নেলাগে।"

ঃ "এতিয়া ক'লৈ গ'ল তেখেত?"

ঃ "চাহ খাবলৈ। আমাক অকলে বহুৱাই থৈ অভদ্ৰৰ দৰে চাহ খাবলৈ গুছি গ'ল। আমি কিবা তেওঁ মাতিলেই চাহ খাবলৈ যাম নেকি? সাধাৰণ ভদ্ৰতাকণো নেজানে হ'বলা।"

ঃ "নহয় অ' তৰা – ক্ষন্তেকতে মানুহৰ প্ৰতি এটা মন্তব্য নিদিবিচোন। সকলোকে তোৰ মোৰ নিচিনা বুলি বা হ'ব বুলি ভাৱ কিয়? মানুহ মাত্ৰেই আচাৰ-ব্যৱহাৰ ভিন্ ভিন্। তই বৰ আজলীজনী হৈ আছ অ'।

.. ... আমি জীৱনত বহুত মানুহ লগ পালো। ক'ত ৰকমৰ মানুহ। সেয়ে অভ্যস্ত হৈ গৈছোঁ। তই জীৱনত কিমান মানুহনো লগ পাইছ? ... ... বাৰু বাদ দে সেইবোৰ। তই এতিয়া যা- গৈ যা। আৰু হোঁ ... ... ... এই টকা ২০০ ৰাখ। আপদে বিপদে খৰছ কৰিবি। কিবা লাগিলে মোলৈ লিখিবি। মোৰ আথৰাৰ সময় হৈছে ... সৌৱা আথৰাৰ কাৰণে ৰেডিঅ'ৰ মানুহবোৰ আহি পালেই – তোক চিনাকী কৰি দিওঁ ৰহ —

ঃ তৰা, এয়া ছৈয়দ চাদ্দুলা আৰু এয়া মোৰ ভনী, একেজনী মাথোন ভনী, নাম তৰা দত্ত।"

হাতজোৰ কৰিলো। প্ৰতি নমস্কাৰ তেৰোঁ দিলে। তেনেদৰে ককাইদেৱে, লুট্‌ফুৰ ৰহমান, গীতিকাৰ হীৰেণ গোহাঁই, ইভা আচাও, আদি অনেকৰ সতেই চিনা পৰিচয় কৰাই দিলে। ইতিমধ্যে ৰাজেন গোহাঁই, জ্যোতিষ ভট্টাচাৰ্য আদিও আহি পাইছে। সকলোৰে সতে চিনাকী হৈ ভাল লাগিল।

ঃ "তুমি যুৱবাণীৰ অডিচন এটা দি দিয়া। তেতিয়া যুৱবাণীৰ অনুষ্ঠান সমূহত ভাগ ল'ব পাৰিবা।" লুট্‌ফুৰ ৰহমানে ক'লে

ঃ "কি কৰিব লাগিবনো?"

ঃ "এদিন সোমবাৰে আহিবা, মই সকলো বুজাই দিম, তোমাৰ কণ্ঠ পৰীক্ষা ক'ৰা হ'ব।"

ঃ "কুমুদ দত্ত। আপোনাৰ ভনীজনী বৰ মৰম লগা।" হীৰেণ গোহাঁয়ে ক'লে।

ঃ "এঃ তাই বৰ আবেগ প্ৰৱণ। পিছে বৰ সাহসী বৰ জেদী। ... বাৰু তৰা, তই যাগে। মই

নেথাকিলেও ইয়ালে আহিবি। সকলোকে চিনাকি কৰি দিলোৱেই। এতিয়া আৰু সংকোচ কৰিব নেলাগে”

—: O :—

হিৰন্ময ডিব্ৰুগড় এৰি যোৱাৰ পিচত তেওঁৰ চিঠিৰ বাবে অধীৰ অপেক্ষা কৰি আছোঁ মই। অপেক্ষাৰ সময়বোৰ অসহ্যকৰ ... ... অন্ধকাৰ, কিন্তু এই অপেক্ষা দীঘলীয়া নহ'ল। নিশ্চয় হিৰন্ময়ে গোলাঘাট গৈ পায়ে মোলৈ লিখিছিল।

তেওঁৰ লেখাই মোলৈ বহন কৰি আনিছে সৰ্বোৎকৃষ্ট আনন্দৰ খবৰ। তেওঁ গুৱাহাটীত চাকৰি পাইছে। অহা মাহৰ এক তাৰিখে চাকৰিত যোগদান কৰিবগৈ। তেওঁ যে এই মূহুৰ্ত্তৰ পৰা নিবনুৱা নহয় — এই কথা ভাবি মনটো অত্যন্ত পাতল লাগিল। মই যেন চিৎপখিলাৰ দৰে নাচিম। জপিয়াই জপিয়াই থেও ধৰি ধৰি নদীৰ দৰে যেন বৈ যাম পাৰ ভাঙি।

হিৰন্ময়হঁতৰ ঘৰুৱা অৱস্থা স্বচ্ছল। যথেষ্ট খেতিৰ মাটি আছে। বহুখিনি আধি দিয়ে। তদুপৰি বিভিন্ন প্ৰকাৰৰ ফলমূল যথেষ্ট পৰিমানে ঘৰতে উৎপন্ন হয়। জাৰকালি বতৰৰ শাক-পাচলিও বাৰীত কৰে। গতিকে যি চাকৰিয়ে নহওক চলিবলৈ কষ্ট নহয়। চাকৰিৰ মানদণ্ড সম্পৰ্কে চিন্তা কৰিবলগীয়া মোৰ একো নাই।

চাকৰি পোৱা বুলি জানি এই কাৰণেই আনন্দ পালো, যে এতিয়া নিশ্চয় মই ঘৰখনক যি কোনো প্ৰকাৰে বিবাহ বিষযত সৈমান হ'বলৈ হেচাঁ প্ৰয়োগ কৰিব পাৰিম। কাৰণ সামাজিক ভাবে আমাৰ মিলন হ'বলৈ হিৰন্ময়ৰ ভালেমান যোগ্যতাৰ ভিতৰত চাকৰিও এক উল্লেখ যোগ্য বিষয়। এই বিষয়ত নিশ্চিন্ত হ'ব পাৰি শান্তি পালো।

হিৰন্ময়ে গুৱাহাটীৰ পৰা পুনৰ লিখিলে "... ... ... মোৰ কামৰ ঠাইখন জেগা ডোখৰ প্ৰকৃতিময়। মহানগৰৰ কোলাহলৰ পৰা দূৰত সি বিস্তৃত হৈ আছে। তাৰ বুকুত নদী আছে, উলংগ শিলৰ পাহাৰ আছে, সেউজী বনানীৰ কামিজ (নে চেমিজ) পিন্ধা নাতি-উচ্চ পাহাৰ আছে, কোমল ঘাঁহনি আছে, বিভিন্ন সুৰুঙাৰে নগৰৰ পৰা পলাই যোৱা একাবেঁকা পথ আছে — পথ আছে -... . . ... শৰাই ঘাটৰ দলঙখন পাৰ হৈযে মই এক স্বস্তি অনুভব কৰোঁ। বৰ্হি প্ৰকৃতিৰ সৌন্দৰ্য আৰু মানুহৰ কৌশলেৰে সজাই তোলা বিভিন্ন দৃশ্যই মোক অভিভূত ক'ৰে। কত দূৰ প্ৰান্তৰৰ পৰা মানুহবোৰ দুৰন্ত গতিত নগৰৰ বুকুলৈ সোমাই যায়গৈ — আপোন পৰিচয় হেৰুৱাই পেলাবলৈ। অথবা ধুমুহাৰ গতিৰে নগৰৰ পৰা পলাই আহে — আপোন অস্তিত্ব খুজি পাবলৈ - কোনোবা উপকণ্ঠত নিজা ঘৰলৈ বুলি, শাৰী শাৰী মটৰ গাড়ীৰে, সমান্তৰাল বেলেৰে। আৰু মই মোৰ একান্ত শান্তিৰ ঘৰ-দুৱাৰ এৰি পৰৰ লীলা-খেলা চাই সময় কটাইছোঁহি।

... ... ... সৰ্ব্বমুঠ ৪৯ খন গাঁৱৰ ৫৫ হেজাৰ মানুহৰ মাজত মোৰ কাম। স্বাস্থ্য সম্মত বিধি-বিধান, পৰিয়াল কল্যাণৰ নিয়ম-কানুন শিক্ষা দিয়া মোৰ দায়িত্ব। মইনো কি শিকাম? চেহেৰাটো দেখিলে মানুহে মোকেহে শিকাব খোজে। আচলতে ইয়াৰ মানুহবোৰে কম-বেছি পৰিমাণে সেইবোৰ মোতকৈ বেছি জানে?... ..."

—:O:—

আজি কিছুদিনৰ পৰা বিশ্ববিদ্যালয়ৰ ক্লাচ আদি সঘনাই বৰ্জন কৰি ছাত্ৰ-ছাত্ৰীইঁতে শোভাযাত্ৰা, মেল-মিটিং, পিকেটিং আদি কৰিবলৈ লৈছে। কিবা বোলেনে অসমৰ হেনো অস্তিত্ব ৰক্ষাৰ আন্দোলন হৈছে। বৰ বৰ সভা পাতি ছাত্ৰ নেতাইঁতে অসমৰ অস্তিত্ব ৰক্ষাৰ কাৰণে ৰাইজক সজাগ-সচেতন হ'বলৈ সকিয়াই দিছে। শ্ৰেণী বৰ্জন কৰি ছাত্ৰ-ছাত্ৰীইঁতে শোভাযাত্ৰা কৰি নগৰলৈ গৈ কাছাৰী ঘৰৰ সমুখত ধৰ্ণা দিবলৈ ধৰিছে। পথে-পথে, গাঁৱে-গাঁৱে নগৰে-নগৰে শ্লোগানৰ ধ্বনিৰে আকাশ-বতাহ মুখৰিত হৈছে। চৌদিশে পৰিবেশ গৰম আৰু চাঞ্চল্যকৰ। এই চাঞ্চল্যকৰ পৰিস্থিতিৰ গহনা লৈ প্ৰতিক্ৰিয়াশীল শক্তি সমূহে গা কৰি উঠিছে। বিভিন্ন ৰাজনৈতিক দল সমূহৰ মাজত যেৰিয়া-ফেৰি, খোৱা-কামোৰা বাৰুকৈয়ে লাগিছে। ঠায়ে ঠায়ে সাম্প্ৰদায়িক সংঘৰ্ষই দেখা দিছে। গৰম-গৰম খবৰেৰে বাতৰি-কাকতৰ পৃষ্ঠা পূৰ হৈছে।

এনে উত্তপ্ত পৰিস্থিতিত Warden এ আমাক হোষ্টেল খালি কৰি দিবলৈ জাননী দিলে। ১৯৭৯ চনৰ ডিচেম্বৰৰ ১২ তাৰিখে ঘৰলৈ টালি-টোপোলা বান্ধি যাবলৈ ওলালো। ইতিমধ্যে অসমত ৰাষ্ট্ৰপতিৰ শাসন দিছে।

ঘৰৰ ছোৱালী নিখুত শৰীৰেৰে ঘুৰি অহা দেখি মাযে বৰ শান্তি পালে। কাৰণ দেশৰ এই ভয়ানক পৰিস্থিতিত সকলোটি একেলগে থুপ-পাতি থাকিবলৈ পালে ভাল।

গোলাঘাট চহৰত আন্দোলনে বিশাল ৰূপ ধাৰণ কৰিছে। ঘৰৰ বুঢা-বুঢী, ডেকা-ডেকেৰী সকলো আন্দোলনত জপিযাই পৰিছে। "আহ ঐ আহ, খেদ ঐ খেদ —বিদেশী খেদ" শ্লোগানেৰে চৌদিশ মুখৰিত।

দিনৌ ন ন খবৰ ৰেডিঅ', বাতৰি কাকতে বহন কৰিছে। বিভিন্ন ঠাইত দুৰ্বৃত্ত দ্বাৰা ছাত্ৰৰ অপহৰণ, হত্যা কৰা হৈছে। নলবাৰী মহকুমাৰ অন্তৰ্গত মধ্যবাস্কা, পশ্চিমবাস্কা, পশ্চিম বৰভাগ, বতাহগিলা আদি অঞ্চলৰ পৰিস্থিতি অৱনতি হোৱাত আইন শৃংখলা ৰক্ষাৰ দায়িত্ব সামৰিক বাহিনীয়ে গ্ৰহণ কৰিছে।

১০ জানুৱাৰী তাৰিখে অসমৰ ইতিহাসত এটি কলংকিত অধ্যায়ৰ সূচনা হ'ল। উত্তৰ কামৰূপৰ বিভিন্ন ঠাইত সামৰিক বাহিনীৰ জোৱানৰ দ্বাৰা লুটপাত, নাৰীধৰ্ষণ আদি অমানুষিক কৰ্ম আৰম্ভ হয। এক অনিশ্চিত অন্ধকাৰ ভৱিষ্যতৰ ছবি কল্পনা কৰি সৰ্বসাধাৰণ ৰাইজ হতাশাগ্ৰস্ত হৈ পৰিল।

১৮ জানুৱাৰীৰ দিনা পনীয়া সোণৰ নগৰী দুলিয়াজানত দ্বিতীয় জালিয়ানাৱালাবাগৰ হত্যাকাণ্ড সংঘটিত হয়। বি এচ এফ আৰু চি আৰ পি এফ বাহিনী এই হত্যাকাণ্ডৰ হোতা। অসমীয়া ৰাইজে এই আঘাতৰ বোজা চম্ভালি লবলৈ নৌ পাওঁতেই অৰ্তকিতে আৰু এটি শোকৰ বতৰাই মানুহৰ মৰ্মস্থল স্পৰ্শ কৰে। অজিত নেওগ, নৃপেন বড়া, কুমুদ গগৈ, নগেন ডেকা— এই চাৰিটি কুমলীয়া কলি অকালতে মৰহি যায়। কিমান সম্ভাৱনা লৈ কাৰ বুকুৰ উমত ফুলিছিল এই কলি কেইটি। শ্লোগানৰ বিপৰীতে এতিয়া হাহাঁকাৰ ধ্বনিয়ে অসমৰ আকাশ ধূসৰ কৰি তুলিছে।

দৈনিক বিভিন্ন ঠাইত হত্যা, অপহৰণ, বলাৎকাৰ নিৰ্বিচাৰে চলি আছে। মানুহ পশু

হৈছে। দয়া, মায়া, ক্ষমা আদি মানবীয় গুণবোৰ হেৰাই গৈছে। অবলা নাৰীৰ ক্ৰন্দনে আজি অত্যাচাৰী হঁতক টলাব নোৱাৰে। শিক্ষা-দীক্ষা মূল্যহীন। শিক্ষানুষ্ঠান সমূহৰ দ্বাৰা অনিৰ্দিষ্ট কাললৈ বন্ধ।

অকল শিক্ষানুষ্ঠানেই নে? অফিচ-কেছাৰী আদিতো বন্ধৰ উপৰি বন্ধ। আজি বোলে অত্যাচাৰ বিৰোধী দি বস, কাইলৈ বোলে কৰ্মচাৰীৰ দৰমহা কৰ্ত্তনৰ প্ৰতিবাদ দি বস, শ্বহীদ দিবস, ছাত্ৰৰ অনশন ধৰ্মঘট, কলা দিবস, নিস্প্ৰদীপ দিবস।

আমাৰ ঘৰখনতো উথল-মাথল, হুলস্থুল, মানুহৰ আহ্ যাহ্ পুলিচৰ আহ্ যাহ্। বেলি ককাই জাতীয়তাবাদী যুবছাত্ৰ পৰিষদৰ গোলাঘাট শাখাৰ সভাপতি। সেয়ে আ মাৰ ঘৰত শোৱন-খাৱন নাই। পুলিছে ছাত্ৰ নেতা সকলক গ্ৰেপ্তাৰ কৰি ফুৰিছে। বেলিককাই আৰু নগৰৰ অন্যান্য ডেকা দলে নিশা ঘৰত নেথাকে। নগৰৰ পৰা দূৰত, হাবিত, বাইঁনিত, পাহাৰত, দুৰ্গম অৰণ্যত আশ্ৰয় লৈছে। জ্বলা চকুৰে নিশা খপে। ঘৰত থকা মানুহ সোপাৰো সুখৰ টোপনি নাই। নিশা, গভীৰ নিশা কেহানিবা পুৰতি নিশা পুলিচৰ গাড়ী আহে। এগাড়ী পুলিচ। ঘৰৰ চাৰিফালে ঘেৰাও কৰে। আমাক প্ৰত্যেককে জেৰা কৰে। ঘৰৰ বস্তু-বাহানি লণ্ড-ভণ্ড কৰে। বেলেগৰ ঘৰতটো আৰু অত্যাচাৰ। ছাত্ৰ নেপাই ঘৰৰ মানুহকে ধৰি নিছে। ... কাৰো শান্তি নাই, কাৰো সুখ নাই।

বহু দিনৰ মূৰত বেলি ককাই এদিন নিশা ঘৰত খপিছিল। কেনেকৈ জানো পুলিচৰ মানুহে জানিলে। ৰাতি ২মান বজাত পুলিচৰ গাড়ী আহিল। পুলিচৰ গাড়ীৰ মাত আমাৰ চিনাকি। দূৰত গাড়ীৰ শব্দ শুনি বেলি ককাই পলাল। পলাল মানে— পাচ ফালৰ পিতনিখনত ওৰে নিশা পৰি ৰ'ল। তাক বিচাৰি নেপাই পুলিচে ভালেমান বস্তু-বাহানি ভাঙিলে। কাইঁৰ বাচন-বৰ্তন দুজোৰ মান, অন্যান্য মূল্যবান বস্তু দুপদ মান লৈ পুলিচ গ'লগৈ। মায়ে কান্দি আছিল। শাওঁপাত দিছিল বিদেশীখেদা আন্দোলন খনক। নিশি ককাই জুপুকা লাগি আগফালৰ বাৰান্দা খনত বহি আছিল। সোণমণিক বুকুত জোৰেৰে সাৱটি লৈ নিশি কাইৰ বৌৱে উচুপি আছিল। নবৌৰ কাষতে বোবা মানুহৰ দৰে মই বৈ আছিলো। বেলি ককাইৰ ওপৰত খুব খঙ উঠিছিল মোৰ। তাকনো কিহে পাইছিল বিদেশী খেদা আন্দোলনৰ নেতা হ'বলৈ।! লাভৰ মূৰত ঘৰ-খনৰ সুখ শান্তি সোপাই গ'ল।

সম্পুৰ্ণ এটা বছৰ উদ্বিগ্ন চিন্তা লৈ ঘৰতে বহি থাকিলো। ছাত্ৰনেতা সকলে নতুন দিল্লীত চৰকাৰ পক্ষৰ লগত বিদেশী নাগৰিকৰ সমস্যা সম্পৰ্কিত আলোচনা কৰিবলৈ কেবাবাৰো গ'ল। কোনো সিদ্ধান্তলৈ আহিব পৰা নাই। হা-হুমুনিয়াহ কাঢ়ি ঘৰতে দিনবোৰ পাৰ কৰিছোঁ।

হিৰণ্ময় কেনে আছে, খবৰ পোৱা নাই। মই লিখিছোঁ তেওঁলৈ। এটি ঠিকনাও যোগাৰ কৰি পঠাইছিলো — মোলৈ লিখিবলৈ। ফল ধৰা নাই। ডাকৰ যিহে বেমেজালি। চিঠি-পত্ৰ সমূহ চেঞ্চৰ কৰা হৈছে। মোৰ চিঠি বা পাইছেনে নাই।

৮০ চনৰ বছৰটো ঘৰতে কটাই নবেম্বৰ মাহত আকৌ বিশ্ববিদ্যালয়লৈ আহিলো। দেশৰ পৰিস্থিতি শান্ত হ'বলৈ ভালমান সময় লাগিল। কিমানৰ বুকু শুদা হ'ল, কিমানে কপালৰ সেন্দুৰ মচিলে, কিমানৰ কুমাৰীত্ব লুণ্ঠন হ'ল, তাৰ হিচাপ কোনে ৰাখে? অসম বাসী বাইজৰ ককাল পৰিল।

বিশ্ববিদ্যালয়লৈ যাবৰ বেলা ডাঙৰ ককায়ে চকু-কাণ সজাগ কৰি চলিবলৈ বুজনি দিলে। লগতে সময়-সুবিধা বুজি "যুৱবাণী" ৰ অভিজ্ঞন দিবলৈও ক'লে।

বিশ্ববিদ্যালয়ৰ পৰিবেশ এতিয়া শান্ত। যেন ধুমুহাৰ পাছৰ বিধ্বস্ত নগৰী। ক্লাচ আদি সময় মতে হৈছে। ... .... মোৰ বন্ধু-বান্ধৱৰ সংখ্যা বাঢ়িছে। ছাত্ৰী-নিবাসৰ পৰা প্ৰচাৰ কৰা প্ৰাচীৰ-পত্ৰিকা "উৰুলি"ৰ কাম কাজ এতিয়া মোৰ হাতত, অন্যান্য ভালমান কাকত আলোচনীত লিখিবলৈ ধৰিছোঁ।

ডিচেম্বৰ মাহৰ এটি সোমবাৰে বান্ধৱী চায়েৰাৰ সতে আকাশ-বাণীলৈ ওলালো। সেইদিনা মই পিন্ধিছোঁ এখন মেৰুণ ৰঙৰ শাৰী। মাজে মাজে পাতল হালধীয়া সৰু সৰু তৰা ফুল থকা। গাত এখন মেৰুণ ৰঙৰ উলৰ কাপোৰ। খিল্ খিল্ হাঁহিৰে মোহনীয় পৰিবেশ ৰচিব পৰা এই মৰম-লগা চায়েৰা নামৰ ছোৱালীজনী মোৰ ৰুমৰ কাষৰ ৰুমটোতে থাকে। তাইক ছাত্ৰী নিবাসৰ আটায়ে হাঁহি চম্পা নাম দিছে। ডালিম গুটিয়া দাঁতেৰে সৰবৰহী এই ছোৱালীজনীৰ বিশেষ এক আকৰ্ষণীয়তা আছে।

আকাশবাণীৰ বাৰাণ্ডা অঞ্চলত থকা শাৰী শাৰী আটকধুনীয়া চকীবোৰৰ দুখনি অধিকাৰ কৰি আমি বহি আছোঁ নিৰ্দ্দিষ্ট সময়ৰ অপেক্ষাত। চায়েৰাৰ লগত থাকিলে বোধকৰো কাৰো আমনি নেলাগে। খিল্ খিল হাঁহিৰ নিজৰা, ৰস-লগা কথাৰ থুনপাকেৰে তাই সময়বোৰ সহজতে আগুৱাই নিব পাৰে।

আমি কথাত মছগুল হৈ থাকোঁতেই এজন যুৱক আমাৰ ওচৰলৈ আহি ক'লে

ঃ "আপোনাক আগতে ক'ৰবাত দেখা, দেখা যেন লাগিছে। অৱশ্যে মোৰ ভুল হ'বও পাৰে।।" (কথাষাৰ মোক উদ্দেশ্যে ক'লে)

কিছুক্ষণ তভক মাৰি ৰ'লো। স্মৃতিৰ সাগৰ খনত বুৰ মাৰি মাৰি চালো। কোন বাৰু এই যুৱক। চিনাকি চিনাকি যেন লাগে দেখোন। মুগা বৰণীয়া গোল চকুহাল তিৰ্ বিৰ্ কৰিছে দেখোন। অ' এওঁ সেই আচলজনেই — খহটামুৱা Duty ৰুমৰ যুবকজন। আমাক ঠাইতে এৰি যে চাহ খাবলৈ গুছি গৈছিল। অৰুনাভ দাস।

মোৰ নিৰবতাই যুবকজনক অতীষ্ঠ কৰি তুলিছিল হ'বলা।

ঃ "এঃ আপুনি নহ'য় নেকি? মাফ কৰিব দেই মই আক' ভাবিছিলো। ... ... ..."

ঃ "হয়, হয়! মই আপোনাক আগতে লগ পোৱা মনত পৰিছে — ভালেমান দিনেই হ'ল অৱশ্যে।"

ঃ "ক'ত বাৰু? জালুকবাৰীত?"

ঃ "নহয়।"

ঃ "শিৱসাগৰত?"

ঃ "নহয়।"

ঃ "তেন্তে নিশ্চয় কটনত"

ঃ "ওহোঁ, মুঠেই নহয়"

ঃ "তেন্তে ক'ত— কওঁক — মইযে মনত পেলাব পৰা নাই।"

ঃ "ইয়াতে, ঠিক এবছৰৰ আগতে। Duty ৰুমত।"

ঃ "অ — এতিয়া বুজিছোঁ      তুমি কুমুদ দত্তৰ ভনীয়েক — তৰা।"

ঃ "হয়।"

ঃ "তোমাৰ স্মৃতি শক্তি দেখিছো বেছ প্ৰখৰ। মইহে মনত পেলাব পৰা নাই . . ... তুমি কিন্তু বহুত বেলেগ হ'লা দেখিবলৈ। মই চিনিবই পৰা নাছিএলা। কেৱল চকুদুটাত হে চিনাকী যেন লাগিল।"

ঃ "এয়া মোৰ বান্ধবী চায়েৰা"

চায়েৰাই নমস্কাৰ দিলে। মুখত এটি মোহনীয হাঁহি।

অৰুনাভ দাসে আমাৰ কাষতে বহি বহুত সময় কথা পাতিলে। উঠি নেযাবই যেন। গোলাঘাটৰ, ডিবৰুৰ পঢ়া-শুনাৰ, কিতাপ—পত্ৰৰ—ক'ত ৰকমৰ যে কথা। অনাত্মীয যুবক এজনৰ সতে তেনেদৰে ভালেমান সময় কথাৰ মহলা মাৰি থাকিবলৈ পাই শেষলৈ অসুবিধা অনুভব কৰিছিলো। ইতিমধ্যে বহু কেইজোৰ চকু আমাৰ ওপৰত নিবদ্ধ হৈছিল।

মই সুধিলো ঃ "আপোনাৰ আজি Duty নাই নেকি ?"

ঃ "আছিল, অলপ আগতে শেষ হৈছে।

এটা কথা কওঁ বেয়া নেপাবা।"

ঃ "কওঁক – চমুকৈ ক'ব কিন্তু .. ..."

ঃ "মোক দুখনমান কিতাপৰ প্ৰয়োজন। তোমালোকৰ ইউনিভাৰচিটিৰ লাইব্ৰেৰীত আছে বুলি শুনিছোঁ। তোমালোক দুয়ো লগ লাগি মোক বিচাৰি দিবাচোন। মোৰ বৰ দৰকাৰ।"

কিবা ক'বলৈ মুখ মেলোতেই চাযেৰাই সশব্দে হাঁহি কৈ উঠিল,

ঃ "সেইটোও এটা কথা নেকি ? হ'ব, আমাক কিতাপৰ নাম-কেইটা দিযক, আমি বিচাৰি দিম।"

তেওঁ কিতাপৰ নামকেইটা এখন কাগজত লিখি দিলে। 'যোগিনীতন্ত্ৰ' আৰু কালিকা পুৰাণ'

ঃ "আচ্ছা যাওঁ তেতিযা হ'লৈ, নেপাহৰিবা আকৌ, তৰা চায়েৰা আহোঁ দেই।"

এঘাৰ বজাত আমাৰ কণ্ঠ পৰীক্ষা হ'ল। ৰেডিঅ'ৰ মাইক্ৰোফোনৰ সমুখত নিৰ্দ্দিষ্ট কিছুমান লেখা পঢ়িবলৈ দিলে। কবিতা গাবলৈ দিলে। লগতে লিখিত পৰীক্ষাও হ'ল। লুট্‌ফুৰ ৰহমানে ক'লে ঃ "তোমালোক এতিযা যোঁৱাগৈ। সময়ত খবৰ পাবা। তোমালোকৰ বিশ্ববিদ্যালয়ৰ ঠিকনা ৰাখিছোঁ। যদি Select হোৱা, মাতিম"

তাৰ পিছত এসপ্তাহ পাৰ হৈ গ'ল। আৰু মোক "যুৱবানীত" "মোৰ প্ৰিয়যগীতৰ অনুষ্ঠান কৰিবলৈ আকাশ বাণীলৈ মাতি পঠালে। যথাসময়ত লুট্‌ফুৰ ৰহমানক আহি লগ ধৰাত তেওঁ মোক "মোৰ প্ৰিয় গীতৰ অনুষ্ঠানৰ" বাবে পাণ্ডু লিপি এটা প্ৰস্তুত কৰিবলৈ ক'লে।   পাণ্ডুলিপি প্ৰস্তুত কৰিবলৈ গৈ মোৰ মন শৈশবলৈ উভতি গৈছে। সেইয়ে সৰগ দেখা গাধোৱা ঘৰত গুণ গুণাই গোৱা গীতবোৰ ... .... ... তাৰো দুই এটা দিও চোন। জয়ন্ত-হাজৰিকাৰ "সোঁৱৰণি কুৱলীয়ে" জ্যোতিষ ভট্টাচাৰ্য্যৰ "চম্পাৱতী তোমাৰ ঘাটত" প্ৰতিমা পাণ্ডেৰ "হস্তীৰ কন্যা, হস্তীৰ কন্যা," বিষ্ণুৰাভাৰ "নাহৰ ফুলে নুশুৱায়" জ্যোতিপ্ৰসাদৰ "মোৰে ভাৰতৰে, মোৰে সপোনৰে'

ইত্যাদি ... এই গীত কেইটা ভাল লগাৰ কাৰণো দৰ্শালো। লুৎফুৰ ৰহমানক পাণ্ডুলিপিটো পঢ়িবলৈ দিলো। তেখেতে ক'লে "এতিয়া ৰেকৰ্ডিং কৰিব লাগে"।

ৰেকৰ্ডিং কৰিবৰ বাবে কাৰণে তেখেতে মোক যিজন মানুহৰ ওচৰলৈ পঠালে — তেওঁ অৰুনাভ দাস। অৰুনাভ দাসক ল'গ ধৰিলো। তেখেতে মোক ষ্টুডিঅ' লৈ লৈ গ'ল। ৰেকডিং কৰাৰ আগতে মোক এটি কক্ষত প্ৰিয়গীতৰ ৰেকৰ্ড কেইখন বজাই শুনালে।

ৰেডিঅ'ৰ ষ্টুডিঅ'ৰ কক্ষবোৰ শীত তাপ নিয়ন্ত্ৰিত। সুন্দৰ। তাৰ ভিতৰত সোমাই থাকিলে বাহিৰ জগতৰ ভু নেপায়। নিজান কক্ষবোৰত টেটুফালি চিঞৰিলেও বাহিৰত শুনা নেপায।

জয়ন্ত হাজৰিকাৰ "সোঁৱৰণি কুৱলীয়ে" শুনি মই অভিভূত হৈ পৰিছোঁ, মন উৰি গৈছে এৰি অহা দিনবোৰলৈ। কিমান দুখৰ কাঁইট দেই আজিৰ এই অৱস্থা পাইছোহি। আৰু বা কিমান সংঘাত আছে, অথবা আহিব। ... ... ...

অৰুনাভো নিৰবে আছে। অকলশৰীয়া কক্ষত অৰুনাভৰ কাষত অকলে থাকিয়ো কিয় জানো মোৰ মনলৈ ভয় ভাব অহা নাই! ... ... প্ৰথমতে লগ-পোৱা অৰুনাভ আৰু আজিৰ অৰুনাভৰ যেন বহুত প্ৰভেদ। আজিৰ অৰুনাভ থহটা নহয়। .. সেই জপৰা চুলিখিনি চুটিকৈ কাটিছে, সাথন লগাই আঁচুৰি থৈছে, ডাঠ নীলা ৰঙৰ চুৰেটাৰ এটা পিন্ধিছে ... ... সমগ্ৰ শৰীৰত এটা পৰিপাটিৰ ভাব বিদ্যমান ... ... অৰুনাভে কথা খুব - জুখি -মাখি কয় ... ... দেখাত লৰাজন গম্ভীৰ যেনেই লাগে। ...

অৰুনাভে পাণ্ডুলিপিটো মোক মাইক্ৰোফোনৰ সমুখত পঢ়িবলৈ দিলে। আগে অভ্যাস নথকা বাবে কিছু অপ্ৰস্তুত হৈছোঁ। সেয়ে মোক তিনিবাৰ পঢ়িবলৈ দিলে। ভুলবোৰ শুধৰাই দিলে।ৰেকৰ্ডিংৰ কাম শেষ হোৱাত ষ্টুডিঅ' ৰ পৰা ওলাই আহিলো।

ইয়াৰ পিচত বহুবাৰ আকাশ বাণীলৈ গ'লো। বিভিন্ন অনুষ্ঠানত ভাগ ল'লো। ভয়, সংকোচ আঁতৰিছে।

অৰুনাভ দাসক আৰু লগ পোৱা নাই। কেতিয়াবা দূৰৰ পৰাই দেখা পাইছোঁ। ভেটা ভেটি হোৱা নাই। তেওঁ বিচৰা কিতাপ কেইখন চায়েৰা আৰু মই আমাৰ লাইব্ৰেৰীত বিচাঁৰি পাইছোঁ। তেওঁক খবৰ দিব লাগিছিল। দিয়া নাই। তেৰোঁ সোধা নাই।

—: O :—

সন্ধিয়া পঢ়িবৰ কাৰণে প্ৰস্তুত হৈছোঁ। পঢ়া টেবুলত গধূলি ধূপ-কাঠি জ্বলোৱা মোৰ পুৰনি কলীয়া অভ্যাস। ধূপৰ ধোৱা বোৰ শূন্যলৈ গৈ থকা চাই ভাল লাগে। ধূপৰ সুগন্ধই প্ৰাৰ্থনাৰ পৰিবেশ এটা সৃষ্টি কৰে।

Warden এ মোক মাতি পঠালে। মোৰ হেনো ফোন আহিছে।

ঃ হেল্লো, মই অৰুনাভ দাস, আপুনি কোন?"

অৰুনাভ দাসৰ কণ্ঠস্বৰ ফোনত মিঠা আৰু গভীৰ শুনা গৈছে। কিছু সময় মই কেবল শুনিলো। উত্তৰ দিয়া নাই। এনেযে শুনিবলৈ মাতটো যিমান থহটা ফোনত মাতটো সিমান মিঠা আৰু গভীৰ। তদুপৰি অৰুনাভে নিশ্চয যথা-সম্ভৱ কোমলকৈ উচ্চাৰণ কৰিছে। মিঠা মাত শুনিবলৈ হ্যতো সকলোৱে ভালপায।

ঃ হেল্লো, হেল্লো, মই অৰুনাভ দাস

ঃ হয, মই তৰা, তৰা দত্ত।

ঃ তৰা তুমি? কিয় মাত দিযা নাই। ... ... মই বিচৰা কিতাপ কেইখন পালানে? বিচাৰিছিলানে? মই ৰেডিঅ'ত তোমাক কেবাদিনো দেখিছোঁ। মাত দিবহে পৰা নাই।"

ঃ "হয, আপুনি বিচৰা কিতাপ কেইখন পাইছোঁ। আমাৰ লাইব্ৰেৰীত আছে।"

ঃ "তেতিযাহলে মই তোমালোকৰ লাইব্ৰেৰীলৈকে যাম, তুমি কোনো কষ্ট কৰিব নেলাগে। কেবল বিচাৰি থবা। দৰকাৰী কথাখিনি Note কৰি আনিম।"

ঃ "আপোনাক কেতিযা লাগে?"

ঃ "মোকতো তৎকালেই লাগে, তৰা, তোমাৰ সুবিধাৰ ওপৰতহে কথা। মই কাইলৈকে যাবলৈ প্ৰস্তুত। মোৰ কাইলৈ Off আছে। তোমাৰ ক্লাচ নথকাৰ সময়তে ওলামগৈ। তুমি মাত্ৰ সময় এটা দিয়া।"

ঃ "তেনেহলে কাইলৈ দিনৰ দুই বজাত আহক। মই আৰু চায়েৰাই লাইব্ৰেৰীত থাকিম।

ঃ "এতিয়া কি কৰি আছিলা তুমি?"

ঃ " পঢা শুনা কৰি আছিলো।"

ঃ "আচ্ছা থওঁ আৰু। Good night"

পিচদিনা নিৰ্দ্দিষ্ট সময়ত অৰুনাভ দাস লাইব্ৰেৰীলৈ আহিল। কিতাপ হাতত লৈ তেওঁ নিজা বহীত টোকা লিখিবলৈ লাগি গ'ল। মই আৰু চায়েৰা আঁতৰি আহিলো।

অৰুনাভ দ্বিতীয় দিনাও আহিল Note লিখিবলৈ।

—: O :—

কুমুদ ককাইদেউ ডিব্ৰুগড় - পৰিবহন নিগমলৈ বদলি হৈ অহা প্ৰায় এমাহেই হ'ল। চিৰিং - চাপৰিত এটা ঘৰ ভাড়া কৰি থাকিবলৈ লৈছে। লগত নবৌ আৰু ভতিজাহঁতো আছে। মই সময় পালেই ককাইদেউৰ ঘৰলৈ ঢাপলি মেলো। বন্ধৰ দিনবোৰ তাতেই কটাওঁ। বন্ধৰ দিনত লগৰীযাহঁত দিহা-দিহি যায়। ময়ো ওলাই যাবলৈ ঠাই একণ পাইছোঁ। বন্ধৰ দিনবোৰত সেয়ে নবৌৱে মোলৈ বাট চায। অকমানি গুদু আৰু গুদিয়ে মোলৈ আগ্ৰহেৰে বৈ থাকে। আপেলৰ দৰে দুখনি ৰঙচুৱা গালেৰে গুদিজনী বৰ মৰম লগা। সিহঁতৰ লগত সময়বোৰ কেনি যায় গমকে নেপাওঁ।

শনিবাৰে এদিন আবেলি ক্লাচৰ পৰা ভাগৰে-জুগাৰে হোষ্টেল পাইছোঁহি। কাপোৰ-কাণি সলাই, হাত মুখ ধুই চাহ আৰু বিস্কুট খালো। আজি আৰু খিচিৰি সিজাই খাবলৈ ধৈৰ্য্য নাই। বৰ ভাগৰুৱা অনুভব কৰিছোঁ।

বিচনাত বাগৰি-জুগৰি কমলা দাসৰ My Story খন পঢ়ি আছোঁ। ছোৱালীহঁতে কাওলা-কাওলি কৰি আছে। কাৰোবাৰ কাৰোবাৰVisitor আহিছে। মমীন নামৰ Ward boy টোৱে ছোৱালীহঁতৰ নাম ধৰি ধৰি চিঞৰিছে।

হঠাৎ মোৰ নাম ধৰি চিঞৰা শুনি উৎফুল্লিত হৈ উঠিলো। ফনীখনৰে মূৰটোত দুটামান আচোঁৰ মাৰি, কাপোৰ-সাজ অলপ ঠিক-ঠাক কৰি বাহিৰলৈ আহিলো। বাহিৰত কুমুদ ককাইদেউ।

ঃ "ককাইদেউ, আপুনি? আহক ভিতৰতে বহোঁগৈ"

ঃ "এঃ নেযাওঁ দে , ইযাতে হ'ব।"

ঃ "কাইলৈ দেওবাৰে মই এনেযোঁ আপোনাৰ তালৈ গ'লো হয। কিযবা আহিল। কিবা কথা আছে?

ঃ "অ' কথা আছে -- জৰুৰী কথা।"

ঃ "মোৰ সতে? কথা আছে? জৰুৰী কথা?" বুকুখন ধপ্ ধপাই উঠিল।

ঃ "অ' তোৰ সতে। তই অৰুণাভ দাসক চিনি পাব নহয?"

ঃ "অ' চিনিপাওঁ — কি হ'ল — কি হৈছে?"

ঃ "হয সেই অৰুণাভ দাসে, মোৰ বন্ধু কমল শৰ্মাৰ আগত এটা প্ৰস্তাৱ দিছে — তেওঁ বোলে তোক বিযা কৰাব খোজে। তই কমল শৰ্মাক চিনি পাবই ছাগৈ। তাতে চাকৰি কৰে। মোৰ বহুদিনীযা বন্ধু।"

মই হতভম্ব। মুখৰ মাত হৰিল। ডিঙি শুকাই কৰকৰীয়া মাৰিলে। ককাইদেৱে এইবোৰ কয কি!

ঃ "তই অমত ন'হবি। লৰাজনৰ স্বভাব চৰিত্ৰ ভাল। চাকৰিও ভাল। শিক্ষাগত অৰ্হতাও আছে। আমাৰ নিচিনা মানুহে ইযাতকৈ বেছি কি আশা কৰিব পাৰো। প্ৰধান কথা লৰাজনৰ চৰিত্ৰ ভাল। মই সকলো খা-খবৰ লৈছোঁ। এতিয়া কেৱল তোৰ মতামত লাগে।"

ঃ "ককাইদেউ! অৰুণাভে একো ভাল কাম কৰা নাই। তেওঁক মই দুই এদিন লগ পাইছোঁ। দুবাৰ এবাৰ কথা পাতিছোঁ। সিমানেই। তাত বাজে একো কথা মই ভবা নাই। আৰু বিযাৰ কথা ... ... মই সমূলি ভবা নাই।"

... . ."তদুপৰি, তদুপৰি মই এজন লৰাক ভালপাওঁ, তেনে ক্ষেত্ৰত এই বিষয়ত কথা আগ নবঢ়াই ভাল"

ঃ 'অ' তই হিৰন্ময় হাজৰিকাৰ কথা কৈছ। মই শুনিছোঁ, নিশিৰ মুখৰ পৰা। কিন্তু নহ'ব কোনো ফালৰ পৰাই নহ'ব। লৰাজনে কেবাবাৰো দি কোনো ৰকম বি এচ চি পাছ কৰিছে। কিন্তু কোনো চাকৰি গোটাৰ পৰা নাই ... ... আমি অপেক্ষা কৰাটো ঠিক নহ'ব"

ঃ "চাকৰি পাইছে – ককাইদেউ। অলপতে গুৱাহাটীত চাকৰিত Join কৰিছে – Block extention educator"

ঃ "তই দেখিছো বহুত খবৰ ৰাখিছে। কিন্তু চাকৰিটোৱেই মূল কথা নহয। সকলো দিশ খৰচি মাৰি চাব লাগিব। আগলৈ পিছলৈ তই একেজনী মাথোন ভনী। সৰুতেই দেউতা ঢুকালত মৰমৰ ডেউকাৰ তলত মইযে তহঁতক বুজন কৰিছোঁ। তোৰ ওপৰত মোৰ বহুত আশা। তই অমত নহবি"

মই শিলপৰা কপৌৰ দৰে জঠৰ হ'লো।

ঃ "তোক য'তে ত'তে দলিযাই পেলাই – আমি কোনেদিনেই সুখী নহ'ম। মায়েয়ো মনত আঘাত পাব। কাৰণ ঘৰৰ কাৰোৰে হিৰন্ময়ৰ ওপৰত আস্থা নাই। বেলিৰ সতে হেনো ভালকৈযে খকাখুন্দা এখন লাগিছে। গতিকে তই যদি আমাৰ মৰমৰ পৰা চিৰদিনৰ বাবে বঞ্চিত হ'ব খোজ . . .."

ককাইদেউৰ চকু চলচলীযা। মোৰো দুখ লাগিছে। আজন্ম ডাঙৰ ককাইৰ চকুলৈ চাই মূৰ তুলি কথা কৈ পোৱা নাই। কিন্তু উপায নাই। হিৰন্ময়ক মই হেৰুৱাব নোখোজো। আৰু আমাৰ প্ৰণয। তিলে তিলে গঢ়ি তোলা আমাৰ প্ৰণয ।। উস্ অসম্ভৱ! হিৰন্ময়ৰ মুখখন মোৰ চকুৰ আগত উজ্বলি উঠিল।

ঃ "সেইবোৰ দুখৰ কথা নক'ব ককাইদেউ। মোৰ কথাওঁভাবি চ'ক ককাইদেউ। মই তেওঁক লৈ সুখী হব পাৰিম। ককাইদেউ! তেওঁ এজন বিবেচক ল'ৰা। তেওঁলোকৰ ঘৰুৱা অবস্থাও ভাল। খেতি পথাৰ আছে! ... ... ... ... মই কিয় আপোনালোকৰ মৰমৰ পৰা বঞ্চিত হ'ব লাগে, মইতো একো অপৰাধ কৰা নাই ... ... "

ঃ "সেইবোৰ থ তৰা। তই পৃথিৱীখনক বুজিবলৈ বহুত বাকী। হিৰন্ময়ৰ ঘৰ গাঁৱত। গাৱঁৰ চাল-চলন, কাম-কাজৰ সতে তই খাপ-খাব নোৱাৰিবি। আজিলৈকে তই কেইখন গাওঁ দেখিছ? গাঁৱৰ বোকাপানী খছি পাইছ — ? ধান-বনা, চাউল-জৰা, পানী তোলা, ধান-দোৱা, ভুঁই ৰোৱা কোনো কামতেই তই অভ্যস্ত নহয়— একো নুবুজাকৈয়ে বকি আছ' কিয়? পিছত তইযে চকুলো নুটুকিবি তাৰ কি মানে আছে?"

ঃ "মই পাৰিম ককাইদেউ , গাৱৰ লগত অভ্যস্ত নহ'লেও — মই পাৰিম, যিহেতু মই তেওঁক ভাল পাওঁ, হেৰুৱাব নোখোজো।"

ঃ "ভাল পালে কি হ'ব আজলী। ই কেৱল সাময়িক আবেগ। বয়সৰ দোঁ। সময়ত

আপুনি মাৰ যাব। মই দেখোন তোৰ নবৌয়েৰেক ভাল পাই অন্য নাই? কিন্তু আজি বুকুত হাত দি মই ক'ব পাৰিমনে সুখী বুলি। অচিনাকি এজন যুবকৰ সতেও এজনী ছোৱালী সুখী হ'ব পাৰে। সুখ আৰু দুখ মানুহৰ নিজস্ব সৃষ্টি"

বুজিলো, ককাইদেউৰ লগত তৰ্ক কৰি লাভ নাই। মোৰ বক্তব্য দাঙি ধৰিলোৱেই যিহেতু আৰু একো নকওঁ। মোৰ মনক নুবুজি কিবা কৰিলে ক'ৰক। মই তাৰ বিৰোধিতা কৰিমেই ।।

ঃ "তৰা, মোৰ ভনী, তইতো জানই আমাৰ দেউতাৰ ককাই-ভাই পাচঁজন। তাৰে দুজন তাহানিতে গাঁৱৰ পৰা উঠি আহি নগৰত চাকৰি-বাকৰি কৰি ঘৰ-বাৰী পাতি আছেহি — এজন আমাৰ দেউতা, আনজন নভোৰাম বৰদেউতা। বাকী তিনিজন এতিয়াও গাঁৱতে আছে। তেওঁলোকক বাদ দি আমাৰ পৰিয়ালৰ কোনো সামাজিক কাজ - কৰ্ম নহয় ... ... তেওঁলোক তিতাবৰৰ ভৰলুৱা গাঁৱৰ — জেৰপাইচুকত থাকে ... ... তোক মই কেবাবাৰো দিনতিয়াকৈ তালৈ লৈ গৈছোঁ। তেওঁলোক গোড়া। বহুবোৰ ৰীতি-নীতি মানি চলে। জাত-পাত বিচাৰ কৰে। মই যেনিবা তইঁতৰ কথা মানি ললোৱেই — কিন্তু তেওঁলোকে ভীষণ আপত্তি কৰিব। কাৰণ হিৰণ্ময়হঁত জাতত চুতীয়া। ... ... ...

ঃ "ককাইদেউ। (যথা সম্ভৱ জোৰেৰে মই চিঞৰি উঠিলো) আপুনি এইবোৰ কি কৈছে। ককাইদেউ। জাত-পাত আদি বাজে কথাবোৰ মই নেমানো। জীৱনত মই আপোনালোকৰ পৰা একোকে বিচৰা নাই। আপোনালোকে যিহকে দিছে তাতেই সন্তুষ্ট হৈছোঁ। . . ... কিন্তু এই ক্ষেত্ৰত মোক বাধা নিদিব। . . . মোৰোতো নিজা মন এটা আছে — আশা আছে ... ... এই ক্ষেত্ৰত একো বাধাই মই নেমানো ... ... .. "

ককাইদেৱে মোৰ কথা আওকাণ কৰিলে। কৈ গ'ল — মোৰ মুখলৈ নোচোৱাকৈ।

ঃ "অ' আমাৰ বাকী কেইজন বৰদেউতা আৰু দদাই একা চেকা। হুলস্থুল লগাই দিব। তেওঁলোকে আমাক এঘৰীয়া কৰিব। জুই-পানী আলগ কৰিব। গতিকে তই যদি কেনেবাকে হিৰণ্ময়লৈ যাব, . .. তোক আমি ত্যাগ কৰিব লগীয়া হ'ব। ... ... ...

সকলো মানুহ ভগৱানৰেই সৃষ্টি — এই কথা একান্তই সঁচা, তথাপি সমাজৰ কিছুমান ৰীতি-নীতি আমি মানিবলৈ বাধ্য। আমি অসহায় হৈ পৰো কেতিয়াবা।"

আৰু কি কৈছিল জানো ককাযে! মোৰ কাণত একোকে নোসোমোৱা হ'ল। কাণ মূৰ ভমভমাবলৈ ধৰিলে। ককাইদেৱে আৰু বহুতো কিবাযে কৈছিল। শিলৰ মূৰ্তিৰ দৰে থৰ হৈ আছিলো মই। ... ... এসময়ত ককাইদেউ গ'লগৈ।

ককাইদেউ যোৱাৰ পিচতো ভালেমান সময় ঠাইতে বৈ থাকিলো মই। ... তাৰ পিচত বলিৰ পঠাৰ দৰে কমলৈ আহিলো। দুৱাৰ বন্ধ কৰি লৈ বিচনাত পৰিলো। এনেকুৱা দুখত পৰিলেই ছাগে মানুহবোৰে আত্মহত্যা কৰে। ... ... মোৰ মূৰত যেন প্ৰচণ্ড একুৱা জুই। এটা সময়ত বাথৰুমলৈ গৈ চাৱাৰৰ তলত মূৰটো পাতি দিলো। মোৰ অসম্ভৱ গৰম লাগিছে। কাণে মূৰে ভমক্ ভমক্ জুই জ্বলিছে। কিমান সময় পানীৰ চাৱাৰৰ তলত মূৰটো পাতি বহি আছিলো, খবৰ নাই। মূৰটো ঠাণ্ডা যেন লাগিলত কমলৈ আহি তিতা মূৰেই বিচনাত পৰিলো।

এইবাৰ মোৰ ঠাণ্ডা লাগিবলৈ ধৰিলে। থক্ থক্ কৰে কপনি উঠিল। একো একোটা জিকাৰত পালেঙখন ঝন্ ঝনাই কপি উঠিল। কপি কপি গাটো গৰম হ'বলৈ ধৰিলে। মই একোকে

নেভাবিবলৈ যত্ন কৰিলো কেৱল।

কিৰণ সুজাতা মৰমীহঁতে ভাত খাবলৈ মাতিবলৈ আহিল। নগ'লো। পেটত ভোক নাই মোৰ। মূৰত যি জুই জ্বলিল — সেই জুই নুনুমাই মানে ভোক্ খক এইবোৰ নিমিত্ত মাত্ৰ। মৰিলেও ভাল মই। সকলো দুৰ্ভাবনাৰ ওৰ পৰিব।

বান্ধৱীহঁতে ভাত খাই আহি আকৌ দুৱাৰত টক্ টকাবলৈ ধৰিলে। খং উঠিছিল। এই কিজনীয়েবা কিয আমনি কৰি থাকে মোক। দুৱাৰ নোখোলা দেখি সিহঁতে ঢকিযাবলৈ আৰম্ভ কৰিলে। কোনোৰকম কেঁকাই-গেঁঠাই উঠি গৈ দুৱাৰ খন খুলি দিলো। মোক দেখি সিহঁতে সমুখত ভূত দেখা মানুহৰ দৰে চক্ খাই উঠিল।

ঃ "কি তৰা, তোমাৰ হৈছে কি?"

ঃ "তিতা চুলিৰে বিচনাত পৰি আছা কিয? মুখখন দেখোন ৰঙা — চাওঁ জ্বৰ নেকি? এঃ জ্বৰ দেখোন — কি আচৰিত।। চাওঁ চুলি বোৰ পানী টুকি দিওঁ।"

মৰমীয়ে কাষতে পোৱা টাৱেল খনেৰে চুলিখিনি মচি মচি গালি পাৰিবলৈ ধৰিলে।

ঃ "কি ছোৱালীহে তুমি? জ্বৰ উঠিছে, অথচ গা ধুইছা। মূৰ তিয়াইছা ... ... পাগল হৈছা নেকি। আমাক মতা নাই কিয়? তিতা চুলিৰে শুই আছা কিয়? হ'ল কি তোমাৰ? নিশ্চয় কিবা হৈছে?"

বোবা মানুহৰ দৰে মৌন হৈ ৰ'লো।

কোনোবাই Warden ক খবৰ দিলে। Warden আহিল। হোষ্টেলত ছোৱালী হঁতৰ ব্যস্ততা বাঢি গ'ল। ডাঃ খানক ফোন কৰি মতাই আনিলে। ডাক্তৰে মোক পৰীক্ষা কৰিলে। ঔষধ লিখি দিলে।

ঃ "চিন্তা কৰিবলৈ একো নাই। হঠাৎ ঠাণ্ডা লাগি জ্বৰ হৈছে। কাইলৈ ঠিক হৈ যাব। ঔষধ খিনি নিয়ম মতে খাবা" ডাক্তৰে ক'লে।

Warden এ মৃদু ধমক দিলে। মৰমৰ ধমক। আদৰুৱা হৈ Warden ৰ বুকুত সোমাই কান্দিবলৈ মন গৈছে মোৰ। মোৰ যেন মা এয়া। Ward boy টোৱে নিশায়ে ঔষধ আনিলেগৈ।

ছোৱালীহঁতে মোক শুশ্ৰূষা কৰিবলৈ ধৰিলে। তিতা কাপোৰ সলাই শুকান কাপোৰ পিন্ধালে। তেল গৰম কৰি মালিচ কৰিলে। হাত-ভৰি, কপাল পিতিকি দিলে। সিহঁতৰ ভাগৰো লেপ আনি মোৰ গাত জাপি দিলে। ঔষধ খুৱালে। যন্ত্ৰবৎ সিহঁতে যিহকে কৰিবলৈ দিছে, কৰি গৈছো কেৱল। Warden এ ভালেমান নিশালৈ মোৰ বিছনাৰ কাষত বহি ৰ'ল।

ঃ "মৰমী, তুমি আজি তৰাৰ কমতে বিছনা কৰি শুবা। এওঁক অকলে শুবলৈ নিদিবা। মোৰ তাতFolding bed এখন আছে, আনিবা। দৰকাৰ হ'লে ৰাতি মোক জগাবা। মোৰ কম হিটাৰটো আনি জ্বলাই ৰাখা। ঘৰটো গৰম হৈ থাকিব" Warden গ'লগৈ।

ওৰেটো নিশা জ্বলি ৰ'ল Warden বাইদেউৰ কম হিটাৰটো। ডিব্ৰুগড়ৰ ঠাণ্ডা। হাড়লৈকে বিন্ধে ঠাণ্ডাই। বৰষুণৰ দৰেই কুঁৱলী পৰে। আৰু বতাহ।। বাইদেউৰ হাপানী আছে। সেয়ে তেওঁৰ কমত হিটাৰ জ্বলাই ৰাখে।

আজি ওৰেটো নিশা বাইদেউৰ কম-হিটাৰ মোৰ কমত জ্বলি ৰ'ল।

টোপনি যোৱাৰ ভাও ধৰি নিশাটো পৰি থাকিলো মই। বুকুত জ্বলি ৰ'ল উমি উমি একুৰা তুঁহ জুই।।

—: O :—

"দেহা ক'লা হ'লে থাকে দুদিনলৈ
মন ক'লা হ'লে ভাগে,
বনত জুই লাগিলে থাকে দুদিনলৈ
মনত জুই লাগিলে লাগে।"

শৰীৰৰ যন্ত্ৰণা দূৰ হ'ল — খান ডাক্তৰৰ ঔষধ খাই। কিন্তু মনৰ যন্ত্ৰনা! কাকো একো ক'ব নোৱাৰি যন্ত্ৰণাত চেঙালুটি পাৰি থাকিলো মই। আনক কৈ কি লাভ। সমস্যা সমাধান কৰি দিব পাৰিব জানো!!

সমস্যাৰ সমাধান কৰিব পাৰে কেৱল হিৰন্ময়ে। তেওঁৰ মাসোণে আজি বুকুৰ তুঁহ জুই ফুঁৱাই আছে। তেওঁলৈ সমস্যা সমূহ বিবৰি লিখিলো। তেওঁ যাতে অতি সোনকালে উপকাৰী ব্যৱস্থা হাতত ল'য তাকো লিখিলো। মোৰ অপৰিসীম মানসিক উদ্বেগ, অশান্তিৰ কথাও খুলি লিখিলো। ... ... বুকুখন কিছু পাতল লাগিল।

মোৰ চিঠি পটি তেওঁ চাগে বৰ দুখ পাব। লৰৰি আহিব নেকি বাৰু? তেওঁ যদি মোক লৈ যাব খোজে। গুছি যাম মই। এইদৰে জ্বলি-পুৰি থকাতকৈ গুছি যোৱাই ভাল। উস্ অসহ্য ... আজি আঠোটা দিন কেনেদৰে পাৰ হৈছে মোৰ। অৰ্দ্ধাহাৰ, অনিদ্ৰাই মোক দুৰ্বল কৰি পেলাইছে।

হিৰন্ময়ৰ পৰা সোনকালেই উত্তৰ আহিল। কিন্তু মই বিচৰা ধৰণে নহয়। এৰা, আমি বিচৰা ধৰণে বেচিভাগ কামেই হৈ নুঠে। বিচৰা বস্তুটো হাততে পোৱা হ'লে জীৱন ইমান ৰহস্য ঘন নহ'ল হেতেন। কিন্তু কিয়? ধৈৰ্য্যৰ বান্ধ মোৰ সুলকি যায়।

হিৰন্ময়ৰ লেখা এনে ধৰণৰঃ "মাসোণ! তোমাৰ মাজত বিপুল সাহস দেখি এদিন মই চমকিত হৈছিলোঁ। কিন্তু আজি তুমি ইমান অধীৰ কিয়? তোমাৰ ওপৰত মোৰ গভীৰ আস্থা আছে। আমি এক হোৱাৰ বাবে তুমি আমি কিমান যাতনা ভুগিলো। আৰু মাত্ৰ দেৰটা বছৰ ধৈৰ্য ধৰা। এম এ Complete ক'ৰা। মযো ইয়াত — গুৱাহাটীত থিতাপি লাগি লওঁ।"

আকৌ ... ... "এই কথাই মোক মুঠেই চিন্তিত কৰা নাই। তুমি আছা মানেই মোৰ বিশ্বাস জীয়াই আছে। তুমি কাৰো হৈ যোৱা নাই। ... ... ... এতিয়া এজন বন্ধু সংগ্ৰহৰ নামত কথাটো ভাবা। তেন্তে চোঁৱা কথা কিমান সহজ। তেওঁক আমাৰ সকলো কথা খুলি ক'বা। চাবা সকলো সমস্যা শেষ হ'ব। তুমি অবুজন নহ'বা।"

দৃঢ়তা থকা চিঠি খনিয়ে মোলৈ মনোবল কঢ়িয়াই আনিলে সঁচা। ভিতৰি ভিতৰি কিন্তু মই অলপ ক্ষুন্ন হ'লো। তেওঁ মোৰ অৱস্থা নুবুজে কিয়? তেনে কি মই মোৰ দুৰৱস্থাৰ চিত্ৰ আঁকিবলৈ অপাৰগ হ'লো। মোৰ মানসিক উদ্বেগৰ খবৰ কঢ়িয়াই নিয়া চিঠি খনিয়ে নিশ্চয় মোৰ মনৰ চিত্ৰ আঁকিবলৈ সমৰ্থ নহ'ল।

হিৰন্ময় মোৰ জীৱনৰ প্ৰেৰণাৰ চাকি। তেওঁৰ উপদেশকে সৰোগত কৰি এদিন অকলেই আকাশ বাণী পালোগৈ। উদ্দেশ্য অৰুণাভক লগ ধৰি হিৰন্ময় আৰু মোৰ সম্পৰ্কৰ কথা বিবৰি

কোৱা। লগত ললো আমাৰ দুয় বছৰীয় মৰমৰ সম্বন্ধৰ স্বাক্ষৰ বহন কৰা চিঠি — পত্ৰৰ টোপোলাটো। আশা কৰা মতেই আকাশ-বাণীৰ বাৰাণ্ডাতে তেওঁক দেখা পালো। লগত বহু-কেইখন চিনাকী মুখ। হীৰেণ গোহাঁই, ৰাজেন গোহাঁই, লুটফুৰ ৰহমান, বসন্ত দাস। মোক দেখাৰ লগে লগে তেওঁলোকৰ এজনে ক'লে

: "অ' আমাৰ ৰেডিঅ'ৰে বোৱাৰী দেখোন।

আহাঁ আহাঁ লাজ কৰিব নেলাগে'

লাজ বাককৈয়ে লাগিছিল মোৰ। বস্তা-চিন্তা পৰিছিলো। এই মানুহবোৰে যে কি কথাবোৰ কয়। অৰুণাভে চাগৈ প্ৰচাৰ কৰি ফুৰিছে।... অৰুণাভ দাস আগবাঢ়ি আহিল। অলপ একাৰবীয়াকৈ মাতি নি ক'লো : "আপোনাৰ লগত মোৰ কথা আছে।"

: "মোৰো কথা আছে, তোমাৰ লগত" অৰুণাভে হাঁহি মাৰি ক'লে।

: "বলক, তেতিয়াহ'লে। ইয়াত নহয় বাহিৰত।"

ইতিমধ্যে আটায়ে ফিচিপ্তা-ফিচিণ্ডখন আৰম্ভ কৰি দিছেই। অৰুণাভ মোৰ লগে লগে আকাশ-বাণীৰ চৌহদৰ বাহিৰলৈ অহা দেখি এজনে চিঞৰিয়াই কৈছে

: "Best of Luck, Arunav, Best of Luck."

: " দাস, অভিনন্দন" ইত্যাদি।

কাঁড় পাতৰ দৰে কোঁ কোঁৱাই বাহিৰলৈ ওলাই আহিলো। পিচে পিচে অৰুণাভ।

: "কি কথা, কোৱা।"

:"আপুনি মোৰ বিষয়ে একো কথা নজনাকৈ মোৰ ককাইৰ ওচৰত এটা প্ৰস্তাৱ দিছে। মই এজন লৰাক বহুদিনৰ পৰাই ভাল পাওঁ। লৰাজনৰ নাম হিৰণ্ময় হাজৰিকা। ঘৰ গোলাঘাটত। গুৱাহাটীত চাকৰি কৰে। তেওঁৰ সতে মোৰ সম্বন্ধ প্ৰায় ছবছৰৰ।... গতিকে আপুনি" ... অৰুণাভক অকণো অপ্ৰস্তুত দেখা নগ'ল।

এইকথা শুনিবৰ কাৰণে তেওঁ যেন সম্পূৰ্ণ প্ৰস্তুত আছিল। আৰু উত্তৰো যেন প্ৰস্তুতেই কৰি ৰাখিছিল।

: "মই তোমাৰ বিষয়ে একোকে নেজানো, সঁচা। মই তোমাৰ অতীতটোক জানিবও নিবিচাৰো, তৰা! মোক তোমাৰ বৰ্ত্তমানটোহে লাগে। তুমি অতীতত যিয়েই নকৰা কিয়, সেয়া মই জানিব নোখোজো কোনোদিন। অথবা তাৰ বাবে কোনোকালে তোমাক দোষাৰোপ নকৰো। বৰ্ত্তমানৰ কথা যদি কিবা কোৱা মই শুনিম"

: "বৰ্ত্তমানো মই তেওঁকেই ভালপাওঁ। আৰু তেওঁৰ লগতেই বিয়া হ'ব খোজো। আপুনি আমাৰ মাজত নোসোমোৱাই ভাল। ... ... আপুনি মোক বৰঞ্চ সহায় কৰক। আপুনি মোক ইচ্ছা কৰিলো সহায় কৰিব পাৰে।"

: "কোৱাচোন, কি সহায় কৰিব লাগে।"

: "আপুনি আমাৰ মাজত বাধা হৈ নোসোমালেই মোক সহায় কৰা হ'ব।"

অৰুণাভ নিৰুত্তৰ।

ঃ"আপুনি হয়তো মুখেৰে ক'লে বিশ্বাস নকৰিব হিৰন্ময় আৰু মোৰ মাজৰ সম্পৰ্ক কিমান গভীৰ। অথবা মই বঢ়াই কোৱা বুলি ভাবিব।তাতকৈ এই টোপোলাটো লওঁক। ঘৰত ধীৰে স্থিৰে পঢ়ি চাওঁকগৈ। তেতিয়া আমাৰ মৰমৰ ওজন জানিব। পঢ়ি পেলাই মোক আকৌ ঘূৰাই দিব। যাকে, তাকে নেদেখুৱাব। ... ... আপুনি আমাৰ মাজলৈ অহা বাবে মই দুঃচিন্তাত ভুগিব লগা হৈছে। ... আপুনি মোক সহায় ক'ৰক। ককাইৰ সতে আলোচনা কৰি, আপোনাৰ প্ৰস্তাবটো নাকচ কৰক " অৰুণাভ নিৰুত্তৰ। অৰুণাভৰ মুখলৈ চালো। ভাব-লেশহীন মুখ। নিৰ্ব্বিকাৰ। মুখলৈ চালে একো বুজিব নোৱাৰি।

ঃ "হিৰন্ময়লৈ মই সকলো লিখিছোঁ। তেওঁ মোক আপোনাক এজন বন্ধু হিচাপে গ্ৰহণ কৰিবলৈ কয়। ... ... মোৰ প্ৰতি অকমানো সহানুভূতি আছে যদি ... মোক সহায় কৰক।"

অৰণাভে একো উত্তৰ নিদিলে। হয়তো বিষযটো চিন্তা কৰিছে। পিছে অৰুণাভক চিন্তিত যেনো নেলাগিল।

ঃ "এতিযা আৰু বিশেষ কথা নেপাতো। সৌৱা ওপৰ-মহলাৰ পৰা কেবাজোৰো চকুৱে আমাকে লক্ষ কৰি আছে। গতিকে যাওঁ।"

তেওঁক একো কোৱাৰ সুৰুঙা নিদি আঁতৰি আহিলো। মূৰটো কিছু পাতল লাগিল। যেন মূৰৰ পৰা গধূৰ শিল এচপৰা খহি পৰিল।

দুৰ্য্যোগ আৰু আহিল।

পিচ দিনা অৰুণাভ ইউনিভাৰচিটিলৈ আহি মোক চিঠিৰ টোপোলাটো ঘূৰাই দিলে। টোপোলাটো খুলি চালো। সকলো ঠিকে আছে।

ঃ"তৰা, ক্লাচ আদি ঠিক মতে হৈছেনে?"

অৰুণাভে সুধিলে।

ঃ "অ' হৈছে !"

ঃ "ঘৰৰ পৰা চিঠি পত্ৰ পাই আছানে?"

ঃ "অ' পাই আছোঁ।"

কথা বহলাবৰ ইচ্ছা নকৰি গোনপেটীয়াকৈ সুধিলো ঃ "চিঠিবোৰ পঢ়িলেনে।"

ঃ "হয়, পঢিলো।"

ঃ "এতিয়া আপোনাৰ বক্তব্য কি?"

ঃ "মোৰ তাত ক'ব লগা কি আছে? লৰাজন বৰ আবেগিক। নবীন বয়সৰে চাগে।"

ঃ "আপুনি কি ক'ব খুজিছে স্পষ্টকৈ কওঁক। আপুনিনো কিমান প্ৰবীণ?"

ঃ "কথাটো ঠিক তেনে নহয়। চিঠিৰ লেখাবোৰ মোৰ ভাল নেলাগিল। বৰ কাব্যিক। বাস্তৱৰ লগত সম্বন্ধ নথকা।"

ঃ "চিঠিৰ কথা মই সোধা নাই। আপোনাৰ ভাল-লগা নলগাৰ ওপৰত ই নিৰ্ভৰ নকৰে। আপুনি তাক সমালোচনা কৰাৰ দৰকাৰ নাই। মোৰ প্ৰশ্ন হ'ল — এতিয়াওঁ আপুনি সিদ্ধান্ত গ্ৰহণ কৰিলেনে? মোৰ পৰা কিবা আশা কৰেনে? কৰাৰ মানসিকতা আছেনে?"

ঃ "Definitely কৰোঁ। মই বিচৰা বস্তুটো পাবলৈ ইচ্ছা কৰাটো কিয় অন্যায় হ'ব। মই তোমাক জোৰ কৰিবলৈ যোৱা নাই। তোমাক মই ভালপাওঁ, নিজৰ কৰি পাবলৈ আশা কৰাটো মই ত্যাগ কৰিবলৈ ইচ্ছুক নহওঁ।"

স্পষ্ট অথচ দাম্ভিক উত্তৰ।

ঃ "কিন্তু নিজৰ কৰি পাবলৈ গৈ আমাৰ মাজত হিংস্রতাৰে প্ৰতিবন্ধকতাৰ সৃষ্টি কৰিছে কিয়? কিয?"

কোনো উত্তৰ নাই অৰুণাভৰ। থাওকতে মোৰ মনত পৰিল অনুভৱ কাকতিলৈ। অনুভৱেও এনেকৈ চেলাপতি জোকৰ দৰে লাগিছিল মোৰ পিছত। এনেকুৱা একুৰীযা মানুহৰ লগত কেনেকৈ বন্ধুত্ব গঢ়িম মই। কিছু ৰূঢ ভাৱেই ক'লো।

ঃ "মই কিন্তু হিৰন্ময়কহে পাবলৈ বিচাৰো। আপোনাক নহয। যাওঁ দেই। চিঠিখিনি নিৰাপদে ঘূৰাই দিয়াৰ বাবে ধন্যবাদ।"

পিচলৈ নোচোৱাকৈ গুছি আহিলো মই। হিৰন্ময়ে কলেই হ'লনে? এনেকুৱা এজন মানুহ মই বন্ধু হিচাপে গ্ৰহণ কৰিব নোৱাৰো। কেনেকুৱা অবুজন মানুহ। নিদাৰুণ তেওঁৰ অন্তৰ। তেওঁক মোৰ মনটো লাগে নে শৰীৰটো। মনটো তেওঁ কাহানিও নেপায। তেনে শৰীৰটো বিচাৰিছে নেকি? কি আছে মোৰ শৰীৰত।।

হোষ্টেললৈ আহি গোটেই কথাবোৰ চালি-জাৰি চালো। হিৰন্ময়লৈ একলম লিখিবলৈকে ভাল পালো মই। এই হিৰন্ময়দাৰ হৈছে কি। তেওঁ মোক হেৰুৱাবলৈ বাধ্যা কৰে নেকি।।

কেইদিনমান পিছতে কুমুদ ককাইদেৱে আহি তেওঁৰ ঘৰলৈ মাতি গ'ল। কলে "নবৌৱেৰে মাতিছে, আজি নবৌৱেৰৰ ফালৰ কোনোবা আলহী আহিব। অলপ সহায কৰি দিব লাগে।"

ককাইদেউৰ ঘৰত নিশা থকাৰ দুৰ্খাস্ত দি আবেলি সময়ত ডাঙৰ ককাইদেউৰ ঘৰলৈ গ'লো। পাকঘৰতে নবৌ আছিল। মোক ইটো, সিটো কামত লাগি দিবলৈ ক'লে। তেতিয়া সময় চাৰে পাঁচ বাজিছিল। তেনেতে আলহী আহি পালেহি। ডাঙৰ-ভতিজা জনীযে পাকঘৰলৈ দৌৰি আহি মাকক ক'লেহি ঃ "মা, মা, আলহী আহিল।" নবৌ ওলাই গ'ল। নবৌৱে চিধা আলহীক পাকঘৰলৈকে লৈ আহিল। এগৰাকী ৬০/৬৫ বছৰীযা বুঢ়ী মানুহ, আৰু এজন ২০/২৫ বছৰীযা যুৱক। মই তেতিয়া মুঢ়া এটাত বহি ককাইদেৱে বজাৰৰ পৰা অনা পালেঙশাকৰ মুঠিবোৰ খুলি বাছি আছিলো। নবৌৱে আলহীক উদ্দেশি ক'লে।

ঃ "এযে আমাৰ ছোৱালী, আমাৰ একো লুকঢাক্ নাই।"

কিয নবৌৱে তেনেকৈ ক'লে জানো। মই মূৰ তুলি চালো। এগৰাকী শুকুলা চুলিৰ বুঢ়ী মানুহ। এই বযসতো পকা-ডালিমৰ দৰে শৰীৰৰ ৰং। সৰু সৰু এহাল চকুৰে, বগা নোদোকা হাত-ভৰিৰে, মানুহ গৰাকী মৰম লগা। জনজাতীয় মানুহৰ দৰে চেহেৰা। কাণত এজোৰ গধুৰ থুৰীয়া। ডিঙিত পোৱালমণি আৰু এটি বাথৰুৱা বিৰি। তামোলৰ পিকেৰে ৰঙা দুখন ওঁঠ। মুখত এটা সৰল হাঁহি। যুৱক জন ওখ-দীঘল-কৃশাংগী। মিঠা বৰণীয়া।

বুঢ়ী গৰাকীয়ে মোক মূৰৰ পৰা ভৰিলৈকে চালে। মোৰ শৰীৰটো জিমৃজিমাই গ'ল। মানুহৰ দৃষ্টিত ইমান ধাৰ থাকেনে? কিয়বা চালে? আকৌ কিবা নতুন অভিসন্ধি! সন্দেহ হ'ল

মোৰ।

খুই বৈ আলহী গ'লগৈ। যাবৰ বেলিকা বুঢ়ীয়ে মোৰ মূৰত ধৰি আশীৰ্ব্বাদ দিলে। দুগালত দুটা চুমা খালে। তামোলৰ পিকেৰে দুগাল ৰাঙলী হ'ল।

আলহী যোৱাৰ পিচত নবৌৰ পৰা জানিব পাৰিলো সেয়া অৰুণাভৰ মাক আৰু ভায়েক। গুৱাহাটীৰ পৰা আহিছে। পুতেকৰ লগত কিছুদিন থাকিব।

কথাবোৰ টলকিবলৈ নৌ পাওঁতেই পিচদিনা সন্ধিয়া Warden বাইদেউৰ কমৰ ফোনটো বাজি উঠিল। কুমুদ ককায়ে মোলৈ ফোন কৰিছে।

ঃ "হেল্লো,

ঃ "হেল্লো,

ঃ "তৰা, তই বেগাই মোৰ ঘৰলৈ আহ। Warden ক কৈ আহিবি। আমি হঠাৎ গোলাঘাটলৈ যাব লগা হ'ল। মাৰ টান অসুখ।"

ককাইদেউৰ মাতত স্বাভাৱিকতা নাই। কঁপা, কঁপা, ভগা ভগা মাত। মোৰ আকৌ সন্দেহ হ'ল। এইবাৰ নতুন ফন্দী নহয়তো?

ঃ "কেনেকৈ জানিলে আপুনি মাৰ বেমাৰ বুলি?"

ঃ "নিশিযে টেলিগ্ৰাম কৰিছে। সোণকালে আহ সময় বৰ ক'ম। পিচত কথা পাতিম।"

মাৰ অসুখৰ খবৰ পাই চিন্তিত হৈ পৰিলো। ভয়ো লাগিল। মাক পামগৈনে মই! কাষতে পোৱা কাপোৰ-কানি দুই, এডোখৰ চুটকেছত ভৰাই Warden ক কৈ ককাইৰ ঘৰলৈ খৰ-খেদাকৈ আহিলো। তেতিয়া নিশা সাত বাজিছিল। চিধা গোলাঘাটলৈ যোৱা বাছ আমি নেপালো। যোৰহাটলৈ যোৱা বাচ এখন পাই তাতে গ'লো। সমগ্ৰ বাটটোত কাৰো মুখত কথা নাই। ভয়ত মোৰ অন্তৰাত্মা শুকাই গৈছে। মাৰ বা কি হৈছে' বাছি আছেনে' হঠাৎ টেলিগ্ৰাম কৰিছে যেতিয়া অসুখ ডাঙৰেই নিশ্চয়। ঘৰ কেতিয়া পামগৈ! উৰি যাম যেন! দুপৰ নিশা যোৰহাট পাই টেক্সী এখন ভাড়া কৰি দেৰগাবলৈ গ'লো। টেক্সী খন আৰু নেযায়। কি বিপদ।। এতিয়াহে মৰিলো। মাজ নিশা কʼলৈ যাওঁ।

এখন ধাবা খোলা দেখা পাই তাতে দুয়ো সোমালো। ককাইদেৱে শুকান ৰুটি, তৰকা আদিৰ অৰ্ডাৰ দিলে। ক'লে ঃ"ভোকত আছ, খাই ল , ভগৱানেহে জানে আজি কি হয়। ইফালে গাড়ী মটৰো নাই' নিশাটো ইয়াতে খপিব লাগে নেকি ঠিক নাই"

পেটৰ ভোক পেটতে ৰ'ল। একো মুখত দিব নোৱাৰিলো। এনেকুৱা চিন্তাতনো মানুহে খাব পাৰেনে?

নিশা দুইমান বজাত গোলাঘাট অভিমুখী এখন মেটাদৰ পালো। শেহনিশা গোলাঘাট হস্পিতলাৰ ওচৰত নামিলো। মা হেনো ইয়াতে আছে! হস্পিতালৰ বাৰান্দাত ঠিয় হৈ বুকুত দুক, দুক, কম্পন। খোজ নেকাঢ়িম যেন। দুয়োখন ভৰি যেন অত্যন্ত গধুৰ। দাঙিব নোৱাৰি যেন।

ছয় নম্বৰ কমৰ বাইছ নম্বৰ বিচনাত মা পৰি আছে। মৃত প্ৰায় অৱস্থা। চেলাইন দি থৈছে। কথা—ক'ব নোৱাৰে। ইকাটি-সিকাটি কৰিব নোৱাৰে। মোক দেখি দুগালে দুধাৰ চকুলো

বলে। জোৰ কৰি মই কান্দোন সম্বৰণ কৰিলো। বেমাৰীৰ ওচৰত কন্দা বেয়া।

মাৰ গেচিত্ৰক আলচাৰ হৈছে। ক'লা ক'লা শৌচ হৈছে। মৰা তেজ বোৰ শৌচ হৈ বাহিৰ হৈছে। গোবৰৰ দৰে ক'লা শৌচ। গোন্ধ মৰাতেজৰ দৰে। মুখ খন শেতা চকু-মুখ ফুলা। মানুহজনী ওখহিছে হবলা।

গোহৰ হোৱাৰ লগে লগে হাত-মুখ ধুই বেমাৰী শুশ্ৰূষা কৰিবলৈ সাজু হ'লো। দুখ-ভাগৰ কাটি কৰি থ'লো। যাৰ কাৰণে এই পৃথিৱীৰ বিনন্দীয়া সৌন্দৰ্য দেখা পালো, সেই মাতৃঋণ শুজিব পাৰিম জানো?

... ... ... ... ... ... ... ...

... ... ... নিশালৈ আৰু বিপদে আমালৈ অপেক্ষা কৰি আছিল। নিশা চকুৰ টিপ্ এটিও নমৰাকৈ আমি কেউটি প্ৰাণী মাৰ কাষত বহি আছোঁ। ১২ মান বজাত ৰোগীয়ে অসহনীয় যন্ত্ৰণাত চট্ ফট্ কৰিবলৈ ধৰিলে। পানীৰ পৰা মাছটো বামলৈ তুলিলে যেনেদৰে ধৰ্ ফৰ চট্ ফট্ কৰে, ঠিক তেনেদৰে। চকু-কেইটা কিবা এক ধৰণৰ কৰিবলৈ ধৰিলে। মাৰ এই অসহনীয যন্ত্ৰণা সহিব নোৱাৰি মই চকু মুদি দিলো। কিন্তু চকু মুদিলেই বিপদ নাতৰে।

কুমুদ ককায়ে ক'লে "মন ডাঠ কৰ। সকলো মৃত্যুৰ বাবে সাজু হ'। সকলো ভগবানৰ ইচ্ছা।"

মায়ে হঠাৎ বমি কৰিবলৈ ধৰিলে। তেজ কেৱল তেজ। কফি ৰঙৰ তেজ। হায়। সেই তেজৰ গোন্ধত মোৰ মূৰটো আচন্দ্ৰাহি কৰিবলৈ ধৰিলে। সমুখৰ বস্তুবোৰ চক্ৰাকাৰে ঘূৰিছে। ডাক্তৰ ককাইদেউৰ হাতখন জোৰেৰে খামুচি ধৰি দুচকু আকৌ মুদি দিলো।

এটা সময়ত মা অজ্ঞান হৈ পৰিল। নিঃসাৰ। কেৱল জীৱটো ধপ্‌ধপাই আছে। কি কৰিব পাৰো আমি। ডাক্তৰ-নাৰ্চ লাগিয়ে আছে। ঘন্-ঘন্‌কৈ চেলাইন দিছে। ইন্‌জেকচন্ দিছে।

চকুৰ পিৰিকতি নমৰাকৈ আমি কেৱল বহি আছোঁ। আমাৰ মুখৰ মাত হৰিল। গভীৰৰ পৰা গভীৰ হৈছে নিশা।

মোৰ হৃদয় ফাটি-চিৰাচিৰ হৈছে। কান্দিবও নোৱাৰি। শৰবিদ্ধ পখীৰ দৰে চট্‌ফটাই আছোঁ মই। শৌচ কৰাৰ ভাৱ হৈছে মোৰ। ঘনে ঘনে শৌচাগাৰলৈ গৈ শৌচ কৰি আহিছোঁ। ঘনে ঘনে পেচাব কৰাৰ ভাৱ হৈছে। . শেষত মাৰ ভৰি দুখন সাবটি ধৰি সেই কাল মূহুৰ্ত্তত ভগৱানক মাতিছোঁ মই। ইমান যন্ত্ৰণানে? মানুহৰ। মৃত্যুও হয়তো ইয়াতকৈ ভাল।

ইয়াৰ পিছত ওঠৰটা দিন পাৰ হৈ গ'ল। মাৰ অৱস্থাৰ একো উন্নতি নহ'ল। এই ওঠৰটা দিন মাৰ সেৱা-শুশ্ৰূষাত মন-প্ৰাণ ঢালি দিলো। মা-বাচিব জানো? মায়ে আকৌ আগৰ দৰে কথা ক'বনে? গুণ-গুণাই গীত গাবনে? হাঁহিবনে? মাৰ বুকুত শুই শৈশৱৰ সপোন দেখিবলৈ পামনে? "মোক বাতিটোৰ বাবে ওভোতাই দিয়া মোৰ ল'ৰালি, আইৰ কোলাত আকৌ এবেলি শুম", . ... বিভিন্ন প্ৰশ্নই দোলা দি গ'ল অন্তৰ। ঔষধ, চেলাইন, বেজি সাধ্যানুসাৰে দিয়া হৈছে। ডাক্তৰ, নাৰ্চ লাগিয়ে আছে। আমাৰ কাৰো খাবন-শোৱন নাই। ... ... এজন ডাক্তৰে কৈছে "তেজ দিব পৰা হ'লে ভাল আছিল"। কিন্তু কোনো ডাক্তৰে তেজ দিয়াৰ দায়িত্ব ল'ব নোখোজে। তেজ বিচাৰি পোৱা যাব। কিন্তু গোলাঘাট হচ্‌পিতালৰ কোনো ডাক্তৰে এনে ৰোগীক তেজ দিয়াৰ

দায়িত্ব নলয়। তেজ দিলে হেনো ৰোগী মৰিবও পাৰে।

কোনোবা গভীৰ নিশা টোপনিত অচেতন হৈ কোনোবা ৰোগীৰ কাষতে ঢলি পৰো। টোপনিয়ে মৰণে হেনো সমান। নাৰ্চে আহি হেচুকি হেচুকি জগায়

ঃ "উঠক, উঠক। আপুনি বেমাৰ এসোপা গোটাই ল'ব খুজিছে নেকি? নেজানে বেমাৰীৰ কাষত শোৱা নিষেধ"

ধড়্মড়াই উঠো মই।

ঃ"এঃ ভাগৰে হেঁচা মাৰি আনিছে।"

ঃ "নুশুব, বেমাৰীৰ কাষত নুশুব। বেমাৰ হ'ব।"

সেই বিপদৰ বেলা বেমাৰৰ ভয় মোৰ নোহোৱা হ'ল। ... চকু মোহাৰি মোহাৰি শেষ নিশালৈকে মূঢ়াত বহি ৰওঁ। নিৰ্বৰ পৰিবেশ। বেমাৰীৰ কেৰ্কনি, গেথনি, নাৰ্চ, ডাক্তৰৰ খোজৰ শব্দ, তাৰ বাহিৰে আৰু একো নাই। কেতিয়াবা কুমুদ ককাইদেউ, কেতিয়াবা নিশি ককাইদেউ বাৰান্দাত বিচনা কৰি শুই থাকে। বাৰান্দাতো মোৰ শোৱা নিষেধ। কাৰণ মই গাভৰু ছোৱালী। গাভৰু ছোৱালীৰ কাৰণে বাধা-নিষেধ অনেক। সেযে মাৰ কাষতে মূঢ়াত বহি ওৰে-নিশা জ্বলা-চকুৰে ৰওঁ।

জোন ককাইৰহে কোনো খবৰ নাই। জোন ককাইদেউৰ নবৌৱে আহি মাক দিনৰ ভাগত সেৱা শুশ্ৰূষা কৰেহি। আনকি মাৰ হগা-মুতা কাপোৰ-কানিও ধুই দিয়ে।

এনে দুৰ্য্যোগপূৰ্ণ বেলা ডিব্ৰুগড়ৰ পৰা অৰুণাভ দাস গৈ ওলাইছেগৈ। প্ৰথমে আমাৰ ঘৰ বিচাৰি উলিয়াইছে। তাৰ পিচত হচ্‌পিতাল পালেগৈ। মাৰ জ্ঞান আছে। চকু মেলিও চায়। কিন্তু কথা-বতৰা ক'ব নোৱাৰে। অত্যন্ত দুৰ্বল। খাব নোৱাৰে। কেৱল চেলাইন দি থয়।

মাৰ কাষলৈ নিশি ককায়ে অৰুণাভ দাসক লৈ গ'ল। আৰু ক'লেঃ

ঃ "মা, ভনীৰ কাৰণে ঠিক কৰা লৰা এইজনেই। তই ভনীৰ কাৰণে একো চিন্তা নকৰিবি দেই।"

মায়ে শুনিলে। চকুমেলিও চালে। দুচকুৰে পানী বৈ গ'ল। আনন্দৰ নে বেদনাৰ নুবুজি। মা হয়তো এতিয়া আনন্দ আৰু বেদনাৰ সিপাৰে। উপলব্ধিৰ অতীত।

মই একোকে নকলো। মই জানো এয়া তৰ্ক কৰাৰ সময় নহয়। মাৰ মৃত্যু-শয্যাৰ কাষত তৰ্ক কৰি কি পাৰ পাম। যি কয় কৈ থাকক। মই মোৰ সিদ্ধান্তত অচল।

টোপনি খতি কৰি কৰি শৰীৰ মোৰ দুৰ্বল হৈ পৰিছে। কাণ দুখন শুম্ শুমাই থাকে। মূৰটো ঝিম্ ঝিম কৰে। তদুপৰি অনাহাৰ। কোনোবা দিনা এটি কল, কোনোবা দিনা একাপ গাখীৰ, এয়ে মোৰ আহাৰ। মাৰ কাষৰ পৰা উঠি নেযামেই যেন। ককাইদেউ হঁতে হোটেলত কিম্বা ঘৰত খাই আহেগৈ। মোক যাবলৈ কলেও লৰ্-চৰ্ কৰিবৰ ইচ্ছা নেযায়। মাৰ কাষত থাকিয়ে কেতিয়াবা যি পাৰিছো অকণ মুখত দিছোঁ। বেমাৰীৰ মাজত একো খাবলৈও ইচ্ছা নেযায়।

আমাৰ ঘৰত এনিশা থাকি অৰুণাভ দাস গ'লগৈ।

এদিন নিশা মায়ে আকৌ যন্ত্ৰণাত চংফং কৰিবলৈ ধৰিলো ঠিক আগৰ দৰেই। চকু দুটা

টেলেকা টেলেক কৰি — ঘন্ ঘনকৈ উশাহ-নিশাহ টানি ধৰ্ ফৰাবলৈ ধৰিলে। ডাক্তৰে ক'লে ঃ "ৰোগী বচাৰ আশা নাই।"

বুকুত বেজ্জিৰ খোচলৈ মই মাথো অপেক্ষা কৰিলো মৃত্যুলৈ। আস্। মৃত্যু তই নাহ কিয়। ইমান যন্ত্ৰণা! মৃত্যু! তোৰ শীতল কোমল হাতেৰে মাক শান্তি দে। শান্তি দে। অসহ্য।।

পুত্ৰী হৈ আজি মাৰ মৃত্যু কামনা কৰিছো'

সেই নিশকতীয়া মানুহজনীয়ে ক'ৰ অত বল পালে জ্ঞানো। নুমাবৰ আগে বন্তি হেনো অধি-উজ্জ্বলতাৰে জ্বলি উঠে। গোৰ মাৰি ভাঙি দিলে মায়ে কাষৰ খিৰিকিৰ গ্লাচ। ঝন্ ঝন্ শব্দ কৰি খিৰিকিৰ পৰা আইনাৰ টুকুৰা বোৰ পকা-মজিয়াত আৰু বিচনাত সিচৰিত হৈ পৰিল। নিৰব-নিশাৰ আন্ধাৰ খান্‌বান্ কৰি বিযপি পৰিল ঝন্ ঝন্ শব্দ। শব্দৰ টুকুৰা। কাষৰ ৱাৰ্ডবোৰৰ পৰা সকলো দৌৰি আহিল। ডাক্তৰ, নাৰ্চ, বেমাৰী ইত্যাদি। পৰি থকা বেমাৰীবোৰৰ বাহিৰে সকলো দৌৰি আহিল। থুপ খালেহি আমাৰ কমত। বিৰ্ বিৰ্ কৈ কিবাবোৰ কৈ মায়ে হাত-ভৰি এচাৰিবলৈ ধৰিলে।

ঃ "সোণমণি তই নেযাবি। সেইফালে পানী আছে। পৰিবি পৰিবি .. ... পৰিল ... পৰিল"

ঃ "অবা, মোৰ মাসোণ, আহ, মোৰ বুকুলৈ আহ। তই ৰবাব টেঙা খাই বৰ ভালপাব নহয়" কান্দোন ৰখাব নোৱাৰি বাহিৰলৈ ওলাই আহিলো মই। হিয়া-ঢাকুৰি কান্দিলো মই।

ডাক্তৰে ক'লে ঃ "ৰোগীৰ আকৌ জ্ঞান হেৰাইছে। আজি নিশা সকলো সজাগ থাকিব, কিবা এটা হ'ব পাৰে।"

চেলাইন দিব পৰা নাই। চট্‌ফটাই আছে। ভালেমান সময বকি বকি মা নিৰব হ'ল। ডাক্তৰে হাৰ্ট আৰু পালচ্ চালে। পালচ্ বৰ স্লু। হাৰ্টৰ স্পন্দন দুৰ্বল।

আকৌ চেলাইন লগাই দিলে। মা নমৰিল। কিবা বোলেনে ক'মা হ'ল।

পুৰা ন-মান বজাত আকৌ জ্ঞান আহিল।

আমি আটায়ে ডাক্তৰৰ সতে আলোচনা কৰিলো। গোলাঘাটত মাক তেজ দিব নোৱাৰি। গতিকে ডিব্ৰুগড়লৈ নিলে কি হয়? কিজানি বাচেই। বেলি ককাই আৰু মই বেছিকৈ জোৰ দিলো ডিব্ৰুগডলৈ নিয়াত। মাক যি কোনো প্ৰকাৰে বচাবই লাগিব।

ডাক্তৰে ক'লে ঃ "ইমান দুৰ্বল ৰোগী। কেনেকৈ ইমান দূৰ বাট নিব। বাটতে শেষ হ'ব। আপোনালোকৰে কষ্ট হ'ব।"

ঃ "যি হয় হ'ব। শেষ চেষ্টা কৰোঁ। এনেদৰে চাই থাকিব নোৱাৰি।" বেলি ককাইৰ দৃঢ় কণ্ঠস্বৰ।

ঃ "মোৰ বোধে মানুহজনীক কষ্ট দি লাভ কি? শান্তিৰে মৰিবলৈ দিয়াই ভাল। আমি চেষ্টা কৰিয়েই আছোঁ। নে আমাৰ ওপৰত বিশ্বাস নাই?"

ঃ " দৰাচলতে ডাক্তৰ। সেইটো কথা নহয়। কোনোৱে নিনিলেও মৰে নিম ডিবুৰলৈ। মৰে যদিও মৰক মোৰ হাততে। এনেকৈ কেলযেপ্ কেলযেপ্ কৈ জীয়াই থাকি লাভ কি।"

ঃ"এবা বেলি ককাইদেউ আৰু মৰে যাওঁ, মাক লৈ, যি হয় হ'ব। কিজানি ভালেই হয়"

মই ক'লো। ডাক্তৰে আৰু একো নেমাতিলে।

বেলি ককাইদেউ আৰু নিশি ককাইদেউয়ে ১০০০/- টকাত এখন টেক্সী ভাড়া কৰিলে। তাতে মই আৰু বেলি ককাইদেৱে পাছৰ চিটত বহি মাক কোলাত শুৱাই লৈ যাত্রা কৰিলো। নিশি ককায়ে আগৰ চিটত বহিলে। ওপজি পুৱাতে আমি যাত্রা কৰিলো। কুমুদ ককাইক ঘৰত থৈ গ'লো।

আমাৰ মুখত পানী নাই। বাটতে যদি কিবা এটা হয়? ... কিন্তু জন্ম দায়িনী মাতৃৰ যন্ত্রণা কেনেকৈ চাই থাকোঁ। মায়ে আমাক জন্ম দিলে। এপোৱা জালুক খাই গাৰ বিষ মাৰিলে। ডাঙৰ কৰিলে, খুটি খাব পৰা কৰিলে। মাতৃ-ঋণ কাহানিবা শুজিব পাৰিম জানো?

মাৰ অস্থিচৰ্মসাৰ দেহাটো সাবটি আমাৰ তিনিটি প্ৰাণীৰ এই যাত্ৰা। বৰ-নামঘৰত যাবৰ বেলা সেৱা কৰিলো। মাক ক'লোঃ "মা, এয়া বৰ নামঘৰ, সেৱা ক'ৰ।" মায়ে শোৱাতে কৰজোৰ কৰিলে। ড্ৰাইভাৰক ক'লো "গাড়ী লাহে লাগে চলাব । চাব যাতে ৰোগীয়ে কষ্ট নেপায়।"

নিশি ককায়ে গুণ-গুণাই নামঘোষাৰ পদ এটি গাবলৈ ধৰিলে।

"সহস্ৰ সহস্ৰ আতি অপৰাধ দিনে ৰাতি
কৰো মই মহামূঢ় জন।
আমি প্ৰভু তয়ু দাস আকে মানি জগবাস
ক্ষমিয়োক শ্ৰীমধুসূদন।।
ধৰ্মক জানোহো মই তথাপি প্ৰবৃত্তি নাই
অধৰ্মতো নিবৃত্তি নোহয়।
হৃদিস্থিত হয়া তুমি যেন কৰিবাহা স্বামী
হৃষীকেশ কৰিবো তেহ্নয়।।
নাজানোহো আবাহন নজানোহো বিসৰ্জ্জন
পূজা মন্ত্ৰ নজানো কিঞ্চিত।
এতেকে পৰমেশ্বৰ দাস ভৈলো চৰণৰ
মোৰ গতি সাধিবে উচিত।।"

নিজান পুৱা। বাট-পথ মুকলি। বিনা - বাধাই আমাৰ গাড়ী চলিবলৈ ধৰিলে। মাজে মাজে একো চামোচকৈ নিমখিয়া পানী মাৰ মুখত দিওঁ। তিতা কাপোৰেৰে মাৰ মুখখন মচি দিওঁ। কি আশ্চৰ্য্য!! বাটত মায়ে একো আমনি কৰা নাই। শান্ত ভাবে দুচকু মুদি পৰি ৰ'ল। বমি কৰা নাই। হগা নাই। এনেকি মূতাও নাই। উস্ আসো কৰা নাই. একো বিপদ নহ'ল। বিপদৰ সীমা অতিক্ৰমি আমি ডিব্ৰুগড়ৰ মেডিকেল কলেজ পালোগৈ।

সেইদিনাই গধূলি মাক মেডিচিনৰ ডাক্তৰ এজনক দেখুৱালো। মাক মেডিকেল কলেজ হচপিতালত চিট দিলে। মাক হচপিতালত ভৰ্ত্তি কৰাই শান্তিৰে উশাহ ল'লো। তেতিয়া ধৰাৰ বুকুলৈ এন্ধাৰ নামি আহিছে।

খৰতকীয়া চিকিৎসা চলিল। দামী, দামী, চেলাইন, ইন্‌জেকচন দিয়া হ'ল। নিশাটো তেনেলৰেই পাৰ হ'ল। পিচদিনা ডাক্তৰে ক'লে ঃ" O গ্ৰুপৰ তেজ যোগাৰ কৰক। তৎক্ষণাৎ।

নহ'লে বেমাৰী বচাৰ আশা নাই।"

আমাৰ ল'ৰা কিটাৰ ভিতৰত কাৰো গ্ৰুপ নিমিলে। ডাক্তৰে ক'লে ঃ"প্ৰফেচনেল ডনাৰৰ পৰা ব্লাড দিব পাৰে কিন্তু বৰ ঠিক নহ'ব। আপোনালোকৰ কোনো নিজৰ মানুহ আছে যদি আনক। খবৰ কৰক"

আগে-পিছে এনে বিপদত আমি পৰা নাই। তদুপৰি থাওকতে বিচাৰি পোৱাতে আমাৰ নো ইয়াত কোন আছে? বিয়ে আমাক তেজ দি সহায় কৰিব। নিশি ককায়ে উপায়ন্তৰ হৈ প্ৰফেচনেল ডনাৰ বিচাৰি গ'ল। বেলি ককাই আৰু মই হচপিতালৰ বাৰান্দাৰ বেঞ্চখনতে গেমোঠা মুখেৰে বহি আছোঁ। দুঃচিন্তাত আমি দগ্ধ। মাক অ'ত কষ্ট কৰি এনেই আনিলো নেকি। গোলাঘাটত ডাক্তৰে মাৰ তেজৰ গ্ৰুপটোও পৰীক্ষা নকৰিলে।

মাক ডিব্ৰুগড় মেডিকেল কলেজত ভৰ্ত্তি কৰাৰ খবৰ পাই অৰুণাভ দাস খবৰ ক্ৰবলৈ আহিছে। তেওঁ দেখিছোঁ আমাৰ সকলো খবৰ ৰাখিছে। কাৰ মুখে জানো গম পালে আমি ইয়ালৈ অহা।

অৰুণাভে আমাৰ সমস্যাৰ বুজ ল'লে। তেওঁ নিজৰ তেজ পৰীক্ষা কৰি চালে। গ্ৰুপ নিমিলিল। তেওঁ গ্ৰুপ A। তেওঁ চেষ্টা কৃৰি চাওঁ বুলি ক'লে। আমি দুযোটা নিমাত। বিপদত হেনো খেৰ-কুটা এডাল পালেও বহুত।

অৰুণাভ দাসে ততালিকে আকাশ-বাণীলৈ ঢাপলি মেলিলে। দুঘণ্টাৰ ভিতৰতে তেওঁ তিনিজন স্বাস্থ্যবান ডেকা আনি হাজিৰ কৰিলে। তেওঁলোকৰ তেজৰ গ্ৰুপ O। তেওঁলোকৰ নাম ডম্বৰুধৰ দত্ত, ত্ৰিদিব শইকীয়া, আৰু গায়ক ৰাজেন গোহাঁই। তেওঁলোক তিনিওজনে আকাশ - বাণীত কাম কৰে। তেওঁলোক তিনিজন আমাৰ বাবে ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ হৈ হে ওলালেহি যেন। আশাৰ সঞ্চাৰ হ'ল মনত। প্ৰত্যেকে আঢ়ৈশ গ্ৰামকৈ তেজ দিলে।

তেজ মাৰ শৰীৰত প্ৰবেশ কৰোতে বিভিন্ন ৰকমৰ অবস্থা হ'ল। প্ৰথমে জাৰ লাগি থক্ থকাই কঁপিব ধৰিলে। কপনিত বিচনাখন কঁপি উঠিল। তিনিখন মান গৰম ৰাগ জাপি দিলো। আকৌ অলপ পিছতে গৰমত ঘামিবলৈ ধৰিলে। চেচা পানীত কাপোৰ এখন তিযাই লৈ গা-মচি দিলো। মাজে মাজে মায়ে কেনেখন কৰেচোন। আমাৰ তিনিটাৰ মুখত পানী নোহোৱা হয়। ডাক্তৰে আমাক অভয় দিছে। তেজ দিলে ৰোগীৰ এইবোৰ অবস্থা হযেই। তেজ দি অন্ত হ'লত মায়ে লাল-কাল টোপনিত পৰিল। আমি আশাৰে কাষতে বহি ৰ'লো। একেথৰে তিনিওটাই মাৰ মুখলৈ চাই আছোঁ। মায়ে কেতিয়া সাৰ পাব। মায়ে কেতিযা কথা ক'ব।

সময় পাৰহৈ যোৱাৰ লগে লগে আমাৰ উৎকণ্ঠা বাঢ়ি গ'ল। আমি চৎফটাবলৈ ধৰিলো। মায়ে সাৰ নেপাবই নেকি?

প্ৰায় দুঘন্টা অধীৰ অপেক্ষাৰ অন্ততঃ মায়ে চকু মেলিলে। কথা ক'লে। যেন নতুনকৈ ফুলা ফুলেহে কথা ক'লে। মোক কাষলৈ মাতিলে। মোক হাতেৰে চুই চালে। ডিব্ৰুগড়ৰ পৰা কেতিয়া আহিলো, সুধিলে।

ঃ "মা, এয়া, ডিব্ৰুগড়েই, ডিব্ৰুগড় মেডিকেল ক'লেজ। তোক আমি লৈ আহিলো। তই এতিয়া ভাল হ'বি" মই ক'লো।

পৃথিৱী খনলৈ আমাৰ মৰম ওপজিল! আৰু অৰুণাভ দাসলৈ কৃতজ্ঞতাত আমাৰ অন্তৰ ওপচি পৰিল।

আমি যেন আজন্ম মাৰ কথা শুনিবলৈকে বৈ আছোঁ। মায়ে যেন জীৱনত এই প্ৰথম কথা ক'লে। মা তেনে হ'লে বাচিল! মাক আমি সুস্থ শৰীৰেৰে ঘৰলৈ লৈ যাব পাৰিম?

লাহে লাহে, এদিন দুদিনকৈ মায়ে বহিব পৰা হ'ল, খোজ-কাঢ়িব পৰা হ'ল, কোমল-আহাৰ খাব পৰা হ'ল। মায়ে যেতিয়া নিশি ককাইৰ মুখে তেজ-দানৰ কাহিনী শুনিলে, তেতিয়া অৰুণাভ দাসক লগ পাবলৈ উত্ৰাৱল হৈ পৰিল।

মায়ে অৰুণাভ দাসক ক'লে ঃ "মোৰ একেজনী মাথোন ছোৱালী, বাপ! তাই মোৰ সোণৰ পুতলী হেন। মোৰ জিউটো যেন। তাইক তোমাকে গটালো। বাপ, তুমি মোৰ প্ৰাণটো বছালা। মই তোমাক কি দিম! কন্যাদানৰ সমান দান আৰু নাই। তাইক কষ্ট নিদিবা।"

মায়ে মোৰ হাত-খন অৰুণাভ দাসৰ হাতৰ লগত মিলাই দিলে। মাৰ দুচকুৰেদি দুটোপাল আনন্দাশ্ৰু বৈ গ'ল। কথা কিষাৰ কৈ মায়ে পৰম তৃপ্তিৰে টলকা মাৰিলে।

মাযে এযা কি কৰিলে! মই যদি প্ৰতিবাদ কৰোঁ। কি হ'ব। মাৰ জীৱন মোৰ হাতৰ মুঠিত। মই কি কৰোঁ এতিয়া। অসহনীয় অপ্ৰকাশিত যন্ত্ৰণাত মই থৰ হৈ ৰ'লো। মই অন্তৰত কষ্ট পাইছোঁ অথচ মাযে যে শান্তি পাইছে। কেৱল মোৰ সুখৰ বাবেই মই পাৰিমনে নিষ্ঠুৰ হ'বলৈ। প্ৰতিবাদ কৰিম নে মই! হায! কি অৱস্থাত পৰিলো মই!।

হেহোঁ, নেহোঁ কৈ ঠিয় দি থাকিলো। এইখন এখন বেলেগ নাটক। অন্তৰৰ বেদনা চেপি-খুন্দি নিঃশেষ কৰি দিলো। একোকে নেমাতিলো মই! ঢৌটুত কিহবাই সোপা মাৰি ধৰিছে যেন! হওঁক মোৰে কষ্ট হওঁক। তথাপি মা বাচি থাওঁক। ... ... ...

—:O:—

প্ৰায় এমাহ পাছত মা ভালেমান সুস্থ হৈ পৰিল। এতিয়াও Release দিয়া নাই। ইটো, সিটো, পৰীক্ষা নিৰীক্ষা কৰিযেই আছে। বেলি আৰু নিশি ককাই কাহানিবাই গ'লগৈ। সকলোৰে নিজা-নিজা চাকৰি আছে। লেঠা পিঠা আছে। সদায়-কেনেকৈ বেমাৰীৰ লগতে লাগি থাকিব।

কেৱল মোৰহে বিশ্ৰাম নাই! মাক Release নিদিযালৈকে কেনেকৈ আঁতৰি যাম।

পুৱা ছয় বজাত বিশ্ববিদ্যালয় হোষ্টেলৰ পৰা ওলাওঁ। দিনটো মাৰ কাযতে থাকোঁ। সন্ধিযা হোষ্টেললৈ ঘূৰি যাওঁ। যাওঁতে সদায মাৰ লেতেৰা কানি কাপোৰ বোৰ লৈ যাওঁ। নিশা হোষ্টেলত সেইবোৰ ধুই মেলি থওঁ, দৈনিক এসাজ পৰিষ্কাৰ কাপোৰ মাৰ কাৰণে আনো।

হোষ্টেলৰ পিচফালে থকা নেপালী গুৱাল এটাৰ পৰা এপোৱাকৈ গৰুৰ গাখীৰ লওঁ। পুৱা-এন্ধাৰ-পোহৰৰ মাজতে গাখীৰ খিনি আনি গৰম কৰি ফ্লাস্কত ভৰাই লওঁ। ভুভত মাৰ কাৰণে এমুঠি জহা-চাউল, আলু, ফুল কবি আদি কোমলকৈ সিজাওঁ। সেইবোৰ টিফিন কেৰিযাৰত ভৰাই লওঁ। এইবোৰ কাম ৫ বজাৰ আগতেই শেষ ক'ৰো। তাৰ কাৰণে মই ৩ বজাতেই শয্যা ত্যাগ কৰোঁ। জাৰ কালিৰ নিশা। বৰ ঠাণ্ডা। লেপৰ উম এৰিবৰ সত নেযায।

খোৱা আৰু শোৱাৰ কোনো ঠিক নাই মোৰ। অযত্নত শৰীৰ দুৰ্বল হৈ পৰিছে। খৰি শুকুৱাদি শুকাইছোঁ। কেতিযাবা বুকুখন ধপ্ ধপ্ কৰে। দিনৰ-দিনটো অবিৰাম পৰিশ্ৰম কৰিও নিশা টোপনি নাহে। চিন্তা ভাবনাই খুলি খুলি খায। চিল্ মিল্ টোপনিত অৱাঞ্চনীয সপোন দেখোঁ। সাৰ পাই হিৰন্ময়ৰ চিঠিৰ টোপোলাটো মেলি লওঁ। চিঠি-পটি পটি সমযবোৰ পাৰ ক'ৰো। কোনোবা দিনা উচুপি উচুপি কান্দো। ... . . . .

ডিচেম্বৰ মাহ। ডিব্ৰুগডত বৰ জাৰ। ফেৰ্ ফেৰীযা বতাহ। তাতে কুঁৱলি পৰে। ন-বজালৈকে কুৱঁলীযে দশোদিশ ঢাকি থয। ওচৰৰ অথবা দূৰৰ একো বস্তু নমনি। গৰম কাপোৰেও জাৰ খেদিব নোৱাৰি। একেখন গৰম কাপোৰ, একেটাই চুৱেটাৰ। পিন্ধোতে, পিন্ধোতে সিহঁতৰ অৱস্থা চাব নোৱাৰা হৈছে গৈ। ধুবলৈকো সময নাই অথবা ধুলেও পিন্ধিবলৈ আন গৰম-কাপোৰ নাই।

চুলি-কোছা আজি কিমান দিন যে ধোৱা নাই। সদায় লৰা-লৰিকৈ গাত-পানীহে ঢালো। গাৰ ছাল ফপৰীযা হৈ পৰিছে। ওঁঠ দুখনো ফাটিছে। কথা ক'লে টানি ধৰে। তেজ ওলায।

হাতত ফ্লাস্ক আৰু টিফিন কেৰিযাৰ লৈ কুঁৱলী ফালি গৈ থাকো — নিজান বাট। কাকো কেনিও দেখিবলৈকো নাই। ভালেখিনি বাট খোজ কাটি গৈ ছয় বজাত বাছত উঠোগৈ। মেডিকেল, কলেজ অভিমুখী বাছ। সময এক-ঘণ্টাৰ বেছি লাগে। তাকো ঠিক মতে বাছ পালেহে। কেতিযাবা দূৰৰ পৰাই দেখো, বাছ গ'লেই। আকৌ দ্বিতিযখন বাচলৈ অপেক্ষা কৰো।

মেডিকেল কলেজত উপস্থিত হৈযেই কামত মন নিবিষ্ট কৰোঁ। একো ভাবিবৰ আহৰি নেপাওঁ। মাক মুখ-হাত ধুৱাওঁ। গাখীৰ খুৱাওঁ। ঔষধ খুৱাওঁ। নিশাৰ কাপোৰ সাঁজ খুলি দিওঁ। লগত নিয়া পৰিষ্কাৰ কাপোৰ-সাজ পিন্ধাওঁ। হাতত ধৰি খোজ-কঢ়াই বাহিৰলৈ লৈ আহোঁ।

ৰ'দত বহুৱাওঁ। ৰ'দালিত বহুৱাই মুৰ ফনিয়াই দিওঁ। তেল-কুৰ ঘঁহি খোপা বান্ধি দিওঁ। মাৰ চুলি-কোছা বৰ ধুনীয়া। ঘন কলা, চিক্‌মিকাই থকা। এই বয়সতো অসুখেও ম্লান কৰিব পৰা নাই তাৰ সৌন্দৰ্য্য। এডাল চুলিটো ৰূপালী বহন পৰা নাই।

হাতত ধৰি নিয়ৰ-সনা দুবৰিত মাক খোজ কঢ়াওঁ। ওচৰা-ওচৰিকৈ দুয়ো ৰ'দালিত ভালেমান সময় বহি থাকোঁ। এনেদৰে বহি থাকোঁতে মাক বহুকথাই ক'বলৈ মন যায়। কিন্তু মাৰ মুখলৈ চালে মনৰ কথা কোৱাৰ উৎসাহ হেৰাই যায়।

ৰ'দে যেতিয়া গা-পোৰে, আকৌ ভিতৰলৈ আহোঁ। বিচনাত শুৱাই দিওঁ। হাত-ভৰি মোহাৰি দিওঁ। মুখত ক্ৰিম ঘঁহি দিওঁ। কপালত হাত ফুৰাই দিওঁ। মা টোপনি যায। এটি সৰল শিশুৰ দৰেই মাৰ মুখত তৃপ্তিৰ কোমল ছায়া বিয়পি পৰে। মূঢ়াত বহি বহি মাৰ কাষতে মাৰ মুখলৈ চাই ৰওঁ।

দুপৰীয়া ভাত খাবলৈ দিওঁ। কেতিযাবা খুৱাইও দিব লগা হয। এনেদৰেই পাৰ হয় সময। গধূলা হয। মাক এৰি আহিবলৈ বেযা লাগে। শিশুৱে মাকৰ মুখলৈ চোৱাৰ দৰে মায়ে মোলৈ চাই থাকে। কাষতে থাকিম যেন৷ গুছি নাহিম যেন! জামাদাৰণী জনীৰ হাতত টকা দুটা গুজি দি কওঁ ঃ "মাক চাবি। শৌচ-প্ৰস্ৰাব কৰিব লাগিলে বেডপেন দিবি। পানী দিবি"। নহ'লে সিহঁতে নেচায। দৰমহা খোৱা জামাদাৰণী যদিও সিহঁতে বেমাৰীয়ে মাতি থাকিলেও কাষলৈ আহিবলৈ টান পায।

তাইৰ নাম সুশীলা। ক'লা বৰণীযা সুঠাম তাইৰ শৰীৰ। তামোলৰ পিকেৰে ৰাঙলী ওঁঠ দুখন ফাঁক কৰি তাই হাঁহে। দুপাৰী ঘন-বগাদাঁত চক্ চকাই উঠে।

ঃ "কুচ নেহী হুগা। তুম চিন্তা মত কৰ।"

এনেদৰেই পাৰ হয় মোৰ যৌৱনৰ দুপৰীয়া বোৰ। যি সময়ত মোৰ সমনীয়াহঁতে বিশ্ববিদ্যালয়ত ক্লাচ কৰিছে, খিল্ খিল্ হাঁহিৰে যৌৱনৰ দুপৰীয়া বোৰ জিপাল কৰি তুলিছে, তেনে সময়ত মই হেৰাই যাবলৈ ধৰিছোঁ মেডিকেল কলেজৰ হেজাৰ, বিজাৰ বেমাৰীৰ কেকনি, গেঠনিৰ মাজত।

প্ৰতিদিনে মেডিকেল কলেজ হচ্পিতালত আঠ, দহটা মানুহ মৰেই , আত্মীয় সকলে কান্দে , বেমাৰীৰ অসুখ টান কৰিলেও কান্দে। হাঁহি ইয়াত দুষ্প্ৰাপ্য। কেকনি, গেঁঠনি, বিননি আদিয়েই সাৰ।

বিশ্ববিদ্যালয়ত এতিয়া "বিশ্ববিদ্যালয় সপ্তাহ" চলি আছে। হেপাহ আছিল, বিভিন্ন প্ৰতিযোগিতাত যোগদান কৰাৰ। তৃপ্তি লভাৰ। ... সেই সমূহ হেপাহ এতিয়া ত্যাগ কৰিবলৈ বাধ্য

... ... ...

শীতৰ শেষত বসন্ত আহে এয়া প্ৰকৃতিৰ চিৰন্তন ৰীতি। ঠেটুৱৈ ধৰা জাৰ সদায় জানো থাকে? ময়ো ভাবো, সুখ আৰু দুখ মানৱ জীৱনৰ ইপিঠি-সিপিঠি। সুখত আতুৰ হ'বলৈ মই শিকা নাই, তেনেদৰে শিকা নাই দুখত আতুৰ হ'বলৈ।

মাৰ কাষৰে-পাজৰে ভালেমান বিচনা। ভালেমান বেমাৰী। এই দুটা মাহে সিহঁতো মোৰ আপোন হৈ পৰিছে। সাধ্যানুসাৰে সহায় ক'ৰো। কিয় জানো এই বেমাৰী সোণাৰ লগত লাগি

থকি জীৱনৰ বহু-কথা পাহৰি পেলাইছোঁ ... আৰু যে এখন জগত আছে য'ত মানুহৰ আশা, আকাংখ্যাই থন ধৰি নাচে ।

কাৰোবাক মূৰত তেল ঘঁহি মূৰ কঁনিয়াই দিছোঁ, বাহিৰলৈ যাওঁ বুলি ক'লে ধৰি ধৰি লৈ যাওঁ। কেতিয়াবা তেওঁলোকে ফল-মূল কাটি দিবলৈকো কয়। সময়-বুজি কাটি-কুটি দিওঁ। আমনি নেলাগে। ময়ো যে কাৰোবাক এধানি সহায় কৰিছোঁ, তাকে ভাবি সুখ পাওঁ।

এতিয়া এই ৱাৰ্ডৰ ৰোগীবোৰে মোক ভালপায়। পুৱা মই অহালৈ আগ্ৰহেৰে বাটচায়। তেওঁলোকৰ লগত একাত্ম হ'বলৈ পাই ময়ো সুখী। ক'ৰ যে এইবোৰ মানুহ আহি ইয়াত থুপ পাতি আছেহি, নিজৰ ঘৰ-সংসাৰ এৰি থৈ , কিমান যে সমস্যা আছে তেওঁলোকৰ। তেওঁলোকৰ সমস্যা বোবো শুনো মই। মোৰ লিখিবৰ আগ্ৰহ জন্মে! এইখন এখন বেলেগ জগত।

কেতিয়াবা মোৰ বান্ধৱীহঁত আহে। মোক সমবেদনা জনায। সিহঁত আহিলে ভাল লাগে। সিহঁতে মোক সোধে

:"তোৰ আমনি লগা নাইনে তৰা?"

:"আমনি চোন নেলাগে মোৰ"

:"আমনি লাগিলে কিতাপ পটিবি। এই দুখন কিতাপ ল' – বড়া চাৰৰ। "ৰূপৰ টিলিঙাৰ মাত" নীলমনি ফুকনৰ "গোলাপী জামুৰ লগ্ন" তই কিতাপ পঢ়ি ভালপাব' নহয।"

কৃতজ্ঞতাত মোৰ মন উপচি পৰে।

কুমুদ ককাইদেউ অসমীয়া কথাছবি এখনত অভিনয কৰিবলৈ কলিতকালৈ গৈছে। নাম অংগীকাৰ। আগতেও ককাযে দুই-এখন কথাছবিত অংশ গ্ৰহণ কৰিছে। ডাক্তৰে মাক দুই এদিনতে Release দিব বুলি শুনি তেওঁ গ'লগৈ। কথা-ছবিৰ কামত।

আগতকৈ মা—ট নৃট নীয়া জনী হৈছে।

সেই তেজ-দান কাৰ্যৰ পিচত অকণাভ আৰু অহা নাই। কিবা অসুবিধা হ'লে খবৰ দিবলৈ কৈছিল।

এদিন নিজান দুপৰীয়া। মা টোপনি গৈছে। বাৰান্দাৰ বেঞ্চত বহি ময়ো কলমটিয়াই আছোঁ। মায়ে ভাত-পানী খালে। এতিয়া গভীৰ টোপনি।

হঠাৎ-মাৰ মাতঃ তৰা, তৰা, বেগাই আহ—বেগাই গ'লো। কেনেকুৱাখন কৰিছে মাযে। চট্‌ফটাই আছে দেখোন। বমিহে হ'ব হ'বলা। মাক সাবটি ধৰি বুকুখন লাহে লাহে মোহাৰি দিলো। মূৰত তেল-পানী দিলো। উস্ কেনেখন কৰিছে মায়ে। ইমানখিনি আৰোগ্যৰ বাটলৈ অহাৰ পিছত হঠাৎ আজি কি হ'ল মাৰ।। মোৰ কাষত আন কোনো আত্মীয়ও নাই। বেমাৰী বোৰেও অসহায় ভাবে চাই আছে।

হঠাৎ মায়ে হুলকা-হুলকে তেজ বমি কৰিবলৈ ধৰিলে। ইমান তেজ। মূৰটো মোৰ ঘূৰাই গ'ল। মানুহৰ শৰীৰত ইমান তেজ থাকে। মাৰ শৰীৰৰ সকলো তেজ ওলাই আহিল জেনে। মা আৰু নেৰাছে।

বমি কৰি উঠি মায়ে এবাৰেই কথা ক'লে

ঃ"মই আৰু নেবাচিম মাসোণ। মই আৰু ঘৰলৈ যাবলৈ নেপাওঁ। নবা-কেইটিক আৰু নেদেখো"

তাৰ পিচত মা নিৰব হৈ পৰিল। শোকে মোক খুন্দা মাৰি ধৰিছে।

ঃ"মা তই মনে মনে থাক। কিয় নেবাচিবি, মই আছোঁ, নহয়। অকণো চিন্তা নকৰিবি।"

অভয় দিবৰ জোখাৰে মানসিকতা নাছিল মোৰ। ভয় লাগিছিল। কাষৰে-পাজৰে নার্চ এজনীও নাই। মাক পোনকৈ শুৱাই দিলো। পানীৰে মুখখন ধুৱাই দিলো। গামোচাৰে মচি দিলো। গাত-গৰম কাপোৰ দিলো ভৰি দুখন বৰ-চেচা। ভৰিৰ তলুৱাত মিঠাতেল ঘহি মালিছ কৰি দিলো। মোজা পিন্ধাই দিলো। আৰু কি কৰিব পাৰো মই।

ডাক্তৰেই অগতিৰ গতি। ডাক্তৰ বিচাৰিলো। নাই ডাক্তৰ নাই। নার্চ থকা কোঠালৈ দৌৰি গ'লো মই। যাওঁতে সুশীলাক বমি খিনি পৰিষ্কাৰ কৰিবলৈ ক'লো। টকা পাঁচটা দিলো।

খৃষ্টান নার্চ এগৰাকীক পালো। ইংৰাজীতে ক'লো। তেওঁ অসমীয়া নুবুজে।

ঃ "My mother is very serious; Sister, please help me."

নার্চ গৰাকী ভাল। বেচ কর্ত্তব্য-পৰায়ণা। তৎকালেই মাৰ চিকিৎসা আৰম্ভ কৰিলে। চেলাইন এটা লগাই দিবৰ চেষ্টা কৰিলে। শিৰ বিচাৰি পোৱা নাই। অ'ত খুচিছে, ত'ত খুচিছে। শিৰবোৰ লুকাই পৰিছে। শেষত কোনো ৰকম চেলাইন এটা লগাই দি ডাক্তৰ বিচাৰি গ'ল। ডাক্তৰ আহিল। ব্লাড দিবৰ কাৰণে শৰীৰৰ পৰা অকন ব্লাড উলিয়াই কিবা পৰীক্ষা কৰিব হেনো। তাৰ কাৰণে অ'ত খুচিছে, ত'ত খুচিছে। তেজ অকণ উলিয়াব পৰা নাই। বেজিৰ খোচ খাই মায়ে যন্ত্ৰণাত চেঙালুটি পাৰিছে। উস্ আস্ কৰিছে। হায়! জীৱৰ এনুৱা বিলাই!! মনটো তিক্ততাৰে ভৰি পৰিছে মোৰ।

অৱশেষত পাতল ৰঙচুৱা বৰণৰ অকণ তেজ উলিয়াব পাৰিলে। তাৰ পিচত ডাক্তৰে ক'লে

ঃ "ব্লাড দিব লাগে। তৎক্ষণাৎ। অতি গুৰুতৰ কেছ!"

মাক এৰি মই এতিয়া ক'লৈ যাওঁ। বেমাৰীৰ ওচৰত থাকোতা কোনো নাই। অথচ মই মাৰ কাৰণে একোকে নকৰি মৃত্যুলৈ অপেক্ষা কৰিম নে? কৰা উচিতনে? ক'লৈ যাওঁ গোপাল, ক'লৈ যাওঁ কৃপাল অৱস্থা হ'ল মোৰ!

অনতি দূৰৰ অফিচ-ৰুমটোলৈ গ'লো মই। ফোনটো হাতত তুলি ল'লো। কালৈ ফোন কৰিম মই! ককাই কলিকতাত। ঘৰৰ মানুহ মথা গোলাঘাটত। সকলোলৈকে খঙ উঠিল মোৰ। কিন্তু এতিয়াতো খঙ কৰাৰো সময় নাই। সময় বীৰদৰ্পে গৈয়েই আছে!

অৰুণাভ দাসলৈ মনত পৰিল। আৰু কোনো কথা নাই। বিলম্ব নকৰি আকাশবাণীলৈ ফোন কৰিলো। অৰুণাভক বিচাৰিলো। পালো। সমস্যাটো বুজাই ক'লো। তেওঁ গৈ আছোঁ বুলি সমিধান দিলে।

দুঘণ্টা মানৰ ভিতৰতে অৰুণাভ দাস পালেহি। লগত দুজন তেজ দিব পৰা মানুহ। তেওঁলোকে তেজ দান কৰিলে। আবেলিৰ ফাললৈ মাক তেজ দিব পৰা গ'ল।

ভিচেম্বৰ মাহৰ আবেলি। সোনকালে দিনৰ পোহৰ শেষ হৈ আহিল। অৰুণাভ দাস

তেতিয়াওঁ আকাশ-বাণীলৈ ঘূৰি যোৱা নাই। উৎকণ্ঠাৰে মোৰ কাষতে বৈ আছে।

কিছুদিন আগতে ঘটি যোৱা এটি অপ্ৰীতিকৰ অথচ চাঞ্চল্যজনক ঘটনাৰ বাবে মেডিকেল কলেজৰ বাতাবৰণ বৰ গৰম তথা অসুস্থ হৈ আছে। কোনোবা গাভৰু ৰোগিনীক ৰাতি উঠাই নি কাষৰে জালান নগৰ চাহ-বাগিছাত কোনোবা দুবৃৰ্ত্তই ধৰ্ষণ কৰি মাৰি পেলাই থৈ যোৱা কাৰ্যই সকলোকে সচকিত কৰি তুলিছে। এই ঘটনাক কেন্দ্ৰ কৰি পুলিচৰ জোৰ অনুসন্ধান কাৰ্য চলি আছে। গতিকে নিশা মেডিকেল কলেজ হচ্পিতালত গাভৰু ছোৱালী থকাটো এই সময়ত নিৰাপদ নহয়। কাৰণ পুলিচৰ মানুহে সন্দেহ কৰিছে এই কাৰ্যৰ লগত হচ্পিতালৰ মানুহৰ যোগাযোগ আছে। নহ'লে গাভৰু ৰোগীনীক নিশা উঠাই নি এনে কাৰ্য কৰা সম্ভৱ নহয়।

এই দুৰ্ঘটনাক কেন্দ্ৰ কৰি মেডিকেল কলেজত এতিয়া কঠোৰ নিয়ম বলবৎ কৰা হৈছে। নিশা কাকো ৰোগীৰ ওচৰত থাকিবলৈ নিদিযে। বিশেষকৈ গাভৰু ছোৱালী। এযা মেডিকেল কলেজ কৰ্তৃপক্ষৰ কঢ়া নিৰ্দ্দেশ। অথচ মাক এই গুৰুতৰ অৱস্থাত এৰি থৈ যাওঁ কেনেকৈ। ইফালে ঘৰুৰ আন মানুহো নাই। নিশাটোৰ ভিতৰতে মাৰ কিবা এটি হ'লে।। মাক তেজ দিয়া কাৰ্যও চলিয়েই আছে হায় মোৰ কপাল। এই বিপদৰ মাজত ... ...

ঃ"তুমি পিছে কি কৰিবা এতিয়া? হোষ্টেললৈ ঘূৰি যাবানে?" অৰুণাভে সুধিলে।

ঃ" এৰা মই তাকেই ভাবি আছোঁ। মাক এনে অৱস্থাত এৰি ... ..."

ঃ" সময় তাকৰ। সিদ্ধান্ত গ্ৰহণ কৰা সোনকালে। মোকোতো থাকিব নিদিয়ে female ward ত।

অৰুণাভক চিন্তিত দেখা গৈছিল। হেড নাৰ্চ জনীক মৰণত শৰণ দি ক'লো –

ঃ" বাইদেউ। আজি নিশা মাৰ কাষত থাকিব খোজোঁ। মাৰ অৱস্থা বৰ বেযা। মোক থাকিবলৈ দিয়ক।"

নাৰ্চজনীয়ে মোলৈ চকু ঘোপাকৈ খঙেৰে চালে। মুৰৰ পৰা ভৰিলৈকে শিৰ্ শিৰাই গ'ল মোৰ। চকুৱে মুখে সংসাৰৰ বিৰক্তি সোপা সানি তেওঁ ক'লে।

ঃ "কি আপদ। নহ'ব নোৱাৰা থাকিব। শুনা নাই পৰিবেশ পৰিস্থিতিৰ কথা।"

ঃ "বাইদেউ। সকলো শুনিছোঁ, ... ... বাইদেউ। মই আপোনাৰ ভৰিত ধৰিছোঁ। কাবৌকে মাতিছোঁ। আজিৰ নিশাটো কিবাকে মাৰ কাষত থাকিবলৈ দিয়ক" নাৰ্চ গৰাকীৰ মন অলপ কুমলিল হ'বলা। তেৰোঁ মানুহহে।।

ঃ "কেনেকৈ দিম থাকিবলৈ। আমাক ওপৰৰ পৰা মানা কৰিছে। ইয়াত কিবা ঘটনা হ'লে তাৰ বাবে জগৰীয়া হ'ম আমি।"

ঃ "বাইদেউ। মোক কিবাকৈ থাকিবলৈ দিয়ক। ঘৰৰ কোনো মানুহ নাই। কাষৰে পাজৰে থাকিবলৈকো ঠাই নাই। মোক ৰক্ষা কৰক" মই জোক লগাদি লাগিবলৈ ধৰিলো।

ঃ "কিন্তু মই তোমাৰ "জামিনদাৰ" হ'ব নোৱাৰো। কিবা ঘটনা হ'লে মোৰ চাকৰিয়ে যাব। পুলিচৰ চকু আমাৰ ওপৰতে"

ঃ "বাইদেউ। মোক কিবা উপায় দিয়ক!"

ঃ "তেনে শুনা – তুমি এখন কাগজত লিখি দিব লাগিব যে – কোনো ঘটনা ঘটিলে

হচ্‌পিতাল কর্তৃপক্ষ জগৰীয়া নহয়। দ্বিতীয়তে তুমি নিজৰ জামিনত ইয়াত নিশা থাকিব পাৰা"

ঃ "সেয়ে হওঁক বাইদেউ, সেয়ে হওক। এই মুহূৰ্ত্তত মই মাৰ কাৰণে যি কোনো কাম কৰিবলৈ ৰাজী।"

নাৰ্চ গৰাকীয়ে এখন কাগজত মোৰ পৰা লিখা ল'লে। চহী ল'লে।

মোৰ সিদ্ধান্ত অৰুণাভে ভাল পোৱা নাছিল।

ঃ "তুমি আবেগৰ বশবৰ্ত্তী হৈ এনে কাম কৰিছা। একো ভাল কাম কৰা নাই তুমি "

ঃ "মই এনে কৰিয়েই শান্তি পাইছোঁ, আপুনি এই বিষয়ে চিন্তা নকৰিব একো হেৰাব বুলি ভয় নাই মোৰ আপুনিওটো মোক বুজিবলৈ কোনোদিন চেষ্টা নকৰিলে।"

মোৰ আকোঁৰ গোজালি মনোভাব দেখি অৰুণাভ নিমাত হ'ল। অৰুণাভে তেওঁৰ দুজন বন্ধু ডাক্তৰক মাতি আনিলে। হাদি আলম বৰা আৰু বিপুল বৰা তেওঁলোকৰ নাম। মোক দেখুৱাই ক'লে

ঃ "এই ছোৱালীটিৰ যাতে কোনো বিপদ নহয়, — তোমালোকে অলপ চকু-কাণ দিবা। মই এই ওচৰতে ইযাৰে Boys Hostel ত থাকিম। দৰকাৰ হ'লে মোক খবৰ দিবা।"

সন্ধিযা গাঢ় হৈ আহিছে। মাক তেজ দিযেই আছে। মই মাৰ ওচৰতে বৈ আছোঁ। মন মোৰ বেদনা গধুৰ। দুঃচিন্তাত ডুবি আছোঁ মই। অৰুণাভ দাসে মোক কিবা খাবা নেকি সুধিছে। আজি দিনটো মোৰ পুৰা লঘোণ। তথাপিও একোকে নেখাওঁ বুলি ক'লো। দুঃচিন্তাই মন আগুৰি ধৰিলে, ভোক নোহোৱা হয়।

ঃ "তুমি চোন সেই তেতিয়াৰে পৰা একো-এটা মুখত দিয়া নাই। এনেকৈ হ'লে কি হ'ব? মাৰাৰ কাৰণে এতিয়া আৰু বিশেষ চিন্তা নাই। তেজ দিব পৰা গৈছে যেতিয়া ভাললৈ আহিব। ব'লা — ওচৰৰে মেডিকেল কেণ্টিনত কিবা এটা খাই ল'বা — ইমান দীঘল নিশা।"

অৰুণাভৰ কণ্ঠ বৰ করুণ-কোমল শুনাইছে। অৰুণাভৰ মুখ বিষন্নতাৰ ছাযাৰে আবৰা। গধূলিৰ চকা-মকা পোহৰত অৰুণাভক বৰ শুকান দেখাইছে। ছেঃ মোৰ লগতে অৰুণাভেও একো খোৱা নাই। অৰুণাভৰ বৰ কষ্ট হৈছে।

ঃ "আপুনিয়ে কিবা অলপ খাই আহক গৈ। মই নেখাওঁ — মোৰ অকণো ভোক নাই।"

অৰুণাভে আৰু জোৰ নকৰিলে। মোক বহিবৰ কাৰণে এটা মুঢ়া যোগাৰ কৰি দি তেওঁ গ'লগৈ। সন্ধিয়াৰ লগে লগে বাহিৰা মানুহৰ প্ৰবেশ নিষেধ। মূল দুৱাৰ বন্ধ হৈ যায়।

মেডিকেল কলেজ হচ্‌পিতালৰ লাইটবোৰ জ্বলি উঠিছিল। উজ্বল পোহৰেৰে জলমলাই উঠিছিল মেডিকেল কলেজ।

চৌদিশে নিজান হৈ পৰিছে। যেন এটা ভয়াল ৰাক্ষসে মেডিকেল কলেজখন গিলিছে থলে। কেকনি — গেথনি বোৰ যেন ভূত-প্ৰেতৰ মাত। ward ৰ দুৱাৰো বন্ধ হৈ গ'ল। বাতি কোনো বহিৰলৈ যোৱা নিষেধ। সাত বজাৰ লগে লগে ৰোগী সকলে খোৱা-বোৱা, শৌচ-প্ৰস্ৰাৱ আদি কৰিবলৈ যোৱা কাৰ্য সমাধা কৰি বিচনাত উঠিবই লাগিব। কড়া নিৰ্দ্দেশ। পুৱাহে দুৱাৰ খুলিব।

নাৰ্চ গৰাকীক লিখি দিয়া কাগজ খনৰ কথা মনত পৰিছে। ৰাতি, গভীৰ ৰাতি কিবা দুৰ্ঘটনা হ'লে কোনে সহায় কৰিব মোক। হাদি আলম, বিপুল আদি ডাক্তৰ মথাৰ দেখা-দেখিযেই নাই। সিহঁত নিজৰ নিজৰ ৰুমত সোমাই আছেগৈ। যাঃ একোকে নেভাবো আৰু। মোৰ হেৰাবলৈ কি আছে! শৰীৰটো।।

মা গভীৰ নিদ্ৰাত আচ্ছন্ন। মুখখন মেল খাই আছে। এটা আচহুৱা শব্দ হৈছে। নাকৰ নে মুখৰ ধৰিব নোৱাৰি। তেজ দিয়েই আছে। মাজে মাজে মাৰ ওঁঠ দুটি পানীৰে তিয়াই দিওঁ। মুখখন মেলখাই থকা বাবে শুকাই যায়। তেজ নোযোৱা হ'লে নাৰ্চক মাতি আনো। তেওঁ ঠিক কৰি দিয়ে। কেতিযাবা তেজ যাবৰ কাৰণে বেজি সুমুৱাই যোৱা ঠাই ডোখৰ ফুলি উঠে। তেতিযাও নাৰ্চক খবৰ দিও। আহি ঠিক কৰি দি যায়। নাৰ্চ বিলাক ওচৰৰে আন এটি আচুতীয়া কক্ষত মেল মাৰি থাকে। নামাতিলে ৰোগীৰ কাষলৈ নাহে। অথচ তেওঁলোকৰ "Night duty" । কোনো ৰোগীৰ চেলাইন মাটিত থপ্ থ প্‌কৈ পৰি আছে। নাৰ্চৰ খবৰ নাই। ডাক্তৰতো দেখা দেখিযেই নাই! মানৱৰ সেৱা কৰিবৰ কাৰণে নিযুক্তি পোৱা এই সকল ডাক্তৰ আৰু নাৰ্চৰ মানৱ-সেৱাৰ ধৰণ-কৰণ দেখি বিতৃপ্তি খালো! ভালেটিহে অৰুণাভে মই চিকিৎসালয়ত থাকিবলৈ পোৱা দেখি ভালপোৱা নাছিল । এই সকল ডাক্তৰ, নাৰ্চে কি উপকাৰ সাধন কৰিব ৰাইজৰ! কোনোবা বিপদত পৰিলে লুটি-বাগৰহে মাৰিব।

ওৰেটো নিশা মূঢ়াত বহি উজাগৰে ৰ'লো। জাৰ-কালিৰ নিশা বৰ দীঘল। বৰ গহীন। কেৱল-নিয়ৰৰ টিপ্ টিপ্ শব্দ আৰু বতাহৰ সোঁ-সোঁৱনি। বেমাৰীৰ উশাহ নিশাহৰ শব্দ আৰু কেকনি-গেথনি।

দুৰ্ঘটনা নোহোৱাকৈ নিশাটো শেষ হৈ আহিল। হাত-ঘড়ীলৈ চালো। তিনি বাজি পাঁচ মিনিট। ব্লাড দিয়া কাৰ্য শেষ হ'ল। নাৰ্চক খবৰ দিবলৈ গ'লো। নাৰ্চক টোপানিযে হেচি আনিছে। জগাই জগাই তুলিলো – টোপনিৰ পৰা। আহি চেলাইন খুলি দিলে। সেইডাল যন্ত্ৰ খুলিব জনা হ'লে নাৰ্চক নজগালোহেতেন। দুবাৰ মাৰি নাৰ্চ আকৌ ৰুমলৈ গুছি গ'ল।

মা তেতিযাওঁ গভীৰ টোপনিত। সেগুতো জাৰে মোৰ সৰ্ব্ব শৰীৰ কপাই তুলিছে। চকুত টোপনিৰ হেঁচা। মাৰ-সাৰ-সুৰ নাই। কাষৰে পইলচৰ ৰোগিনী এজনীৰ কাষতে দীঘল দি পৰিলো। দিগতাৰ কৰিবলৈ কোনো নাহিল। নিদ্ৰাই মৰম-কোমল কোলাত মোক আশ্ৰয় দিলে।

কাহিলী কাহিলী পুৱাতে অৰুণাভ দাস পালেহি। ঘড়ীটোলৈ চালো পাচ বাজি দহ মিনিট। কুঁৱলীয়ে দশোদিশ ঢাকি থৈছে। অসম্ভৱ ঠাণ্ডা। ইফালে দুচকুত টোপনিৰ হেঁচা। আৰু গুম যেন!

অৰুণাভৰ মুখলৈ চালো। খেলি-মেলি জপৰা চুলিৰে অৰুণাভক ৰুগ্ন দেখা গৈছে। অৰুণাভৰো ছাগৈ যোৱা নিশা টোপনি অহা নাই। অৰুণাভলৈ মোৰ অনুকম্পা ওপজিল।

মাযে ইতিমধ্যে জ্ঞান পাইছে। কথাও কৈছে। অৰুণাভে মোক সুধিলে ঃ"নিশা কিবা অসুবিধা হৈছিলে নেকি?"

ঃ "একো অসুবিধা হোৱা নাই।"

ঃ "মায়ে একো আমনি কৰা নাই?"

ঃ "নাই, নাইকৰা, টোপনি গৈ আছে।"

এইবাৰ অৰুণাভে মাক সুধিলে ঃ "মা, তাইক মই অলপ লৈ যাওঁ

ঃ "কলৈ নিবা? কিয় নিবা? মায়ে সুধিলে।

ঃ "তাই কালি পুৱাৰে পৰা একো এটা খোৱা নাই মা। নিশাওঁ লঘোণ। গতিকে কিবা অলপ খুৱাই আনো।"

মায়ে অলপ সময় কিবা ভাবিলে হ'বলা।

ঃ "অ' অ' নিয়া মোৰ বোপাই। মোৰ লগতে ছোৱালীকণৰ লালু-কালু অৱস্থা হৈছে .. পিচে সোনকালে আহিবা।"

ঃ"চিন্তা নকৰিব মা। তাইক সোণকালেই থৈ যামহি।"

মাক ডাক্তৰে একো খুৱাবলৈ মানা কৰিছে। অ লপ পিছত আকৌ চেলাইন দিব বোলে। ভোকত কলমল কৰিছে মোৰ পেট। গতিকে খাই-বৈ অহাই উচিত বুলি ভাবিলো। আকৌ দিনটো বা কেনেদৰে পাৰ হয়।

তেতিয়া হোটেল, কেন্টিন একোকে খোলা নাই। কুৱঁলীয় দশোদিশ আবৰি ৰাখিছে। একোকে নমনি। দূৰৰ-ওচৰৰ বস্তু একোকে দেখা নেপায। অৰুণাভৰ মূৰৰ চুলিবোৰ কুৱলীৰে বগা বৰণ ধৰিছে।

অৰুণাভে জালান-নগৰ চাহ বাগিছাৰ মাজেদি যাবলৈ ধৰিছে। মেডিকেল কলেজৰ লগতেই লাগি আছে এই বাগিছা। ময়ো পিছে পিছে গৈ আছোঁ।

ঃ "আমি ক'লৈ যাম এতিয়া?"

ঃ "আহি থাকাচোন।"

লাহে লাহে দশোদিশ পোহৰ হৈছে। কিন্তু কুঁৱলী আঁতৰা নাই। টোপনিৰ চকা-মকা নভঙাকৈ সেউজীয়া চাহ গছৰ শাৰী দেখি চকু দুটা সতেজ লাগিছে। মাজে মাজে একো ছাটি সেমেকা বতাহে গা-চুই গৈছে। দাঁতে দাঁতে ঠেকা খাই কপনি উঠিছে। গৰম-চাদৰ খন মূৰে গায়ে ঢাকি লৈয়ো আৰাম লগা নাই।

দুয়ো কেবল গৈ আছোঁ। বাগানখন শেষ নহয় হে নহয। আমি একো কথা পতা নাই। অৰুণাভ আগে আগে মই পিচে পিচে। বাগানৰ মাজৰ সৰু লংলুঙীয়া আলি। বাটত এটি প্ৰাণীও চকুত পৰা নাই। সকলোৱে ঠাণ্ডাৰ কাৰণেই বাহিৰ হোৱা নাই।

বাগানখন বেছ দীঘলীয়া। এয়ে সেই জালাননগৰ চাহবাগিছাত এজনী গাভৰু ৰোগিনীৰ কুমাৰীত্ব লুণ্ঠন কৰি হত্যা কৰা হৈছিল। তাইৰ ৰক্তাক্ত শৰীৰ যেন মই দেখা পাইছোঁ, চুই চাইছোঁ। বাগানৰ কুঁৱলী ফালি তাই যেন মোৰ কাষলৈ আহিছে — সোণবীৰে আউল-জাউল চুলিৰে কান্দি কান্দি মোক কৈছে "সেই পশুহঁত ওচৰে পাজৰেই আছে, কোনেও সিহঁতক ধৰিব পৰা নাই, ধৰিব নোৱাৰেও, সিহঁত এনেদৰেই সমাজৰ অগ্ৰগন্য ব্যক্তি হৈ সদায় বাচি থাকিব। আমাৰ শৰীৰৰ তেজেৰে ফাকু খেলিবলৈ সিহঁত সদায় বাচি থাকিব"

সেই ভয়াল বাগিছা খনৰ মাজেৰে অনাত্মীয় যুৱক জনৰ স'তে মই গৈ আছোঁ। ক'লৈ যাম নেজানো। তথাপি মোৰ অকণো ভয় লগা নাই। কেৱল গৈ আছোঁ।

বাগান খন শেষ হৈয়ে মলখু-বছা। শাৰী শাৰী মানুহৰ ঘৰ। সৰু সৰু ঘৰ, ডাঙৰ ডাঙৰ ঘৰ। খেৰৰ ঘৰ, পকী, টিনৰ ঘৰ, আৰ চি চি ঘৰ। তাৰে এটি অসম আৰ্হিৰ ঘৰলৈ তেওঁ মোক লৈ গ'ল। ঘৰটোৰ তলা বন্ধ। আগফালে দুজোপা ৰবাবটেঙাৰ গছ। ডাঙৰ ডাঙৰ টেঙা লাগি আছে।

ঃ "কাৰ ঘৰ এয়া?"

ঃ "মোৰে ঘৰ, ভাড়া ঘৰ।"

ঘৰৰ তলা খুলি অৰুণাভে মোক ড্ৰয়িং ৰুমতে বহুৱালে। কাষতে বিচনা এখনো। ধক্‌ধকীয়া বগা কাপোৰেৰে ঢকা। ৰুমটো বেচ পৰিপাটি। কতো অকণো মকৰা-জাল বা বা ধুলি-বালিৰ ৰেশ নাই। কোঠাৰ মজিয়া – চিক্ চিকাই আছ। ডাঙৰ ঘৰ। কেবাটিও ৰুম।

ঃ "ইমান ডাঙৰ ঘৰটো। আৰু কোনোবা লগত থাকে?"

ঃ "নাই, মই অকলেই থাকোঁ।"

ঃ "ইমনি ডাঙৰ ঘৰত অকলে থাকে। লগত কোনোবা বন্ধু-চন্ধু ৰাখিব পাৰে দেখোন"

ঃ "মই এনেকৈয়ে থাকি ভালপাওঁ। বাৰু তুমি হাত-ভৰি ধুই এই বিচনাখনতে জিৰোৱাঁ। চাওঁ, মই বিচনা কাপোৰখন আঁতৰাই দিওঁ মই আমাৰ বাবে দালি-ভাত সিজাওঁ "

ঃ "এঃ নেলাগে, নেলাগে দেৰী হ'ব। মা অকলে আছে। আন চাহ-তাহকে খাওঁ"

ঃ "মাৰ কথা তুমি চিন্তা কৰি নেথাকিবা। মা ভাল হ'ব। এতিয়া নিজৰ কথা ভাবা। তুমি ভালে থাকিলেহে মাৰাক চাব পাৰিবা। কোনো কথা নাই। পাচফালে দমকল আছে। যোঁৱা হাত-মুখ ধুই আহাঁ।"

একেবাৰে আদেশৰ সুৰত অৰুণাভে কলে। আৰু কেৰ্ জেৰ নকৰিলো। অৱসন্ন শৰীৰ মন। পাচফালে ভৰি হাত ধুবলৈ গ'লো। প্ৰত্যেকটা ৰুমেই পৰিপাটি। আল্‌নাৰ কাপোৰ, টেবুলৰ কিতাপ, সকলো সুন্দৰকৈ সজোৱা। যেন্ কোনোবা লখিমী হাতৰ পৰশ বিদ্যমান। পাচফালৰ বাৰান্দাৰ লগত সংলগ্ন কোঠাটোৱেই অৰুণাভৰ। বহল-বিচনা এখন, টেবুল চকী এজোৰ, ইত্যাদি। ভক্‌ভকীয়া বগা বেডকভাৰেৰে ঢকা বিচনা। ঘৰৰ পৰ্দাও বগা, পৰিষ্কাৰ। ক'তো অকণো চেকা নাই, কতো অকণো ভাঁজ নাই। অৰুণাভৰ এই শৃংখলাবদ্ধতা দেখি ভাল লাগিল। নিকা ভাব এটাই মন চাটি ধৰিলে।

পাচফালে পৰিষ্কাৰ এখন চোতাল। পশ্চিম কোনত এজোপা লিচু গছ। তাৰ কাষতেই দমকল। দমকলৰ কাষ পকা কৰা। পৰিষ্কাৰ। ক'তো জাবৰ-জোথৰৰ চিন নাই। দুগৰ্দ্ধৰ ৰেশ নাই। হাত-মুখ ধুই মোক নিৰ্দ্দিষ্ট কৰি দিয়া বিচনালৈ আহিলো। অৰুণাভ পাকঘৰ সোমাইছেগে।

বিচনাত বাগৰ দিলো। টোপনি নাহে। টোপনি যাবলৈ ইচ্ছাও নাই। অচিনাকি ঘৰ। অচিনাকী পৰিবেশ। ভাল লগা নাই। অৰুণাভে যে মোক ক'লৈ লৈ আহিছে।। . অলপ পিচতে প্ৰেচাৰ কুকাৰৰ ফোঁচ ফোঁচ হুইচেলৰ শব্দ শুনিলো। ভাত হ'লেই হ'বগৈ।

ইমান ডাঙৰ ঘৰ-দালত অকলে অকলে কেনেকৈ থাকে জানো। এই প্ৰকাণ্ড ঘৰ-দাল কোনেবা সাৰি-মুচি ৰাখে। নিশ্চয় কোনোবা বন কৰা ঠিকতাই আহি কাম বন কৰি দি যায়হি। দৰমহা দিয়ে চাগৈ। ধেৎ মোৰনো কি দৰকাৰ এইবোৰ ভাবিবলৈ। যেয়ে কৰে কৰি থাওঁক।।

ভাগৰে জুৰুলা কৰি আনিছে। অথচ টোপনি নাহে। আচহুৱা ঘৰ' অৰুণাভ মানুহটো বা কেনে। ইকাটি সিকাটি কৰি বাগৰি আছোঁ।

ভালেমান সময় হ'ল। কোনো সাৰি শব্দ নাই। আমনি লাগিছে। বিচনাত এনেদৰে কিমান পৰি থাকিম। ভোকো লাগিছে। কি হ'ল। খাবলৈ বুলি মাতি আনি অৰুণাভ দাস ক'লৈ গ'ল। আছেনে নাই। সন্দেহ জনক কাৰবাৰ দেখোন। অৰুণাভক বিশ্বাস কৰিব পাৰিনে।। হাতঘড়ীটোলৈ চালো আঁঠ বাজি বিশ মিনিট। হায় হায়! ইমান সময় হ'ল। মায়েৰা কি কৰিছে? মোক বিচাৰিছে চাগে। মই আহি ইয়াত ফন্তি মাৰি শুই আছোঁহি। মায়ে চাগে চটফটাই আছে! অৰুণাভ দাস বা ক'ত মৰিলগৈ।

ভিতৰলৈ অৰুণাভ দাসক বিচাৰি গ'লে। কতো নাই। আটাই কেউটা ৰুমতে চালো। ক'তো অৰুণাভক নেদেখিলো। শেষৰ ৰুমটোৰ লগত সংলগ্ন আৰু এটি সৰু ৰুম দেখিলো। তাতো ভুমুকি মাৰি চালো। তাত শাৰী শাৰী কিতাপৰ ৰেক। কিতাপৰ আলমাৰী। আলমাৰীত অসংখ্য কিতাপ। ৰিডিং ৰুম হ'বলা। বিভিন্ন বৰণৰ, বিভিন্ন জোখৰ অনেক কিতাপ। ইমান কিতাপ পঢ়েনে? কিতাপবোৰ চুই চাবলৈ অত্যন্ত লোভ হ'ল। লোভ সামৰি অৰুণাভক চাবলৈ ধৰিলো। পাকঘৰলৈ গ'লো, তাতো অৰুণাভ নাই। পাকঘৰৰ বাচন-বৰ্ত্তনে চিক্‌মিকাই আছে। যেন দাঁত নিকটাই আছে। অৰুণাভ দাস গ'ল কলৈ।

এইবাৰ হ'লে মোৰ সচাঁকৈয়ে ভয় লাগিল। ইমান নিজম ঘৰ। মোক অকলে এৰি অৰুণাভ ক'লৈ গ'ল। কি অভিসন্ধি। প্ৰচণ্ড ভয়ত মই চিঞৰি দিলো।

ঃ " অৰুনাভ দা।"

ঃ "হোঃ অৰুণাভৰ মাত। নিচেই চমুতে।

উচপ খাই উঠিলো। যেন সাপ হে গচকিলো। অৰুণাভে মাযা জানে নেকি। অৰুণাভৰ মাত অনুসৰণ কৰি চকুফুৰলো। পাকঘৰৰ গাতে লগা বাৰন্দা খনৰ এটা কোনত অৰুণাভে বেটৰ চকী এখনত আৰামকৈ বহি টোপনিয়াই আছে। মোৰ চকুত ধৰাই পৰা নাছিল।

ঃ "কি হ'ল। ভাত নেখায নেকি? মোকো নিদিয়ে নেকি দেখোন।"

ঃ "তুমি টোপনি যোৱা বুলিহে মতা নাই। ভাত কেহানিবাই হ'ল।"

ঃ "ইমান দেৰী হ'ল। বলক, মাৰ ওচৰলৈ যাওঁ।"

ঃ "ৰবাহে! বেচি টেঁপ্ টেঁপ্ নকৰিবা। ভাত খাই লোৱা। একো দেৰী হোৱা নাই। ..... তোমাৰ টোপনি হল'নে?"

ঃ "নাই, নাই, মই টোপনি যোৱা নাই। ক'ত আৰু টোপনি ধৰে, অচিনাকি ঘৰ।"

ঃ "মোৰ কিন্তু বহি বহিয়েই টোপনি ধৰিছিল। নিশা Duty থাকিলে এনেদৰে বহি বহি টোপনি যোৱা অভ্যাস আছে। তুমি টোপনি যোৱা বুলি ভাবিহে, মাত দিয়া নাই" কথা কৈ কৈ অৰুণাভে ভাত বাঢ়িলে। খিচিৰিৰ সুগন্ধ বিয়পি পৰিল। পটু হাতৰ বন্ধন। ভাত-ডাইল-আলু-পিযাজ — একেলগে সিজাই দিছে। দুয়ো খোৱা মেজত বহি খাবলৈ ধৰিলো। ভোকত মোৰ পেট কলমলাই আছিল। ভোকহে হেনো ভাতৰ আঞ্জা। খাই আন্তৰিক তৃপ্তি লভিলো। খাই থাকোতে অৰুণাভক সুধিলো

: "ঘৰৰ এই কাম-কাজ বোৰ কোনে কৰে? মানে এই ধৰক, ঘৰ-সৰা, ঘৰ-মোচা, বাচন-ধোৱা চোতাল সৰা আদি। কোনো কামবন কৰা মানুহে আহি কৰি যায়হি?"
অৰুণাভে হাঁহিলে। আৰু ক'লে

: "নাই, কোনো মানুহ মই ৰখা নাই, সকলো কাম মই নিজে নিজে কৰোঁ"

: "ডাঙৰ ঘৰ, মোচা-সৰা কৰোঁতে সময় লাগে ছাগে?"

: "অঁ' লাগে অলপ সময়।"

: "এইবোৰ কাম কৰি আমনি নেপায় নে?"

: "অকণো নেপাওঁ। ক্লাচ চেভেনৰ পৰাই মই ঘৰৰ বাহিৰত আছোঁ। মেচত থাকো লগৰ ল'ৰাৰ লগত। কলেজিয়েটত পঢ়োঁ। ৰন্ধা-বঢ়া, ধোৱা পখালাৰ অভ্যাস হৈ গৈছে"

: "কাম কৰি ভাল পায, বুজিলো। কিন্তু আপোনাৰ যে Shift duty' অসুবিধা নহয়নে?"

: "তাকেইটো কৈছোঁ, অসুবিধা অকণো নেপাওঁ। সময়বোৰ কেনি যায গমকে নেপাওঁ। সেয়ে মই অকলে থাকিও আমনি নেপাওঁ। আজৰি সময় পালে পঢ়ো, লেখো।"

কাপোৰ-কাণিবোৰ কোনে ধোৱে?"

: "সেইবোৰ ধোবীয়ে ধোৱে।"

অৰুণাভ দাসৰ নিয়ম-শৃঙ্খলাবদ্ধতা দেখি মুগ্ধ হৈছিলো। এজন ডেকা মানুহে ঘৰৰ সকলো কাম পৰিপাটিকৈ কৰে, অফিচৰ কাম কৰে, লগতে পঢ়া-শুনাও কৰে। তেওঁৰ কথা বতৰা কাম-কাজ ক'তো চঞ্চলতা দেখা নেযায়। কথা বতৰা মাৰ্জিত, চাল-চলন নিৰ্ভীক আৰু গম্ভীৰ।

ভালেমান দিনৰ পৰাই অৰুণাভে মোক বিযা কৰাম বুলি ভাবি আছে। ককাইৰ ওচৰত প্ৰস্তাব দিছে। মোৰ পিচত লাগি আছে। আজি তেওঁ মোক সৌশশীৰে কাষতে অকলে পাইছে, অথচ কোনো চঞ্চলত্ব প্ৰকাশ কৰা নাই। যিজনী ছোৱালীক বিযা কৰাম বুলি মনে মনে ভাবি আছে, সেই গাভৰুজনীক কাষতে অকলে পাইয়ো, অশালীন ব্যৱহাৰ কৰা নাই, তথা প্ৰেম সূচক পেন্‌পেননি কথা কোবা নাই। স্পৰ্শ কৰি চোৱাটো দূৰৰে কথা। আতুৰত পৰা এগৰাকী ভনীৰ দৰে তেওঁ মোক ব্যৱহাৰ কৰিছে। নিজ হাতে ৰান্ধি-বাঢ়ি খাবলৈ দিছে। মোৰ দুখত দুখী হৈছে। মৰম- সহানুভূতি দেখুৱাইছে।

অকলশৰীযা নিজান ঘৰত মোক অকলে শুৱাই থৈ বাহিৰৰ বাৰান্দাত বহি বহি টোপনিয়াই আছে। সকলো আচৰিত। হঠাতে মোৰ অৰুণাভক নিজৰ ককাইদেউ যেন লাগি গ'ল। মোৰ চাৰিজন ককাইৰ দৰেই যেন আপোন!!

অৰুণাভৰ ব্যৱহাৰ, অৰুণাভৰ কথা-কাণ্ডই মোক ভৱাই তুলিলে। পুৰুষৰ প্ৰতি থকা পূৰ্ব-ধাৰণাৰ সলনি হ'ল মোৰ। জীৱনত পুৰুষৰ কামনাৰ চকু দেখিছো মই। কোনোকালে জাঁহ যোৱা নাই। কামনা-ৰঙীণ চকুৰ ভাষা পঢ়িব জানো। প্ৰত্যেকজনী নাৰীয়েই হয়তো জানে।

আগে-পিছে এনেদৰে অনাত্মীয় যুৱক এজনৰ সতে অধিক সময় কটোৱা নাই। বৰঞ্চ জীৱনৰ দুই-এটি এৰি অহা ঘটনাই পুৰুষৰ প্ৰতি মোক সন্দিহান কৰিহে গঢ়ি তুলিছিল। মোৰ

ধাৰণা বেছি ভাগ পুৰুষেই কামুক চাগে আৰু মই ভাবিছিলো, অৰুণাভে মোৰ শৰীৰটোহে বিচাৰিছে চাগে। কাৰণ অৰুণাভে জানেই মই হিৰন্ময়কহে ভাল পাওঁ। তেনেহলে

আজি শান্ত, নিৰিবিলি পৰিবেশত অৰুণাভৰ ঘৰত তেওঁৰ সতে ভালেমান সময় পাৰ কৰিলো। তেওঁৰ সতে কথা পাতিছোঁ, ভাত খাইছোঁ। মোৰতো অকণো ভয় লগা নাই। অৰুণাভৰ সংযত আচৰণে মোক মুগ্ধ কৰিছে। কৃতজ্ঞতাত মোৰ শিৰ নত হৈছে।

আনে বাৰু বিশ্বাস কৰিবনে এই কথা। অৰুণাভ দাসে যে মোক স্পৰ্শ নকৰাকৈ বিদায় আছে। সুবিধা পালেই ক'তই যে কিমান মুখৰোচক কাহিনী ৰচনা কৰিব।

মোৰ অতীতত, পঢ়াশলীয়া জীৱনত এৰি অহা সৰু, সৰু ডোখৰ, ডোখৰ ঘটনা বোৰ মনত পৰিছে। তাৰে দুটিমান ঘটনাই মোৰ কোমল প্ৰাণত কেঁছা ঘাঁৰ সৃষ্টি কৰিছিল — যাৰ পোৰনি-ডেৱনি আজিও আছে। মাৰ অসুখৰ সুবিধা লৈ নিশি ককাইৰ বন্ধু ৰিমেনকায়ে যে মোক অসৎ চকুৰে চাইছিল -- সেই কথা কেনেকৈ পাহৰিম? ন যৌৱনে ফাকু সনা মোৰ মনত সেই ঘটনাই কি প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছিল তাক কোনে বুজিব? মই মাথোন ভাবিছিলো পুৰুষবোৰ স্বাৰ্থপৰ আৰু কামাতুৰ। দ্বিতীয়তে বান্ধৱী মাধৱীৰ ঘৰত তাইৰ ককায়েকে গভীৰ নিশা পাশবিক আচৰণ চৰিত্ৰাৰ্থ কৰিবলৈ উদ্যত হোৱা আৰু সেই কথাই মোৰ মনত বাউলী বতাহৰ সৃষ্টি কৰা আদি সকলো কথাই মোৰ আজি মনত পৰিছে। সোঁৱৰণীৰ খেৰেজুবুলীয়া পাতত সি সদা-সজীৱ হৈ আছে। এইবোৰ কথাই মোক পুৰুষ জাতিৰ প্ৰতি সন্দিহান কৰি তুলিছিল। কেৱল হিৰন্ময়ৰ বাহিৰে কাকো বিশ্বাস নকৰিম যেন।

অৰুণাভৰ সংযত আচৰণে মোক নতুন শিকনি দিলে। পুৰুষৰ মাজতো সংস্কৃত লোক আছে। অৰুণাভে মোৰ শৰীৰটোহে বিচাৰে বুলি মই কিয় পূৰ্ব্ব-ধাৰণা গ্ৰহন কৰিছিলো বাৰু? কোনো মানুহৰে প্ৰতি কেতিয়াও পূৰ্ব ধাৰণা গ্ৰহন কৰা উচিত নহয়। কাৰ্য্য-ক্ষেত্ৰত হে তাৰ প্ৰমান পোৱা যায়। সময়ে মানুহক শিকায়, নতুন নতুন পাঠ।

সেইদিনা অৰুণাভে মোক আমাৰ বিয়া সম্বন্ধে একো নুসুধিলে। সোধা হ'লে কিছু কথা ক'লো হেতেন। আগতীয়াকৈ একোকে নক'লো মই।

অৰুণাভে যেতিয়া মোক মাৰ কাষত থযগৈ, তেতিয়া চাৰে ন বাজিছিল।

ঃ "মা, মই যাওঁ। ছোৱালী গতালো। এতিয়া, বেলি আৰু নিশি ককাইদেউলৈ টেলিফোন কৰোঁগে। কাইলৈকে তেওঁলোকক মাতি পঠাওঁ। মোৰ পিচবেলা Duty ও আছে"

পিচদিনা গোলাঘাটৰ পৰা বেলি ককাইদেউ পালেহি। নিশাৰ গাড়ীত আহিছে। পুৱাই পুৱাই পালেহি। তাৰ ওচৰত মাক গতাই দি হোষ্টেললৈ গ'লো। হোষ্টেলৰ সমুখ পাই মোৰ চিন্তা হ'ল, ছেঃ Warden এ বা কি কয়, নিশা মেডিকেলত থাকিব লগা হ'ল। মাৰ লগত লাগি থাকোতে ছেঃ কি কম এতিয়া। পিছে সকলো ঠিকেই আছে। সকলো গম পাইছে। অৰুণাভে ফোন কৰি হেনো সকলো Warden ক কৈছে। মই হোষ্টেল পোৱাৰ লগে লগেই Warden এ মাৰ খা-খবৰ ল'লে।

গা-পা ধুই ফৰকাল লাগিল। নিশা গভীৰ টোপনি আহিল।

মা লাহে লাহে আৰোগ্য হৈ আহিল। আৰু কোনো বিপদ নহ'ল।

সম্পূৰ্ণ তিনি-মাহৰ মূৰত মাক Release দিলে। হচ্‌পিতালৰ পৰা আনি কুমুদ-ককাইৰ ঘৰতে কিছুদিন ৰাখিলে। বৰ দুৰ্বল। মাৰ আগৰ শক্তি ঘূৰি নাহিল। তেনেই নিশকতীয়া জনী হ'ল। এদিন ককাইহঁতে মাক গোলাঘাটলৈ লৈ গ'লগৈ।

. মাৰ অসুখৰ ভিতৰতে হিৰন্ময়লৈ এখনি চিঠি দিছিলো। মাৰ অসুখৰ কথাও লেখিছিলো। তেওঁ মোৰ চিঠি নেপালে হ'বলা। তেওঁ নাহিল চোন।

——— x ———

Previous পৰীক্ষা দিলো। খেলি-মেলিৰ মাজেদিয়ে বছৰটো কেনি গ'ল জানো! ছয়টা মাহহে ক্লাচ হয়। তাৰে তিনি-চাৰিমাহ দেখোন — মেডিকেল কলেজলৈ তাঁতবাতি কাঢ়োতেই গ'ল! . তথাপিও পৰীক্ষা দিলো। বিশ্ববিদ্যালয়ে ধাৰ্য্য কৰা Normsৰক্ষা পৰিল। হওঁক তেওঁ, যেনে তেনে চাকৰি এটা যোগাৰ কৰিব পাৰিলেও হয়।

Final ৰ ক্লাচ আৰম্ভ হৈছে। মাজতে ঘৰৰ পৰা আহিলোগৈ। মাৰ শৰীৰৰ অৱস্থাৰ উন্নতি হোৱা নাই। কোনোৰকম লৰি চৰি ফুৰে। সকলো বস্তু সিজাই খায়। তেল-মচলা-জ্বলা-ভজা-পোৰা সকলো বন্ধ। মাজে-মধ্যে পেটৰ বিষ উঠে Baralgam Injection লয়। মাক দেখি দুখ পাইছিলো।

মায়ে মোৰ বিয়াৰ কথা চিন্তা কৰি থাকে। জীয়াই থকা কালতে একমাত্ৰ কন্যাৰ বিয়াখন চাব খোজে। কিজানি মৰাৰ পিচত জীয়েকৰ দুখ হয় এই কথা ভাবি।

মই কিন্তু বিয়াৰ কথা ভবা নাই। M A পঢা শেষ কৰি এটা চাকৰি যোগাৰ কৰিব লাগে। মাৰ লগত থাকি মাক সেৱা-শুশ্ৰূষা কৰাৰ কথাকে ভাবিছোঁ। গৰখনকো আৰ্থিক ভাৱে সহায় কৰিম। তদুপৰি অৰুণাভ দাসক বিয়া কৰোৱাৰ কথা সমূলি ভাবিব নোৱাৰোঁ। মানুহ জনৰ ব্যৱহাৰ-পাতি, তেওঁৰ সহায়-সহানুভূতি আদিৰ কথা ভাবিলে শ্ৰদ্ধা ওপজে। কৃতজ্ঞ হওঁ। কিন্তু বিয়া কৰোঁৱাৰ কথা ভাবিব নোৱাৰো।

এইবাৰ অসম সাহিত্য-সভাৰ বাৰ্ষিক অধিবেশন তিনিচুকীয়াত অনুষ্ঠিত হ'ব। সভাপতি নিৰ্ব্বাচিত হৈছে শ্ৰীযুত সীতানাথ ব্ৰহ্মচৌধুৰী। ডিব্ৰুগডৰ পৰা তিনিচুকীয়া ওচৰ বাট। সেয়ে ডিব্ৰুগডৰ উখল-মাখল। আমি বান্ধৱী সকল লগ হৈ সাহিত্য-সভালৈ যাম বুলি থিৰ কৰিছোঁ। পাৰিলে দুখন-মান কিতাপ-পত্ৰ কিনাৰো ইচ্ছা। সাহিত্য-সভালৈ যোৱাৰ সিদ্ধান্ত কৰি হিৰন্ময়লৈ চিঠি লেখিলো, তেওঁ যেনে তেনে সাহিত্য-সভালৈ আহে। তেওঁক ভালেমান দিন লগ পোৱা নাই। লগ পাবলৈ আহে। তেওঁক ভালেমান দিন লগ পোৱা নাই। লগ পাবলৈ মনটো উচ্‌পিচাই আছে। সকলো বিষয় মুকলিকৈ তেওঁৰ সতে আলোচনা কৰিব লাগে। কিমান যে কথা জমা হৈ আছে তেওঁৰ বাবে। হিৰন্ময়ে চিঠিৰ উত্তৰত সাহিত্য-সভালৈ জৰুৰ আহিম বুলি লিখিলে।

কাইলৈৰ পৰা অসম সাহিত্য সভাৰ বাৰ্ষিক অধিবেশন আৰম্ভ হ'ব। মই, কিৰণ, মমথী, ক্ষিৰমণি আদিয়ে কাইলৈকে যোৱাৰ কথা ভাবিছোঁ। প্ৰথম দিনাই বেচি জলস্থল নৌ হওঁতেই যোৱা ভাল। তেওঁলোকে মোৰ আৰু হিৰন্ময়ৰ সমন্ধৰ কথা জানে। আমাৰ লগত হিৰন্ময়কো লৈ গ'লে তেওঁলোকে একো অসুবিধা নেপাওঁ বুলি কৈছে। তদুপৰি সাহিত্য সভাৰ বিশাল জন-সমাগমত এজন ল'ৰা লগত থকা ভাল। নহ'লে আমি চাৰিওজনী ছোৱালীয়ে বাট হেৰুৱাই কৰবকাৰ লগা হ'ব পাৰে। অন্যান্য সমস্যাও হ'ব পাৰে।

বিয়লি চাৰি বাজি গৈছে। হিৰন্ময় আহি পোৱা নাই। মনটো উচ্‌পিচাই আছে। ক্ষে নাহিবই নেকি তেওঁ। যদি নাহে! নহাৰটো কোনো কাৰণ নাই। আহিম বুলি লিখিছেই দেখোন। তেওঁ নাহিলে মই বৰ দুখ পাম।

Ward boyটোৱে চিঞৰিলে। :"তৰা দত্ত। ভিজিটৰ।"

উৎফুল্লিত হৈ উঠিলো মই। সৰু আইনাখনত মুখখন চালো। ঠিকেই আছে। ভাল কাপোৰ এসাৰ্জ পিন্ধিয়েই আছিলো মই। গুলপীয়া ৰঙৰ এজোৰ যোৱা কাপোৰ। তাৰ লগত

মিলাই কৰ্বীয়া ভয়লৰ ব্লাউজ। ফনীখনেৰে চুলিবোৰ সাম্বন লগাই থ'লো। ওঠ দুখন জ্বিভাৰে তিয়াই সজীৱ কৰাৰ চেষ্টা কৰিলো।

বাহিৰলৈ ওলাই আহি মনটো একেবাৰে মৰহি গ'ল। ওহোঁ হিৰন্ময় অহা নাই। অৰুণাভ দাসহে আহিছে। অৰুণাভ দাসক বহুত দিনৰ মূৰত দেখা পালো।

ঃ"তুমি হেনো ঘৰলৈ গৈছিলা? মাৰ খবৰ কেনে?"

ঃ"মাৰ ভাল নহয়। আছে আৰু তেনেদৰে।"

ঃ"পঢ়া-শুনা ঠিক-মতে কৰিছানে?"

ঃ"অঁ' কৰিছোঁ।"

ঃ "Previousৰ Result কেনে? Norms বৈছেনে?"

ঃ"কোনো ৰকম হৈছে।"

ঃ"মোৰ চিন্তাহে লাগিছিল। বাৰু হ'ব দিয়া। যি হ'ল হ'ল। এইবাৰ ভালকৈ পঢ়া।"

কিছু সময় নিৰব। নিৰবতা ভঙ্গ কৰি অৰুণাভে সুধিলে

ঃ"তুমি পিচে সাহিত্য-সভালৈ যাবা'ন নোযোবা?"

ঃ"যাম"

ঃ"আৰু কোন কোন যাব?"

ঃ"মোৰ বান্ধৱী কিৰণ, মৰমী আৰু ক্ষিৰ"

ঃ"তোমালোক আটাই কেইজনী ছোৱালী যাবা। বৰ ভিৰ কিন্তু। সাবধানে যাবা। দিগ্‌দাৰ হ'ব তোমালোকৰ"

ঃ"হিৰন্ময়দা অহাৰ কথা আছে, তেওঁ যাব আমাৰ লগত"

ঃ"অঁ। তেতিয়া হলেতো ভালেই কথা। কিন্তু তেখেতচোন আহি পোৱাই নাই হ'বলা। বেলা ভালেখিনি হ'ল"

ঃ"চাওঁচোন কি কৰিব পাৰো। তেওঁ অহাৰ কথা। মোলৈ চিঠিত লিখিছে"

ঃ"আহিবতো বুজিলো। নাহিকে চাবলৈ নোযোবা নেকি।"

ঃ"যাব লাগিব। মোৰ বান্ধৱীহঁতৰ সতে আলোচনা কৰি কিবা এটা কৰিম আৰু।"

ঃ"বাৰু দিগ্‌দাৰ হ'লে ময়ে যাম"

ঃ"মোৰ বান্ধৱী হঁতে ভাল নেপাবও পাৰে, . .. অ' সৌৱা, তেওঁচোন আহি পালেহিয়েই— আহক হিৰন্ময়দা — চিনাকি কৰি দিও — এখেতক।"

প্ৰাপ্তিৰ আনন্দত মোৰ চকু মুখ উজ্বলি উঠিল। মনৰ ভাবৰ লৰৰি পলাল।

হিৰন্ময়ক অৰুণাভ দাসৰ সতে চিনাকী কৰি দিলো। দুয়ো হেণ্ডচেক কৰিলে। কথা ভবা পাতিলে।

ঃ"মই যাওঁগে আৰু। তেওঁ আহিল যেতিয়া তেওঁৰ লগতে সাহিত্য-সভালৈ যাবা।

হাজৰিকা! আহোঁ দেই . .. মই আক' আপুনি নাহিব বুলিহে ভাবিছিলো —"

আকৌ দুয়ো হেণ্ডচেক কৰিলে।

ঃ"আকৌ লগ পাম।" হিৰন্ময়ে ক'লে।

ঃ"নিশ্চয় হাজৰিকা" — অৰুণাভে ক'লে।

হিৰন্ময়ৰ সতে দুষাৰ-এষাৰ কথা পাতোতেই গধুলি নামিল। কাইলৈ পুৱাতে সাহিত্য-সভালৈ ৰাওনা হোৱাৰ সিদ্ধান্ত কৰি দুয়ো কথাৰ সামৰণি মাৰিলো।

নিশা পঢ়া-শুনা মুঠেই নহ'ল। Denim নামৰ ধূপ-কাঠি দুডাল জ্বলাই দিলো। ধূপৰ সুগন্ধ কোঠাটোত বিয়পি পৰিল। খিৰিকিৰে তৰাৰ-দীপাৱলীৰ একাংশ দেখা যায়। নিশাৰ সৌন্দৰ্য্যই মোক সদায় মুগ্ধ ক'ৰে। ধূপৰ ধোৱাঁই শাৰী-পাতি খিৰিকিৰে শূণ্যৰ দেশলৈ গৈছে। লগে লগে মন মোৰ ধাৱমান হৈছে হিৰন্ময়ৰ বুকুৰ মৰম বিচাৰি। এইবাৰ তেওঁৰ সতে মুকলিকৈ সকলো কথা আলোচনা কৰিবই লাগিব। এটা সিদ্ধান্তলৈ আহিবই লাগিব। জোৰ পুৰি পুৰি হাত পালেহি। আৰু অপেক্ষা কৰিব নোৱাৰি। তেওঁ বাৰু বাস্তৱৰ মুখা-মুখি হ'বলৈ ভয় কৰে নেকি?নহ'লে মোক নি সুখত ৰাখিব নোৱাৰিম বুলি ভাবে নেকি? মইযে সমস্যাত পৰিছোঁ তেওঁ নুবুজে নেকি?

আজি তেওঁক কিছু ভাবুক যেন দেখিলো। মৰম লগা সৰু চকু-হালৰ কাষে কাষে ক'লা ৰেখা বিয়পি পৰিছে চোন। তেওঁ চিন্তাকুল নেকি? নে যাত্ৰাৰ ভাগৰত ক্লান্ত?

আজিৰ নিশাটো কেনেদৰে পাৰ হয় সময়বোৰ নেযায় নুপুৰায় চোন। তেওঁ বাৰু এতিয়া কি কৰি আছে। মোৰ দৰেই একে বোৰ কথাকে ভাবি আছেনে? নে শুই আছে ভাগৰত লালকাল হৈ। থাওঁক তেওঁ শুই থাওক। ভাগৰত আহিছে দেহি! শুই থাকিলে বা তেওঁক কেনে দেখি? চাবলৈ পোৱা হ'লে।

পুৱা সোনকালেই সাৰ পালো। বাথৰুমত ভিৰ হোৱাৰ আগতেই মুৰ-গা ধুলো। মুৰ আঁচুৰি মুখত অকণ Charmis Cream সানি ল'লো। ফোঁটটো কপালত জুইশলা কাঠিৰে অকণ গোলকৈ লৈছোঁ। মেৰুণ ৰঙৰ শুৰি শৃংগাৰ। ফোঁটটো লৈ উঠি সৰু আইনাখন হাতত লৈ মুখখন চাইছোঁ। হঠাৎ হাতৰ পৰা পিচলি পৰিল আইনাখন। হাতত লাগি থকা ক্ৰিমৰ কাৰণেই চাগে। খণ্ড খণ্ডকৈ ভাঙি থাকিলে আইনাখন। ধেৎ, মনটো বেয়া লাগি গ'ল। বিশ্ববিদ্যালয়লৈ প্ৰথম আঁহোতেই নিশি ককায়ে কিনি দিয়া আইনাখন। ঘূৰণীয়া আকৃতিৰ — সৰু আইনাখন। পাৰটো সেউজীয়া। বৰ মৰম লগা।

কমলা ৰঙৰ পাটৰ কাপোৰ সাঁজ পিন্ধিলো। লগৰীহঁত আটায়ে পাটৰ মেখেলা-চাদৰ পিন্ধি যাব হেনো। একে বৰণৰ ব্লাউজ নথকাত গাঢ় ৰঙা ব্লাউজ এটাকে পিন্ধিলো।

হিৰন্ময় সময় মতেই পালেহি। লগৰী হঁতো ইতিমধ্যে সাজি-কাচি ওলাইছেই। সিহঁতক আটাইকে হিৰন্ময়ৰ সতে পৰিচয় কৰি দিলো। তাৰ পিচত আমাৰ যাত্ৰা তিনিচুকীয়াৰ সাহিত্য-সভালৈ।

মোৰ শৰীৰ কিছু বেয়া। অৰ্থাৎ পানী লগা জ্বৰ যেন অনুভৱ কৰিছোঁ। মুৰটো টিং টিঙাই আছে, ডিঙিটো চেক্ চেক্‌াই আছে। গা-বিষাইছে। কিন্তু হিৰন্ময়ক লগ পাই শৰীৰৰ সকলো দুখ পাহৰি পেলালোঁ। আমাৰ দুয়োৰে কথাৰ যেন শেষ নাই। বান্ধৱীহঁতেও আমাক যথেষ্ট সুবিধা

দিছে। প্ৰাণ ভৰি কথা পাতিছোঁ। সাঁচতীয়া কথাৰ ভৰাঁল উদং কৰি পেলাইছোঁ। তেওঁ চাকৰি জীৱনৰ অভিজ্ঞতাৰ পৰা আৰম্ভ কৰি শাক-খোৱা, ভ্ৰত-খোৱা পৰ্য্যন্ত সকলো কথাই কৈছে।

দিনে পোহৰে সাহিত্য সভা চালো, কিতাপ পত্ৰ কিনিলো, দিনৰ পোহৰ শেষ নৌ হওঁতেই বাচত উঠিলো। ডিব্ৰুগড়লৈ উভটি আহিবৰ বাবে। ডিব্ৰুগড় আহি পাওঁতে নিশা ৮ বাজি গ'লেই। এক নম্বৰ ছাত্ৰী নিবাসলৈ আমি ঘূৰি যাব নোৱাৰিলো। মিলন নগৰৰ "বাদছাহখান" ছাত্ৰী নিবাসতে থাকিলো। সেইটোও আমাৰেই ছাত্ৰী নিবাস। Warden ক ফোন-যোগে জনাই দিলো। নহ'লে চিন্তা কৰি থাকিব। হিৰণ্ময়ক বিদায় দিবৰ বেলা তেওঁ কলেঃ "মই মিলন নগৰৰ বাইদেউৰ ঘৰতে থাকিম। তুমি চাহ খায়ে মোক লগ দিবা। আমি দুয়ো এফালে যাম"

ঃ "হ'ব বাৰু। এতিয়া যাওঁ।Good night ।।"

ঃ "Good night"

পিচদিনা পুৱাতেই তেওঁ পালেহি। তেওঁক আজি ৰুগ্ন ও বিষণ্ণ দেখাইছে। আগদিনাই আমি আমাৰ সকলো কথা বতৰা কৈ শেষ কৰিছোঁ। মোৰ সমস্যাসমূহ, বিয়াৰ প্ৰসঙ্গ, অৰুণাভৰ কথা সকলো খোলোচাকৈ কৈছোঁ। তেওঁ মোক একো সিদ্ধান্তৰ কথা জনোৱা নাই কেৱল শুনিছে। আজি হয়তো সিদ্ধান্তৰ কথা জনাব।

হিৰণ্ময়ৰ বন্ধু পূৰ্ণেন্দুৰ ঘৰলৈ তেওঁ মোক লৈ গ'ল। পূৰ্ণেন্দুৱে বেঙ্কত কাম কৰে। মিলন নগৰতে ভাৰা ঘৰত থআকে। ঘৈনীয়েক বৰ্ত্তমান মাকৰ ঘৰলৈ গৈছে। কেচুৱা পাবৰ সময় হৈছে হেনো। মাকৰ ঘৰ গোলাঘাটত। সেয়ে এতিয়া পূৰ্ণেন্দুৰ ঘৰ খালি।

হিৰণ্ময়ৰ হাতত ঘৰৰ চাবি আছিল। তেওঁ দুৱাৰৰ তলা খুলিলে।

ঃ "মানুহ নোহোৱা ঘৰ। তাতে নিজা ঘৰো নহয়। সোমাবলৈকে ভাল নেলাগে দেখোন"

ঃ "একো নহয় দিয়া। পূৰ্ণেন্দুৰ ঘৰহে। নিজৰ বুলিয়ে ধৰা। তাক মোৰ কোৱা আছে। আমি কিছু সময় ইয়াত থাকিম। তোমাৰ লগত ভালেমান কথা আছে"

গম্ভীৰ ভাবে তেওঁ ক'লে। তেওঁৰ অন্তৰৰ ভাষা মই সল্‌সলীয়াকৈ পঢ়িব পাৰো। তেওঁক চিন্তাক্লিষ্ট, উদ্বিগ্ন আৰু চঞ্চল দেখিছো। যেন ভিতৰি ভিতৰি তেওঁ অশান্ত। আমাৰ প্ৰেমৰ বুৰঞ্জীত এনে ঘটনা বিৰল তেওঁ আজি চুলিখিনিও আচোঁৰা নাই হ'বলা। পিন্ধা কাপোৰ কাণিও অপৰিপাটি। তেওঁৰ কথা-বতৰা আৰু হাৱ– ভাৱত অস্বাভাৱিকতা বিৰাজমান।

নিৰবে সোমাই গ'লো। ভিতৰ সোমায়েই তেওঁ পহিলা বন্ধুৰ বিচনাতে বহিল। সৰু ঘৰ। মোকো বিচনাতে বহিবলৈ ক'লে। বহিলো। পূৰ্ণেন্দুৰ ঘৈনীয়েকৰ অনুপস্থিতি বাৰকৈয়ে অনুভৱ কৰিছো। কাৰণ কোঠাটোৰ সকলো বিলাক বস্তু-বাহানি বিশৃংখল হৈ আছে।

হিৰণ্ময়ে মোৰ হাতৰ আঙুলি বিলাক লিৰিকি বিদাৰি অনৰ্গলি কথা কৈছে। মৰমৰ কথা। সৰু সৰু অনুযোগ, অভিযোগ, মিহলি কথা। মই অভিভূত হৈ পৰিছোঁ।

ঃ "মাসোণ, কিমান দিন যে তোমাক কাষত পোৱা নাই। . ... .... তুমি আগতকৈ ধুনীয়া হৈছা; ডিব্ৰুগড়ৰ সেমেকা জলবায়ুয়ে তোমাক সুজিছে হ'বলা।"

ঃ "বাদ দিয়ক সেই কথা। আপোনাৰ কথা কওক। আপোনাৰ তাত মানে; গুৱাহাটীত

কেনে লাগিছে? নতুন নতুন বন্ধু বান্ধৱ কিমান গোট খাইছে?"

ঃ "মোৰ আৰু তাত থাকি কি ভাল লাগিব। অকলশৰীয়া জীৱন। খাই-শুই আছোঁ। পঢ়াশুনা কৰিছোঁ। নতুনত্ব নাই একো। তুমি বিহীন জীৱন এটা অপূৰ্ণ জীৱন — বুইছা।"

ঃ "তেনেহলে মোক লৈ নেযায় কিয়? লৈ যাওক —"

ঃ "নহয় অ' মাসোণ। এনেকৈ কিয যাব লাগে সময আছে সময় "

বিৰ্ বিৰাই তেওঁ কথা কৈছে। শুনিবলৈ বৰ সোৱাদ। কিন্তু লাহে লাহে মই যেন একোকে নুশুনা হৈ আহিছোঁ। তেওঁৰ শৰীৰৰ উত্তাল মোৰ শৰীৰলৈকো প্ৰবাহিত হৈছে। বিদ্যুৎ তৰঙ্গৰ দৰে শৰীৰৰ প্ৰতি অণু পৰমাণু মোৰ কম্পিত হৈছে, উত্তাপ হৈছে। মই যেন মইহৈ থকা নাই। কোনো কথা কবলৈ মোৰ মন যোৱা নাই। কোনো কথা শুনিবলৈকো মন যোৱা নাই। নিচাগ্ৰস্ত মানুহৰ দৰে মই যেন লেতু সেতু হৈ পৰিছোঁ। কথা শুনি শুনি মই যেন সুষুপ্তি অৱস্থালৈ গতি কৰিছোঁ। দুচকু মুদ খাই আহিছে মোৰ।

তৃপ্তিৰ আবেশত চকু মুদ খাই অহাৰ বেলাও মই আমাৰ বিযাৰ কথাই মনত পেলাইছোঁ। অনুভৱৰ ৰাগি জোকাৰি পেলাই মই সুধিছো।

ঃ "আপুনি আমাৰ বিযাৰ সম্পৰ্কে কি ভাবিছে? একো ভবাই নাই নেকি?"

ঃ "আৰু মাত্ৰ কেইটামান মাহ! মাসোন। পৰীক্ষাটো দি লোৱা। ধৈৰ্য ধৰা"

ঃ "এৰা ময়ো তাকেই ভাবিছোঁ। মাৰ শৰীৰ দিনক দিনে হতিহে আহিছে। সেয়ে থিতাতে বিযাৰ কথা ভবা নাই। পৰীক্ষাটো দি লওঁ। পাৰিলে মাৰ কাষত কিছুদিন থকাৰ ইচ্ছা"

ঃ "তুমি আছা মানেই মোৰ বিশ্বাস জীয়াই আছে মাসোণ। তুমি নিৰ্ভয়ে পৰীক্ষা দিয়া। একো চিন্তা নকৰিবা"

ঃ "কিন্তু ঘৰৰ মানুহ-সোপাইহে, বিয়া বিয়া কৈ মৰিছে। ক'ৰ এজন অৰুণাভ ওলাইছে।"

ঃ "অৰুণাভ ওলালেই বা কি হ'ল তাতে। তোমাৰ নিজৰ মতত অটল থাকিবা।"

ভালেমান সময় আমাৰ মাজত কথা নাই। কথা নাই, কিন্তু মৰম আছে। আদৰুৱা চে নেহে আমাক দুয়োকো এখন বেলেগ জগতলৈ টানিছে। য'ত পঢ়া-শুনাৰ দায় দায়িত্ব নাই, ককাইহঁতৰ শাসনৰ ৰঙা চকু নাই, অৰুণাভ নামৰ জপৰা চুলীয়া মানুহজন নাই আৰু বহুতো কিবাই নাই।

হিৰণ্ময় আজি বৰ চঞ্চল হৈ পৰিছে। মোক বিচনাত শুবলৈ টানিছে। মই ইচ্ছা কৰা নাই। বিয়াৰ আগতে এটা সীমাৰ মাজত থাকিবলৈ ভালপাওঁ মই। সীমাৰ বান্ধোন ভাঙি বহুত নিজৰাত গা-তিয়াবলৈ ৰাজী নহওঁ। আবেগ অনুভূতি সকলোৰে আছে। এইবোৰ মানৱৰ সহজাত প্ৰবৃত্তি। যৌন আসক্তিও মানৱ জীৱনৰে এক অংগ।.. ময়ো তেজ মঙহৰে মানুহ ... ... কামনা বাসনা মোৰো আছে... ভালপোৱা পুৰুষজনৰ কাষত নিজক বিলাই দি কোনে ভাল নেপায়? ... ... কিন্তু ... ... ... মই যেন বৰ শীতল হৈ পৰিছোঁ ... বিভিন্ন অজুহাত উলিয়াই একে শয্যাত শয়ন কৰিবলৈ অনিচ্ছা প্ৰকাশ কৰিছোঁ। ... ... কোন মুহূৰ্ত্তত সংযমৰ বান্ধোন খুলি যায় কোনে জানে? .. নিজৰ মনকো জানো মানুহে বিশ্বাস কৰিব পাৰে??

মানুহ মাত্রেই আবেগ-অনুভূতিৰ দাস। আৰু যৌন আসক্তি? ই আমাৰ জীৱনৰ সহচৰ। ..অত বছৰ আমাৰ ভালপোৱাই ভালেমান বাধা-বিঘিনি নেওঁচি এই অৱস্থাত উত্তীৰ্ণ হৈছেহি। নিজৰ প্ৰাণৰ পুতলী জনীৰ কাষত হিৰণ্ময়ে এনে হোৱাটো সম্পূৰ্ণ স্বাভাৱিক। .. . ...

হিৰণ্ময়ে মোক টনা-আজোৰা কৰিছে। জোৰেৰে সাবটি ধৰিছে। তেওঁৰ চঞ্চলতা দেখি . বাৰে বাৰে তেওঁৰ দুহাতৰ পৰা মুক্ত হৈছোঁ মই অকলশৰীয়া ঘৰ। আমি দুয়োটাৰ বাহিৰে তৃতীয় এটি প্ৰাণী নাই। যি কোনো মুহূৰ্ত্তত সংযম হেৰাই যাব পাৰে।

.. তেওঁৰ দুচকু কামনা-ৰঙীন হৈ পৰিছে। চকুৰ শিখাই মোক পুৰিছে। মই ভয় খাইছোঁ। অসম্ভৱ উত্তপ্ত তেওঁৰ শৰীৰ। উশাহ-নিশাহৰ শব্দও শুনিছোঁ। ঘন্ ঘন্ উশাহ নিশাহে তেওঁক অস্থিৰ কৰি তুলিছে। তেওঁ কেনেবাখন কৰিছে।

মাটিৰ পৃথিৱীখনিত মানুহৰ দেহ আৰু মনৰ সম্পৰ্ক গভীৰ। মন চঞ্চল হ'লে দেহো গৰম হয়। জুইৰ কাষত থাকিলে ঘিউ হেনো গ'লে। মোৰ কাষত থাকি তেওঁ গলিছে। গলা মমতাৰে সিক্ত-হৈ পৰিছে। (মই জুই নেকি!)

কিন্তু মোৰ মনৰ মানুহজনী ধীৰে ধীৰে অসম্ভৱ শীতল হৈ পৰিছে। মোৰ উত্তেজনা নোহোৱা হৈ গৈছে। মই সংযত হৈ পৰিছোঁ। অৱস্থা, অভিজ্ঞতাই মোক শিকাইছে — পুৰুষ প্ৰধান আমাৰ সমাজত নাৰীৰ অধিকাৰ সমূহ সীমাবদ্ধ। আমি যিমানেই নকওঁ নাৰী ভালেমান স্বাধীন হৈছে — কিন্তু বাতৰি কাকতৰ পৃষ্ঠা পুৰাই সদায় নাৰী নিৰ্য্যাতনৰ কাহিনী ওলায়েই আছে। কাইলৈ যদি এটি অকল্পনীয় পৰিস্থিতিৰ সমুখা সমুখী হওঁ — সকলোৱে মোকেই দোষ দিব। তেনে পৰিস্থিতিলৈ মই যাওঁ কিয়?

এই কথাই ইয়াকেই নুসূচায় যে মই হিৰণ্ময়ক সন্দেহ কৰো, অবিশ্বাস কৰোঁ। জানো, যি কোনো পৰিস্থিতিতে হিৰণ্ময়ে মোক গ্ৰহণ কৰিবলৈ সদা সাজু। হ'লেও সেই পৰিস্থিতিলৈ নিজক নিক্ষেপ কৰিবলৈ সাজু নহও মই। ধৈৰ্য আৰু সংযমৰ অনুশীলন আশৈশৱ কৰিছোঁ। এই ক্ষেত্ৰত মই বৰ শীতল। বৰ শীতল।।

ঃ "হিৰন্ময়দা। এইবোৰ বাদ দিয়ক না — কথা কওঁক।"

ঃ "আহাচোন ইমান আমুৰি কৰা কিয়?"

আহানা — মোলৈ ভয় কৰা কিয়?"

ঃ "নাই, নাই নেলাগে, আপুনি আজি কেনেখন কৰিছে "

তেওঁ অবুজন হৈ পৰিছে। এয়া আকৌ কিহৰ পৰীক্ষা? তেওঁ জোৰ কৰিছে। মই চমকিত হৈছোঁ। ব্যথিত হৈছোঁ। জোৰ কৰি তেওঁ মোক পুৰ্ণেন্দুৰ বিচনাত শুৱাই দিছে। মই দুৰ্বল। এজন পুৰুষৰ সমানে জোৰ মোৰ শৰীৰত নাই। সবল দুবাহুৰে তেওঁ মোক হেচি ধৰিছে। .. তথাপি মই প্ৰতিবাদ কৰিছোঁ ; শৰীৰৰ সৰ্ব্বশক্তি প্ৰয়োগ কৰি বাধা দিছোঁ।

ঃ "হিৰন্ময়দা। চাওঁ এৰি দিয়ক। মোৰ এইবোৰ ভাল লগা নাই।"

তেওঁ মোৰ কথা আওকান কৰিছে। মোক জোৰ কৰি সাবটি ধৰিছে। মোৰ মুখে মুখে চুমাৰ বৰষুণ। তেওঁ অস্থিৰ। অশান্ত।

মোৰ শৰীৰৰ প্ৰতি অনু-পৰমানুৱে প্ৰতিবাদ কৰিছে। মোক শ্ৰদ্ধা কৰো বুলি কৈ আজি

চোন হিৰন্ময়ে মোৰ বাধা এটাও মনা নাই।   লাহে লাহে মোৰ খঙ উঠিছে। মই নিবিচৰা এটা কাম কৰিবলৈ তেওঁ মোক কিয় জোৰ কৰে।

তেওঁক সৰ্ব্বান্ত কৰণেৰে ভালপাওঁ সচাঁ। কিন্তু এই মুহুৰ্ত্তত তেওঁৰ কাষত সামগ্ৰিক ভাবে নিজক সমৰ্পণ কৰিবলৈ মই ইচ্ছুক নহয। আত্ম-সমৰ্পণৰ এক পৰিবেশ গঢ়ি তুলিবলৈ দুয়ো পক্ষৰ সমৰ্পনৰ এক পৰিবেশ গঢ়ি তুলিবলৈ দুযো পক্ষৰ সমৰ্থনৰ প্ৰয়োজন।

বিচনাত তেওঁ মোক হেচি ধৰি কৈ ছে —

ঃ "মা সোন। লাহেকৈ এটা হেচো দিওঁনে?       একা নহয় দিয়া।"

ঃ "সেইবোৰ একো নহ'ব। মোক এৰি দিযক।"

দুখ আৰু খঙত মই ঘামি গৈছোঁ। বুকুৰে ধান-বনাদি বানিছে।       অবশেষত মই উচুপি উচুপি কান্দি দিছোঁ। নাৰীৰ শেষ অস্ত্ৰ হেনো চকুপানী। ছিঃ মই আজি ইমান অবলা হৈ পৰিলোনে? শেষ অস্ত্ৰই কাম দিলে হ'বলা।

হিৰন্ময়ে মোক বান্ধোন মুক্ত কৰি দিলে। তেওঁক শান্ত দেখা গ'ল।

ঃ "মই যাওঁগে হিৰন্ময়দা। ইযাত আৰু এখেন্তেকো নেথাকো। আপুনি কেনেকুৱাখন কৰিছে। মোৰ ভয লাগে। বৰ ভয লাগে" কান্দি কান্দি মই ক'লো।

ঃ "কিয যাবা, নোৱাৰা যাব। সেইবোৰ একো নকৰো আৰু। তুমি মোৰ ওচৰতে বহি থাকা। উঠি নেযাবা"

তেওঁ বৰ অবুজন হৈ পৰিছে। মই কন্দা দেখি দুখ পাইছে সচাঁ। কিন্তু মোক অলপমান প্ৰকৃতিষ্ঠ দেখিলেই আকৌ টনা আজোৰা খন কৰিছে।       একে ধৰণে একেবোৰ কামকে কৰিছে।

শেহান্তৰত মই উপায বিহীন হৈ কান্দি কান্দি গুছি যাবলৈ ওলাইছোঁ।

ঃ "মই যাওঁগে হিৰন্ময দা। আজি আৰু একো কথাই নেপাতো"

দুৱাৰ খুলিবলৈ আগ বাঢ়িছোঁ। কিন্তু হিৰন্ময়ে এয়া কৰিলে কি? তেওঁ এক আচৰিত কাণ্ড কৰিলে। মই তলকিবই নৌ পাওঁতেই একে জাপেই বিচনাৰ পৰা উঠি তেওঁ দুৱাৰ দলিটোতে পথালিকৈ শুই দিলে। এই আচম্বিত কাৰ্যত হতভম্ব হ'লো। তেওঁ এযা কৰে কি? শিৱই হে এনেদৰে পাৰ্ব্বতীৰ সমুখত শুই পৰিছিল। মই এতিয়া তেওঁক দেই যাওঁ কেনেকৈ। মোৰ কাৰণে ই অসম্ভৱ কথা। মই তেওঁক দেই যাব কাহানিও নোৱাৰো।

ঃ "চাওঁ আঁতৰি দিয়ক। আঁতৰি দিয়ক বুলিছোঁ নহয়।       আপুনি আজি কেনেখন কৰিছে। অদ্ভুত।"

ঃ "তুমি যোৱা মাসোণ। তুমি মোৰ বুকুৰ ওপৰেদি পাৰ হৈ যোৱা।     . নোযোৱা কিয়? বলা কিয?    তুমি যদি পাৰা মোক দেই যোৱা"

মই ঠাইতে জলকা লাগিলো। এইখন আকৌ কেনে ধৰণৰ নাটক। নে মোৰ জীৱনৰ অগ্নিপৰীক্ষা।। তেওঁৰ আজি হ'ল কি? কিহবাই পালে নেকি? এই বলিয়ালি বোৰ কৰিছে কিয়? মই কিবা জগৰ লগালো নেকি? বিভিন্ন প্ৰশ্নই উদিত হৈ মোক জ্বলা-কলা কৰিছে। উভতি আহিলো। বিচনাত জুপুকা লাগি বহি পৰিলো। পাৰ ভঙা বিষাদত উচুপি উচুপি কান্দিবলৈ

ধৰিলো।

ঃ "মই জানো মাসোণ। তুমি নোৱাৰা। মোক দেই যাব তুমি নোৱাৰা।"

তেওঁ মোৰ কাষলৈ আহিল। কাষতে বহিলে। মোৰ চকু-পানী মচি দিলে। গালে-মূৰে হাত বুলাই মৰম কৰিলে। শোকে খুন্দা মাৰি ধৰিলে। তেওঁৰ বুকুৰ মাজত সোমাই পাৰে মানে কান্দিলো। ভয় মোৰ নোহোৱা হ'ল। তেওঁৰ বুকুৰ মাজত নিৰাপদ মৰমৰ উম পাই আশ্বস্ত হ'লো।

বেলি দুপৰ হৈছিল। দুয়োৰে ভোক লাগিছিল। ইমান সময়ে আমি ভোকৰ কথা পাহৰি আছিলো। আমি দুযো পাকঘৰলৈ গ'লো।

ঃ "তুমি বহি থাকা। এই মুঢ়াটোতে বহা। মই কি কৰো চোৱাচোন"

চাউল দাইল ধুই, স্তভটো জ্বলাই তেওঁ চচ্‌পেন এটাত পানী দি স্তভৰ ওপৰত বহাই দিলে। পাচলিৰ খৰাহিটোৰ পৰা আলু-দুটা, জিকা এটা, ভাত কেৰেলা দুটা লৈ টুকুৰা-টুকুৰ কৈ কাটি ধুই ললে। চাউল ডাইল আৰু পাচ'লি খিনি একেলগে সিজিবলৈ দিলে। পাকঘৰৰ সৰু খিৰিকি খনেদি বাহিৰলৈ চালো মই। পিচ চোতালৰ কোমল ৰ'দত এহাল দহিকতৰাই ওমলি আছে। ৰঙা ঠোঁট দুটাৰে অ'ত ত'ত কিবা খুটিয়াই খাইছে।

আমি দুযো আকৌ বাহিৰ-কমলৈ আহিলো। ইযাৰ পৰা ভক্ ভক্‌কৈ উতলা ভাতৰ শব্দ শুনা যায়। তেওঁ মাজে মাজে গৈ ভাত চাই আহেগৈ। লৰাই দিযে হেতাৰে।

তেওঁ আৰু মোক টনা আজোৰাখন কৰা নাই। কিন্তু তেওঁৰ কথা-কাণ্ডত অস্থিৰতা বিদ্যমান। ভিতৰি ভিতৰি তেওঁ যে কিবা উদ্বিগ্নতাত ভু গিছে ধৰিব পাৰি।

তেওঁৰ অন্তৰৰ ভাষা মই যদি নুবুজো কোনে বুজিব বাৰু।। তেওঁচোন মোক খুলি ক'ব পাৰে বিষাদৰ গুৰি কথা কি?

ঃ "আপোনাৰ কি হৈছে হিৰন্ময়দা। খুলি কওঁক - নিশ্চয় আপোনাৰ কিবা হৈছে"

ঃ "ক'ত কি হোৱা দেখিলা? মোৰ একো হোৱা নাই"

ঃ "মোৰ কাষত নুলুকুৱাব। গা বেয়া নেকি আপোনাৰ?"

ঃ "ভাল"

ঃ "তেনেহলে মন বেয়া?"

ঃ "মন বেয়া হ'বলৈ কি হৈছে?"

ঃ "মোক কিবা কথাত বেয়া পাইছে? মই কিবা ভুল কৰিছোঁ? অৰুণাভক একো কথা দিয়া নাই মই? . খুলি কওঁক। মই শান্তি পোৱা নাই।"

ঃ "আস্ কিযে কোৱা তুমি। মোৰ সৰ্ব্বশ্ৰেষ্ঠ নিৰ্ব্বাচন তুমি। ইয়াত আৰু কি বেয়া পোৱাৰ কথা কোৱা। জানো মাসোণ। তোমাক কোনো দিনেই কোনো কথাতেই মই বেয়া পাব নোৱাৰো"

ঃ "আপুনিয়েইতো মোক অৰুণাভক এজন বন্ধু হিচাপে গ্ৰহণ কৰিবলৈ কৈছিল। ... ... তাত বাজে এখোজো আগবঢ়া নাই মই"

ঃ "বেৎ অৰুণাভৰ কথা বাদ দিয়া, সেইচব কথাই মোক অকণো বিমৰ্ষ নকৰে জানা।"

ঃ "তেনে কিয় আপোনাক চিন্তাকুল দেখা গৈছে? আপুনি আজি কিয় ইমান বিমৰ্ষ? মোৰ যদি কিবা ভুল হৈছে মোক ক্ষমা কৰক"

ঃ "চৰ দুটামান খাবানে? যা-তা কথা নকবা দেই। মই তিলমানো বিমৰ্ষ নহয়। ই তোমাৰ ভুল ধাৰণা"

ইটোৰ পিচত সিটো কথা সুধি গৈছো মই। যিহেতু তেওঁক খুবেই অশান্তিতে দেখিছোঁ। তেওঁৰ অশান্ত অৱস্থাই মোৰো শান্তি হৰণ কৰিছে। তেওঁৰ অন্তৰৰ দুঃখবোধে মোকো দুখ দিয়ে। তেওঁৰ চিন্তাত মোৰ হৃদয়ত দহন প্ৰক্ৰিয়া আৰম্ভ হৈছে।

ভোকৰ কথাও পাহৰি গৈছোঁ। অৱশেষে তেওঁ মাজে-মধ্যে গৈ ভাত লৰাই আহিছেগৈ।

ভাত-খাবৰ কাৰণে দুযো পাকঘৰলৈ গ'লো। ভাত সিজি পিঠা হ'ল। জিকা আৰু ভাত কেৰেলাৰ অস্তিত্ব বিচাৰি পাবলৈ টান। মাজে-মাজে দুই এডোখৰ আলুৱে ভুমুকি মাৰি আছে। কথাৰ ভমকত সকলো পেল্‌পেলীয়া হ'ল। ভোকত পেট কল মল কৰিছে। সিজোৰা ভাতৰ সুগন্ধই কোঠাটো মল মলাই আছে।

ঃ "তেওঁ একেখন কাঁহীতে দুযোৰে ভাত বাঢ়িলে।

ঃ "মাসোণ। আমি দুযো একেখন কাঁহীতে ভাত খাম দেই"

ঃ "অ' খাম"

বুকুখন মোচৰ খাই উঠিছে। ইমান মৰম। সহ্য নহয় মোৰ। একেখন কাঁহীতে খাবলৈ সঙ্কোচ কৰা নাই মই। ইয়াৰ পূৰ্বতে এনেদৰে একেখন কাঁহীতে কাৰো সতে খোৱা নাই।

ঃ "মাসোণ। চিত্ৰগুপ্তৰ খাটাত আমাৰ এদিনীয়া সংসাৰ"

ঃ "কি যে কয় আপুনি। মই বেয়া পাওঁ, তেনে কথা ক'লে।"

ভাত খাই-বৈ অঁতাও মানে দুই বাজি গ'লেই। Hostelলৈ ঘূৰি যাবলৈ খৰ-খেদা কৰিলো। সন্ধিয়াৰ আগে আগেHostel পাবগৈ লাগে। নহ'লেWarden এ খণ্ড কৰিব। তাতে যোৱা নিশাওHostel ত নাই।

হিৰন্ময়ৰ কোনো খবৰ নাই। তেওঁ দেৰী কৰিবলৈ ধৰিলে। যোৱাৰ কোনো উমৃঘামেই নাই। মোকো যাবলৈ নিদিয়ে। কিবা কিবি কথা উলিয়াই দেৰী কৰিবলৈ ধৰিলে।

ঃ "বলক আৰু'। মোক থবলৈ নেযায়? নহ'লে মই অকলেই যাওঁগৈ?"

ঃ "যাম ৰ'বাচোন। ইমান সোনকালে যোৱানে?"

ঃ "অ' হৰি। এতিয়াও সোনকালে হৈয়ে আছেনে? তিনি বাজি গ'লেই। কিবে কয়! বলক যাওঁ"

ঃ "অলপ বহাঁচোন। ইমান লৰা-লৰি কিহৰ?"

ঃ "চাওঁক, কালি নিশাওHostel ত নাই? Warden এ খণ্ড কৰিব। এতিয়া গ'লেহে গধুলা পামগৈ। যাওঁনে?

ঃ "বাদ দিয়াহে তোমাৰ Warden. দেখিছোঁ নহয় তোমাৰ লগৰবোৰে বিমান নিশালৈকে ঘূৰি ফুৰে।"

ঃ "আনৰ কথা বাদ দিয়ক। নিজৰটো ঠিক ৰাখিব লাগে"

এনেদৰে কিমান সময় যে গুচি গ'ল। শেহত যেনিবা মোৰ নেৰা-নেপেৰা অনুৰোধত তেওঁ যাবলৈ উঠিল। তেওঁ মোক Hostel ত থৈ আহিলগৈ। তেওঁক বৰ বিষন্ন দেখাইছে। হয়তোবা মোকো। মই এক সিদ্ধান্ত গ্ৰহন কৰিলো।

ঃ "কাইলৈ যামগৈ মাসোণ।"

ঃ "আপুনি কেইবজাত যাব?

ঃ "মই ন বজাত যাম"

ঃ "মই পুৱাতে আপোনাক লগ পাবলৈ যাম পূৰ্ণেন্দুৰ ঘৰলৈ। আপুনি মোলৈ বৈ থাকিব। গুছি নেযাব আৰু'। আজি আপোনাক বৰ চিন্তিত দেখিছোঁ। মোৰ ভাল লগা নাই?

কাইলৈ আপোনাক লগ পাবই লাগিব কিজানি ময়ো গুছি যাব পাৰো আপোনাৰ লগতে"

তেওঁ একো নেমাতিলে। বৰ পথাৰ অঞ্চলত গধুলি নামিছে তেতিয়া। আন্ধাৰেHostel কাষৰ ঘৰবোৰ, প্ৰফেচাৰ সকলৰ কোৱাৰ্টাৰ সকলো গিলি ধৰিছে। কাষৰ জামনিী বনত দুটোপ এটোপ নিয়ৰ সৰিছে। উকা, উদাস ভাবনা এটাই খুলি খুলি খাইছে মোক। আৰু কিমান দিন এনেদৰে।

অস্থিৰ নিশা এটি পাৰ কৰিলো। উজাগৰী নিশা। এনে কত উজাগৰী নিশা পাৰ হৈছে মোৰ জীৱনত। তাৰ খতিয়ান কোনে ৰাখে। মন মোৰ উগুল-থুগুল। সিদ্ধান্ত গ্ৰহণ কৰিছো মই। আৰু নোৱাৰি। হিৰন্ময়ৰ সতে মযো গুছি যাম। পাছৰ কথা চিন্তা নকৰো আৰু।। হিৰন্ময়। মোৰ হিৰন্ময়। জীৱনৰ চাকি মোৰ। মোৰ অন্তৰ-বাহিৰ পোহৰাই ৰখা চাকি। মই দুখ দিছোঁ তোমাক। তুমি সঁচা কথা নোকোৱা। তোমৰ দুখৰ উমানমই পাইছোঁ।

দোকমোকালিতে শয্যা ত্যাগ কৰিলো। মুৰ তিয়াই গা-ধুলো। দুখন মান অত্যাবশ্যকীয় কাপোৰ সৰু বেগ এটাত ভৰাই ল'লো। বান্ধৱী কিৰণক নিশাই কৈ থৈছিলো। দুযোজনা মিলন নগৰলৈ গ'লো। একো নেভাবিবলৈ যত্ন কৰিলো। তাইক ক'লোঃ "মই আজি তেওঁৰ লগত যামগৈ।? বাকীখিনি চম্ভালিবি। Warden ক কথাটো কবি। বিচাৰ-খোচাৰ কৰিবলৈ মানা কৰিবি। মই যি কৰিছোঁ সকলো ভাবি-চিন্তিয়েই কৰিছোঁ।"

৬-৩০ পূৰ্ণেন্দুৰ ঘৰ পালো। দুৱাৰত টোকৰ মাৰিলো। পূৰ্নেন্দু শুয়েই উঠা নাই। বাৰে বাৰে দুৱাৰত শব্দ কৰিলো। পূৰ্নেন্দুই সাৰ পালে। দুৱাৰ খুলি ওলাই আহিল। দুচকু ৰঙা। চকুৰ কোনত কেচকুৰিৰ দাগ।

ঃ "কি হৈছেহে তোমালোকৰ? কথাৰ গুৰি ক'ত? সি দেখোন বলিয়া বকিছে?"

ঃ "তেওঁ এতিয়া ক'ত?"

ঃ "সি গ'ল ব্ৰহ্মপুৰাতে গৈছে. এতিয়া মানে বাহুত চাগৈ। পাগল ক'ৰবাৰ" আকাশৰ পৰাহে যেন ধুপুছকৈ পৰিলো মই।

ঃ "কিন্তু তেওঁচোন মোলৈ আপোনাৰ ঘৰতে ৰোৱাৰ কথাহে আছিল"

ঃ "জানো কি হৈছে তোমালোকৰ? সিদেখোন তুমি অহাৰ কথা মোক একো কৈ যোৱা নাই" চকু-ফাটি পানী ওলাল মোৰ। মুখৰ মাত হৰিল। পূৰ্ণেন্দুৱে মোৰ অৱস্থা বুজিলে হ'বলা।

ঃ "হিৰণ্ময় বলিয়া হ'ল হ'বলা। কালি নিশা ৮ মান বজাত সি বায়েকৰ ঘৰৰ পৰা মোৰ ঘৰলৈ আহিছে। ভিজা গাৰে আহিছে — মূৰৰ চুলিৰ পৰা টোপে টোপে পানী সৰি আছে। সৰ্বাঙ্গ তাৰ পানীত তিতা। ইমানখন বাট সি বলিয়াৰ দৰে ভিজা গাৰে আহিছে। আবোল-তাবোল বকিছে। তোমাৰ লগত বোলে কাৰোবাৰ বিয়াৰ কথা-বতৰা চলিছে। মই তাক ক'লো, তোৰ নিজৰ মানুহ লগত লৈ যা। লেঠা মৰিল। তাইৰ ওপৰত তোৰ পূৰা অধিকাৰ আছে। সি চোন কিবাবোৰহে বকে। সি এটা মস্ত পাগল"

ঃ "তেওঁৰ মনত যদি কিবা কথা আছে — মোক খুলি ক'ব লাগে। মোক কিয় একোকে নকয়? তেওঁক কালি বৰ চিন্তিত দেখিছিলো সেয়ে পুৱাই দৌৰি আহিছোঁ কিন্তু তেওঁ নাই মই কি কৰোঁ এতিয়া মোক আপুনি কি কৰিবলৈ কয় পূৰ্ণেন্দু দা?

ঃ "যোৱাগে যোৱা— হোষ্টেললৈ উভতি যোৱা। চিন্তা কৰি একো লাভ নাই। মই সকলো লিখিম তালৈ। তাৰ কাণ্ড-কাৰখানা সকলো অদ্ভুত। মই ক'লো অৰুণাভ দাসক মানুহ লগাই এপিটন দি দিওঁ। সি তাতো বাধা কৰে। বোলে "মই ইমান তললৈ নামিব নোৱাৰো। মোৰ একো হেৰোৱা নাই। সকলো ঠিকে আছে। কিবা পালোহে মই" "যোৱাগে তৰা যোৱাগে। নেকান্দিবা গৈ নিজৰ পঢ়া-শুনা কৰাগে। এইবোৰ চিন্তা কৰি একো নাভ নাই। হিৰণ্ময়ে মানসিক ভাৰসাম্য হেৰুৱাইছে। মোৰো ভাত-পানী বান্ধিবলৈ আছে। ঘৈনীজনীও নাই"

হোষ্টেললৈ ঘূৰি আহিলো। ওৰে বাট চকুৰ পানীৰে বাট নেদেখা হৈ আহিছোঁ। কিবণো নিশ্চুপ। মোৰ দুখৰ সাগৰ দেখি তাই নিতাল মাৰিলে।

হিৰণ্ময়ৰ এই কাৰ্যই মোক হতবাক কৰিলে। তেওঁতকৈ বেছি কোনে বুজে মোক? মোৰ যদি অজানিতে কিবা দোষ হৈছে, তেওঁ ক্ষমা কৰিবওতো পাৰে। এই পৰিণতিৰ বাবেই গঢ়ি তুলিছিলো নেকি প্ৰণয়? এদিনতে কি সকলো মৰম-চেনেহ কেনিবা গ'ল? ক'ত কেৰোনে ধৰিলে? তেওঁ মনৰ কথা খুলি নকলে কিয়? ইমান দ্বিধা, সঙ্কোচ কিহৰ বাবে? অৰুণাভ দাসক বন্ধু হিচাপে গ্ৰহণ কৰিবলৈ তেৱেঁই উদগনি দিছিলে মোক। মই অৰুণাভক কোনো কথা দিয়া নাই . এতিয়াও সময় আছে . মোৰ যদি ক'ৰবাত ভুল হৈছে, তেওঁ মোক শুধৰাই লবওতো পাৰে। তেওঁ মোতকৈ জানে, বয়সে ডাঙৰ। শুধৰাই মোক গ্ৰহন কৰাত আপত্তি কি? মোক পেলনীয়া দ্ৰব্য বুলি ভাবিছে নেকি? . . তেওঁ তেনেহলে মোৰ কাষৰ পৰা আঁতৰি যাব খুজিছে নেকি? মোৰ দোষ আঙুলিয়াই নিদিয়াকৈয়ে আঁতৰি যাব নেকি? ... ... তেওঁ কিয় নুবুজিলে মোক। মোৰ অত দিনৰ সাধনা কি অথলে যাব? . মোৰ মনৰ মানুহজনী তেওঁ কি চাবলৈ চেষ্টা নকৰে।।

হাজাৰটা প্ৰশ্নই দোলা দি গ'ল মন।

পাৰভঙা বিষাদত ডুবি ৰ'লো মই সৰ্বক্ষন।

বান্ধৱী সকলৰ লগত বিষয়টো আলোচনা কৰিলো। . .. হিৰণ্ময় আৰু মোৰ মাজৰ কথা বোৰ আলোচনা কৰি মই তেওঁলৈ লিখিলো মাথোন। বান্ধৱী সকলেও মোক হিৰণ্ময়লৈ

লিখিবলৈকে ক'লে। হৃদয় উজাৰ কৰি লিখো আৰু গোপনে গোপনে কান্দো। মনে যে বুজনি নেমানে। . কবিৰ লগীয়া কামৰ ভিতৰত মোৰ সেয়ে আছেগৈ। আৰু মগজে একো ভাবিব নোৱাৰে।

তেওঁ লগত কটোৱা সেই শেষৰ দিনটোৰ দগমগীয়া স্মৃতিয়ে দহি দহি খালে মোক। মুখৰ মাত হৰি নিলে। পেটৰ ভোক কাঢ়ি নিলে। চকুৰ টোপনি কেনিবা পলাল। হৃদয় জ্বলাই চাৰখাৰ কৰিবৰ বাবেই তেওঁ মোক ইমান মৰম দিলে নেকি। কিয় ইমান মৰম দিলে মোক।

একেখন কাঁহীতে ভাতখোৱাৰ স্মৃতিয়ে মোক অহৰহ আমনি দিবলৈ ধৰিলে। বুকুৰ আগমগুহ আজুৰি নিলে সেই স্মৃতিয়ে। আৰু কাণৰ ওচৰত বাজি ৰ'ল সেই বাক্যটো "মাসোণ'। চিত্তগুপ্তৰ খাটাত আমাৰ এদিনীয়া সংসাৰ"

তেওঁ কিজানি তেতিয়াই সিদ্ধান্ত গ্ৰহণ কৰিছিল। নহ'লে ইমান আপদীয়া কথাষাৰ ক'লে কিয়।

. . Final পৰীক্ষা নিচেই ওচৰ চাপিছে।

যোৱা বছৰ মাৰ বেমাৰ বুলিয়ে পঢ়া নহ'ল। কোনো ৰকমU.G.C. ৰ Norms ৰক্ষা পৰিল। এইবাৰ তাকো নৰ'ব। হায় পোৰা কপালী। ইমান দুৰ্ভগীয়ানে তই। বিশ্ববিদ্যালয়লৈ আহি ককাইহঁতৰ টকা-সোপা খৰছ ক'ৰি এযা কি কৰি আছোঁ মই। মাৰ বেমাৰতো টকা হ্ৰহ্ৰাই খৰছ হ'ল। ক'ত কিমান ধাৰ লাগিছে কোনে জানে। ককাইহঁতেতো মোক কাহানিও নকয়। মনত দুখ পাম বুলি।

পঢ়াৰ মেজত বহি বাৰেকুৰি চিন্তা। জোৰ কৰি ধৰি ৰাখিব খোজো মন — পঢাৰ মাজত মন উৰি যায় শান্তিৰ ছাঁ বিচাৰি। দুপৰৰ প্ৰখৰ ৰ'দত দগ্ধ মনে শান্তিৰ সুশীতল ছায়া বিচাৰে। ক'ত আছে শান্তিৰ সুশীতল নিজৰা। মনৰ পোৰনি দেৱনি বাঢ়িহে যায়। দেহৰ ঘা শুকায়। মনৰ ঘাঁ শুকাই জানো।

অৰুণাভ দাসে মোক বিচাৰি Hostelলৈ বাৰে বাৰে ফোন কৰিছে। ফোনত লগ দিয়া নাই মই। ফোনত লগ দিয়া নাই মই। অৰুণাভক লগ পাব খোজা নাই মই। এই অৰুণাভ দাসেই মোৰ সকলো সুখ-শান্তি কাঢ়ি নিলে। কি দৰকাৰ আছিল মোৰ শান্ত নিৰিবিলি জীৱনলৈ আহি জুই দিয়াৰ। জেউৰা খৰিৰ দৰে শুকাইছোঁ মই।

বস্তানদী শুকালে মাছৰে বেজাৰত

লুইতখন শুকাইছে কিয়।

মই চেনাই শুকাইছোঁ তোমাৰে বেজাৰত

তুমি চেনাই শুকাইছা কিয়।।

অলিয়া-বলিয়া হৈ বাটে বাটে বনগীত বিহুগীত গাই ফুৰিম যেন। মোৰ মগজু ঠিকে আছে নে।।

ধনক শুনি শুনি নধৰে টোপনি

থাকো উজাগৰে শুই

আগেয়ে নাজানো এতিয়া জানিলো

বুকুত মোৰ একুৰা জুই।।

বুকুত জুইৰ উত্তাপ লৈ নিশা ধৰ্ কৰাই মৰো বিচনাত। টোপনিয়ে ত্যাগ কৰিছে মোক। ক'ৰবাৰ পৰা ৰিব্ ৰিব কৈ বলা মলয়া বতাহ চাটিয়েও বিষাক্ত কাড়ৰ দৰে বিন্ধে। পৃথিৱীত বেদনাৰ বাৰিষা নামিছে যেন।

সমুখত পটিবলৈ লোৱা কিতাপ-পত্ৰ সোপা আবৰ্জনা যেন।

বন্ধু-বান্ধৱী কাকো ভাল নেলাগে। কথা নেপাতিম যেন। তেওঁলোকৰ মৰম-সনা কথা-বতৰাইও যন্ত্ৰণা দিয়ে। জুপুকা লাগি বহি থাকিম যেন।

নৈৰে সিপাৰে কোনে জুইযে দিলে

ওপৰে উৰিলে ছাঁই।

মোৰে হিযাতে কোনে জুয়ে দিলে

বিচনি ধৰোতা নাই।।

মনৰ গহ্বৰত বেদনাৰ বাৰিষা চলি থাকোঁতেই এটি ৰৌদ্ৰোজ্জ্বল দুপৰীয়া হিৰন্ময়ৰ লেখা আহি মোৰ হাতত পৰিলেহি। বহু বাঞ্ছিত চিঠিখন বিশ্ববিদ্যালয়ৰ Letter box ত পালো। সমগ্ৰ দেহ-মন শাঁত পৰিল। উৰি অহাদি আহিছোঁ—Hostelলৈ। বিচনাত ধহমহাই পেট পেলাই পৰি চিঠিখন মেলি ল'লো। মৰমৰ আখৰ বোৰ হাত বুলাই দিলো। তাৰ মাজতে স্পৰ্শসুখ লভিলো, যেন তেওঁৰ শৰীৰত হাত বুলাই দিছোঁ। যেন চুলিৰ মেঘালীত আঙুলি বুলাই দিছোঁ।

এৰা তেওঁৰ মৰম মোলৈ আছে। কিন্তু আগৰ দৰেই আছেনে? কিবা এটিৰ অভাৱ যেন অনুভৱ কৰিছোঁ। ক'ৰবাত আউল লাগিছে। ক'ৰবাত এটি ছিদ্ৰ হৈ গৈছে। মোৰ সন্তুষ্টিৰ বাবেই যেন এই লেখাৰ জন্ম।

চিঠিৰখনত এটি গালিও আছিল। মই পঢ়া শুনা নকৰি অলিয়া বলিয়া হৈ থকা বাবে। তেওঁৰ লেখাই শৰীৰত মোৰ সঞ্জীৱনী সুধাৰ ক্ৰিয়া কৰে। অন্তৰত প্ৰেৰণাৰ বন্তি গছি জ্বলাই ল'লো। বাহিৰা বতাহে আৰু আমনি দিব নোৱাৰে মোক। প্ৰেৰণাৰ বন্তি গছিয়ে পোহৰ বিলালে হিয়াত। শূন্যত ভাঁহি থাকিল হিৰন্ময়ৰ মৰম -কোমল মুখনি। আৰু এটি আবেদন পূৰ্ণ মিচিকনি।

... ... ... ... ..

বিশ্ববিদ্যালয়ৰ লাইব্ৰেৰী বিভাগত চাকৰি কৰে সুধীৰ নাথে। হিৰন্ময়ৰ ভাল বন্ধু। হিৰন্ময়তকৈ বয়সে ডাঙৰ। বয়স চল্লিশ কিম্বা পঞ্চলিশ মান হ'ব কিজানি। বেচ অধ্যয়নশীল অভিজ্ঞ ব্যক্তি সুধীৰ নাথ। দেখিলেই শ্ৰদ্ধা ওপজে। ধীৰ স্বভাৱৰ মানুহ জন প্ৰভাৱশালী ব্যক্তিত্বৰ অধিকাৰী। আমাৰ সম্পৰ্কৰ কথা ভালদৰেই জানে তেওঁ।

পৰীক্ষালৈ আৰু এসপ্তাহ বাকী মাথোন। এদিন লাইব্ৰেৰীৰ পৰা ওলাই আহোঁতে সুধীৰ নাথে মোক লগ ধৰিলে।

ঃ "তোমাৰ লগত মোৰ বিশেষ কথা আছে তৰা"

মনত আশাৰ সঞ্চাৰ হ'ল। হিৰন্ময়ে নিশ্চয় কিবা লিখিছে তেওঁলৈ। দৰকাৰী কথাই

হ'ব। বিপদত পৰা মানুহে খেৰ-কুটা এডোখৰ পালেও বহুত বুলি ভাবে। তাতে সুধীৰ নাথৰ কথা মোৰ বাবে বৰ মূল্যবান।

ঃ "কওঁক, কি কথা, মই শুনিম।"

ঃ "ইয়াত নহয় তৰা। ব'লা কেন্টিনলৈ যাওঁ — তাতে ক'ম।"

ঃ "বলক"

কেন্টিনত সুধীৰ নাথে দুকাপ চাহৰ অৰ্দাৰ দিলে। আমি দুযো মুখা-মুখিকৈ বহিছোঁ।

ঃ "তৰা, তোমালোকে দুয়ো জনৰ মাজত হৈছে কি?"

মুকলি মনেৰে সকলো বিবৰি ক'লো। লগতে অৰুণাভ দাসৰ অহমিকাৰ কথাও ক'লো। এজন যোগ্য ব্যক্তিৰ আগত কথাখিনি ক'বলৈ পাই ভাল পালো। বুকুখন পাতল লাগিল।

সুধীৰ নাথে মনোযোগেৰে শুনিলে। ভালেমান সময় চকুমুদি কিবা ভাবিলে। উৎকণ্ঠাত মই উশাহ সলাবলৈকো পাহৰি গ'লো। কি ক'ব বাৰু সুধীৰ নাথে। এমুখ কেচা-পকা দাড়িৰে উজ্বল বহল দুটা চকুৰে, গৌৰ বৰণীয়া মানুহজন। সুধীৰ নাথৰ কথা বৰ মূল্যবান মোৰ বাবে। জুৰ, গম্ভীৰ স্বৰে সুধীৰ নাথে ক'লে

ঃ "হিৰন্ময় হাজৰিকা বন্ধু মানুহ মোৰ। তেওঁক ভালেমান দিনৰ পৰাই জানো। ওচৰৰ পৰাই পাইছোঁ অৰুণাভ দাসকো ভালদৰেই জানো মই! অৰুণাভ এজন বিবেচক, হিচাপী মানুহ বুলিয়ে ভাবো "

কিছু সময় সুধীৰ নাথে মনে মনে ৰ'ল। অধীৰ হৈ ৰ'লো মই। সুধিৰ নাথে কি ক'ব এতিয়া।

ঃ "হিৰন্ময়ৰ মুখৰ পৰা সকলো শুনিছোঁ মই! এতিয়া তোমাৰ পৰাও সকলো শুনিলো। মই তোমাক একো উপদেশ নিদিওঁ। এয়া চোঁৱা হিৰন্ময়ে মোলৈ কি লিখিছে?"

তেওঁ পকেটৰ পৰা এখন চিঠি উলিয়ালে। মোৰ সমুখত মেলি ধৰিলে সেই চিঠি। আকুল আগ্ৰহেৰে চকু ফুৰালো মই। কিন্তু হিৰন্ময়ৰ চিঠি পঢ়ি মোৰ চকু কপালত। কি লিখিছে এয়া তেওঁ। মোৰ আটাইতকৈ মৰমৰ মানুহজনেও মোৰ বিষয়ে এনেদৰে মন্তব্য প্ৰকাশ কৰিব পাৰেনে? ই সম্ভৱ নে? নে ই মোৰ দৃষ্টিৰ ভ্ৰম।

এযাযে মোৰ নিচেই চিনাকি আখৰ! মৰমৰ আখৰ। হিৰন্ময়ৰ হাতৰ লেখা! তেওঁ কেনেকৈ ইমান নিকৃষ্ট কথা লিখিব পাৰিলে? ইমান ঘৃণণীয় মন্তব্য তেওঁৰ কলমৰ পৰা ওলাল কেনেদৰে!

ঃ "তৰা, তুমি নিজ চকুৰেই পঢ়িলা এতিয়া সিদ্ধান্ত গ্ৰহণ কৰা। সিদ্ধান্ত গ্ৰহণ কৰাৰ অধিকাৰ কেৱল তোমাৰ। তুমি জনা-বুজা ছোৱালী মন স্থিৰ কৰা। হিৰন্ময়ৰ মনোভাব তুমি জানিলাই। এতিয়া কি কৰা উচিত নিজে ঠিক কৰা . মোৰ ক'ব লগা একো নাই"

দুখ অভিমান আৰু খঙত মই বৰ্ত্তা পৰিছোঁ, ক'লা পৰিছোঁ। ক্ষণে ক্ষণে ৰঙ সলাইছে মোৰ মুখ খনে!

পৰীক্ষা চলি থাকোতে মোৰ জ্বৰ আৰু হাগনি হ'য়। প্ৰচণ্ড জেদত পৰীক্ষা দিলো মই। দুখন প্ৰশ্ন কাকত ভালে ভালেই দিলো। তৃতীয় প্ৰশ্ন কাকতৰ দিনা শয্যা ললো। শৰীৰ অতিশয়

দুৰ্ব্বল হৈ পৰিল। পৰীক্ষা দিবলৈ বল শক্তি নাই। লগ-সমনীয়াহঁতে পৰীক্ষা দিবলৈহে ক'লে। বোলে "তৰা যেনে তেনে পৰীক্ষাটো দে। পিচলৈ থলে আৰু বা কি সমস্যা আহে। তোৰ দেখিছোঁ সমস্যাৰ অন্ত নাই।"

মৰণত শৰণ লৈ ৰোগীৰ কাৰণে আচুতীয়াকৈ ৰখা কক্ষত পৰীক্ষা দিলো। বিচনাত শুই শুই। ডাক্তৰ-নাৰ্চ আছেই লগত। মনৰ ভিতৰত হিলদল ভাঙিছে ধুমুহাই।

হিৰন্ময়ে কিয় তেনেদৰে লিখিলে সুধীৰ নাথলৈ। এই কথাই মগজুৰ ভিতৰত পাক ঘুৰনি খাবলৈ ধৰিলে।

হিৰন্ময়লৈ লিখিবলৈ এৰি দিলো মই। হিৰন্ময়লৈ লিখি কিবা সুফল পাম বুলি নেভাবো মই।

—— OO ——

পৰীক্ষা শেষ কৰিয়ে ঘৰলৈ ঢাপলি মেলিলো। বেমাৰ কেনিবা পলাল। ভাবিছোঁ, ঘৰলৈ গৈ কেইদিনমান কেৱল শুম' একোকে চিন্তা নকৰোঁ।

আইৰ ঘৰলৈ যাম, দুযোহাতে খাম, বিধিয়ে বোলে মযো পিছে পিচে যাম। বিপদে মোলৈ অপেক্ষা কৰি আছিল। ঘৰত এনিশাও শান্তিৰে শুবলৈ নেপালো।

ঘৰ গৈ পোৱা দিনা নিশাই মাযে আকৌ তেজ বমি কৰিবলৈ ধৰিলে। লগে লগে বাৰে বাৰে ক'লা ক'লা শৌচ হৈছে। যোৱা এবছৰে মাক মেডিকেল কলেজৰ পৰা অনাৰ পিচত মাযে তেজ বমি কৰা নাছিল। অন্যান্য ভালেমান অসুবিধা আছিল। পেটৰ বিষ প্ৰায় সদাযেই হৈছিল। ভেঁকুৰা, ভেকুঁৰ উগাৰ, ওকালি অহা, জ্বৰ, হাগনি ইত্যাদি নানানটা উপসৰ্গ অনবৰতে লাগিযে থাকিছিল।

পুৱতি নিশা টেক্সী এখন ভাডা কৰি মাক যোৰহাট চিভিললৈ আনিলো। যোৰহাট-মিচন হচ্‌পিতালত চিট বিচাৰিছিলো। নেপালো।

যোৰহাট চিভিল হচ্‌পিতালত মাক ভৰাই শান্তি পোৱা নাছিলো। যিহে হচ্‌পিতালৰ দুৰবস্থা। তাৰ পিচত যমে মানুহে টনা-টনি অৱস্থা।

বীণাপানি হঁতৰ ঘৰত মোক থৈ নিশি ককাই ঘৰলৈ গ'লগৈ। বেলি ককাই এসপ্তাহ মান থাকিল। কিন্তু চাকৰিৰ দোহাই দি সিও গ'লগৈ। ইতিমধ্যে মাক প্ৰফেচনেল ডনাৰৰ পৰাই দুবটল তেজ দিয়া হৈছে।

বীনাপানি মোৰ শৈশৱৰে বান্ধৱী। তাইৰ ঘৰ ৰজা-মৈদামত। ঘৰখনত তাইৰ মাক-দেউতাক, ভাযেক ভনীয়েকহঁত। তাই ঘৰৰ প্ৰথম সন্তান। প্ৰথম সন্তান কাৰণেই হ'বলা তাই ধীৰ, গম্ভীৰ। স্বভাব-চৰিত্ৰ জুৰ, চিন্তাশীলা।

বীণাপানিৰ ঘৰৰ পৰা চিভিল হচ্‌পিতাললৈ ভালেমান দূৰ। পুৱাতে শুই উঠি ৰিক্সাৰে দীঘলীয়া যাত্ৰা আৰম্ভ ক'ৰো। ডিচেম্বৰ মাহ। বাটত জনপ্ৰাণী নাই। কেৱল কুঁৱলী। ৰিক্সাত অকলে গৈ থাকো। আজন্ম যেন মোৰ এই অনন্ত যাত্ৰা। শীতৰ কুঁৱলী ফালি। ইমান দুৰ – অকলে। মনটো ভয় ভয় লাগে। যেন এতিযাই অঘটন ঘাটিব। কুঁৱলীৰ আবৰণ কমি অহাৰ লগে লগে বাটে পথে দুই, এজন মানুহ দেখিবলৈ পাওঁ। মানুহবোৰ সন্দেহ জনক যেন লাগে। গুণ্ডা ধৰণৰ মানুহবোৰে পিৰিক-পাৰাককৈ চায। মোৰ সঙ্গী কেৱল সৎ সাহস।

হচ্‌পিতালত উপস্থিত হৈযে আৰম্ভ ক'ৰো দৈনন্দিন কাৰ্য্য ক্ৰম। দুৰ বেজাৰ কৰিবৰ সময় নাই। ৰবৰ সময নাই। মই যেন এটি যন্ত্ৰ। দুখ-ভাগৰ নাই। নাই কোনো আবেগ অনুভূতি। দুপৰীয়া অকণ বিশ্ৰাম লওঁ। সকলো সময়তে সচেতন হৈ থাকোঁ। জানোচা কিবা ঘটে।

পোন্ধৰ দিনমান একে লেথাৰিয়ে কেৱল চেলাইন দিলে। যোল দিনৰ দিনা হঠাৎ চেলাইন খুলি দিলে। ডাক্তৰে মোক ক'লে ঃ "কোমলকৈ সিজাই অকণ ভাত খুৱাব পাৰে" ইফালে ৰবকৈ ভোক লগা বুলি মাযেযো ক'লে। এতিযা কোমল ভাত ক'ত পাওঁ। ওচৰত কোনো আত্মীয মানুহো নাই। হোটেলৰ ভাত মাক খুৱাব নোৱাৰি। পেটত ঘাঁ থকা ৰোগী।

দোকানৰ পৰা এককেজি জহা-চাউল, আধাকেজি আলু কিনি আনিলো। সিজাওঁ ক'ত? এখন হোটেললৈ গৈ মালিকক অনুৰোধ কৰিলো "চাউলখিনি কোমলকৈ সিজাই দিয়কচোন , লাগিলে ৰন্ধাৰ বাবে পইচাকে ল'ব"

হোটেলৰ মালিকে কঠোৰ ভাবে ক'লে

সেইবোৰ কাম আমাৰ ইয়াত নহ'ব। আমাৰ টাইম নাই। সেইবোৰ কৰিবলৈ আমি হোটেল খোলা নাই।"

হোটেলৰ মালিকৰ ৰূঢ ব্যৱহাৰত ব্যথিত হ'লো। কটা ঘাত যেন চেঙা তেলহে।

ওচৰতে থকা প্ৰত্যেকখন হোটেললৈ গ'লো। সুধিলো। প্ৰায় একে সমিধানকে দিলো সময় বৈ থকা নাছিল। দ্ৰুত গতিত ধাবিত হৈছে সময়। মাৰ চাগৈ বৰ ভোক লাগিছে। চিভিল হস্পিতালৰ গেটৰ মুখতে আমন-জিমনকৈ বৈ আছোঁ। চকু চলচলীয়া। চিনাকী মুখ দেখো নেকি চাই আছোঁ। নাই কোনো নাই। বৰ অসহায় যেন লাগিছে। খৰি দুডাল মান কিনি আনি বাস্তাতে জুই ধৰোঁ নেকি? মায়ে চাগৈ ভোকতে অচেতন হৈ পৰিছে।

বাটত প্ৰায়ে দেখা-দেখি হোবা গুণ্ডা ধৰণৰ মানুহ এজনে মোলৈ পিৰিক-পাৰাককৈ চাই আছে। সি চাগৈ মোৰ গতি-বিধি বহুত আগৰ পৰাই লক্ষ কৰি আছে। প্ৰকাণ্ড তাৰ শৰীৰ। ওখই প্ৰায় ছয় ফুট হ'ব। বহল বুকু। বয়স ৩০/৩৫ মান হ'ব। মুখখন দেখাত ধুনীয়া। উন্নত নাক্ আয়ত চকু। কিন্তু মুখলৈ চালে ভয় লাগে। মুখত নুখুৰুৱা ডাটি।

মোৰ ওচৰ চাপি আহিল মানুহটো। বুকুত মোৰ ঢপ্‌ঢপনি। যাওঁগৈ নেকি।

ঃ " কি হ'ল ভন্তী? কিবা বিপদ হৈছে?"

যিমান বিশাল বপুৰ মানুহটো, সিমানেই মিঠা আৰু গভীৰ তাৰ কণ্ঠ।

ঃ "অঁ অলপ বিপদ হৈছে"

ঃ "কি বিপদ কোৱাচোন। মই কিজানি সহায় কৰিব পাৰোবেই।"

ঃ "নেলাগে দিযক। কিনো সহায কৰিব।"

ঃ "তথাপি কোৱাচোন। শুনো।"

ঃ "মাৰ অসুখ। ১৫ দিন হ'ল। আজি ডাক্তৰে কোমল ভাত খাবলৈ কৈছে। সিজাবলৈ ঠাই বিচাৰিছোঁ, পোৱা নাই"

ঃ "ব'লা মোৰ লগত। সৌটো মোৰ ঘৰ। মই সিজাই দিম। যাবা?"

মানুহজনে পূবফালে আঙুলি টোৱাঁই দেখুৱালে।

মানুহজনৰ মুখলৈ চালো। বিশ্বাস কৰিব পাৰিনে মানুহজনক। যাম জানো। মানুহটো কিজানি ঠগ, প্ৰবঞ্চক। গুণ্ডা মানুহৰ কি বিশ্বাস আছে। তাতে মোক অসহায় দেখিছে।

ঃ "বলা বৈ আছা কিয? ভয় নাই। একো ভয় নাই। মোৰ নাম কৰিম আলি। এই অঞ্চলৰ মোক সকলোৰে জানে। . সকলো মানুহ খোদাৰ সন্তান। আল্লা সদায় মহান"

মানুহটোৱে চোন ভগবানৰ নামেই ল'লে। পাপীৰ মুখত ৰাম-নাম নেকি। আকৌ চালো। নাই মানুহজনৰ মুখখন কৰুণ কোমল হৈ পৰিছে। আচমানৰ সকলো পবিত্ৰতা সনা আছে মুখখনত।

কিবা শক্তি আছে মানুহজনৰ কথাত। একেবাৰে যেন আদেশ। ভয় মোৰ নোহোৱা হ'ল।

মানুহজনৰ পিছে পিছে খোজ ল'লো। খোজ ল'লো হয়, মাজে মাজে কিঞ্চিৎ সন্দেহো নজগা নহয়। যাঃ যি হয় হ'ব। ইমান ভয় কৰিলে সংসাৰতচলিব নোৱাৰি।

সৰু এটি জুপুৰি ঘৰ। ভঙা-চিঙা। চালেদি সৰগ দেখা পজাঁ। মানুহটো আগে-আগে, মই পিছে পিছে ঘৰত সোমালো। পহিলা কোঠাটোত এখন ঠেং ভগা চকী আৰু এটা মূঢ়া।

ঃ "বহাঁ। বহাঁচোন তাতে।"

বহিলো। মানুহটোৱে মাকক চিঞৰিলে।

ঃ "আম্মা।আম্মা! আহচোন ওলাই

ঃ "আম্মা ওলাই আহিল। বৰ ধুনীয়া মানুহজনী। বয়স চল্লিছ বছৰ মান হ'ব। দাৰিদ্ৰই জুকলা কৰা মানুহজনীৰ সৌন্দৰ্য কিন্তু ম্লান পৰা নাই। শুধ বগা কাপোৰেৰে আম্মা দেখিবলৈ দেৱী প্ৰতিমা হেন।

ঃ "আম্মা। এই ছোৱালীজনীৰ মাকৰ বৰ অসুখ। চাউল-কেইটা সিজাই দিব লাগে। দেচোন বেগতে"

ঃ "নোৱাৰো মই। ঘৰত খৰি-খেৰ নাই। কেনেকৈ সিজাম! ক'ৰ পৰা জানো মানুহবোৰ গোটাই আন' তই। একো এটা কাম-বন নকৰ। খালি চাৰা দিন ঘূৰিবি"

ঃ "আস্ আম্মা। মই খৰি আনি দিম নহয।

ঃ "মোৰ কাম নাই আৰু। লোকৰ ভাত সিজাবলৈ সময ক'ত মোৰ! তই সন্মান খাই জীবাই থাক। মই কেনেকৈ বাচো। তোৰ লগৰ চবেই ৰোজগাৰ কৰিছে — খালি তোৰহে খচলতৰ গুণতে তোৰ এই অৱস্থা "

ঃ "আস্ আম্মা! তৰ্ক নকৰিবি চোন! খোদাৰ কচম। এযা মই খৰি আনি দিওঁ"

মানুহটো হুন্‌হুনাই ওলাই গ'ল। মই হাঁ কৰি চাই থাকিলো। অবাক কাণ্ড। ক'ত যে সোমালোহি।

ঃ "বুইছা ভনী, তাৰ কাম-বন নাই – খালি এইবোৰ কৰি ফুৰিব—মোৰ জানো দুখ-ভগৰ নাই— ইফালে তাৰ কোনো ইনকাম নাই।"

ঃ "বাইটি নালাগে দিযক চাউল সিজাব। মই যাওঁহে। আপোনাক দুখহে দিলো"

ঃ "নেযাবা ভনীটি, নেযাবা, আল্লাৰ দোহাই। সি মোৰ জান খাব। তাৰ বৰ খং। তাৰ বা জানো আছিল তেনেকুৱা। জীৱনভৰ পৰৰ হিত চিন্তা কৰোতেই গ'ল। নিজৰ কাৰণে একো নেভাবিলে। একো নকৰিলে। সেযেহে ভনীটি মোৰ আজি এই অৱস্থা"

পিচত কেঁচাখৰি ফুঁৱাই ফুঁৱাই আম্মাই কোমলকৈ চাউল সিজাই দিলে। কৃতজ্ঞতাত মোৰ বুকু ভৰি গ'ল। কোনোবা জনমৰ মোৰ বুকুৰ কুটুম আছিল তেওঁ। এই ধাৰ কাহানিবা সুজিব পাৰিমনে?

ভাত আনি মাক খুৱালো। পৰম তৃপ্তিৰে মায়ে খালে। চাই প্ৰাণ শাঁত পৰিল মোৰ। নঘোনে ৰ'লো মই।

এমাহ মূৰত ডাক্তৰে ৰোগীক Release দিলে। আৰু নেৰাখে। ক'লে ঃ "ঘৰলৈ লৈ যাওঁক। ইয়াত ৰাখি লাভ নাই। ৰোগী বৰ দুৰ্ব্বল"

বেলি ককাইলৈ খবৰ পঠালো। সি আহিলত মাক ঘৰলৈ লৈ আহিলো।

এইবাৰ মাযে সম্পূৰ্ণ বিচনা ল'লে। কেতিযাবা খায। কেতিযাবা নেখায। পেটত গাৰু এটা লৈ বিচনাত ইকাটি সিকাটি কৰি থাকে। প্ৰায়ে বমি হয। মাজে মাজে পেটৰ বিষ। ভাঁউট ভাঁউট উগাৰি থাকে। উগাৰত টেঙা-পচাঁ দুৰ্গন্ধ ওলায। বেৰেলগাম ইন্‌জেক্‌চন লয। অন্যান্য ঔষধো খাই থাকে।

শৌচ প্ৰচণ্ড কচা হয। শৌচ কৰিব নোৱাৰি মানুহজনী যন্ত্ৰণাত কেঁকাই থাকে। এই জীযা-যন্ত্ৰণা চকুৰ আগতে দিনৌ আমি চাই থাকোঁ।

হিৰন্ময়ৰ পৰা কোনো লেখা পোৱা নাই।

মযো হিৰন্ময়লৈ লিখা নাই। লিখিবলৈ উৎসাহ অনুভৱ নকৰো। মনৰ দাপোণত ভাঁহি উঠে সুধীৰ নাথৰ মুখ, হিৰন্ময়ৰ লেখা ইত্যাদি। মই বৰ নিৰুৎসাহ হৈ পৰোঁ।

অযত্নত মোৰ শৰীৰৰ ৰং বদলি গৈছে। তেল নসনা চুলিকোচা হাড়মাল হৈ পৰিছে যেন। এৰা মই মৰি থাকিলেও ভাল। কোৱাৰ মুখে, চিলাৰ মুখেও হিৰন্ময়ৰ খবৰ নাই।

মাযে সকলো সমযতে মোৰ বিযাৰ কথাকেই কৈ থআকে। শুনি শুনি কাণ-ঘোলা হৈছে মোৰ। পৃথিবীত যেন আৰু কোনো কথা নাই। কুমুদ ককাইক কয ঃ "তাইৰ বিযাখন সোনকালে পাত, মই বেছি দিন নেবাচো অ' সোনাই।"

ঃ "হ'ব ৰচোন। চিন্তা নকৰিবি। আমি আছোঁ নহয"

ঃ "মই মৰিলে তাইৰ দুখ হ'ব। কোনে ক'ত কি অতিচাৰ ক'ৰে কোনে জানে? মই জীযাই থাকোঁতেই মোৰ চকুৰ মনিটোৰ কিবা এটা গতি লগা অ' বোপাই।"

ঃ "মা, তাই শিক্ষিতা ছোৱালী। চাকৰি বাকৰি কৰি খাব। তাইৰ কাৰণে মিছাই চিন্তা কৰিব নেলাগে।"

ঃ "মোৰ লগতে লাগি থাকি -তাইৰ শৰীৰটো আদখনীযা হ'ল ফুলতে বুঢ়ীহেন হ'ল কিবা এটা দিহা লগা অ' বোপাই, সেই অৰুণাভে কিবোলে নাম . "

"গুৱাহটীয়া লৰাজন, তাকে লগ ধৰগৈ বোপাই। তাইৰ বিয়াখন চাই নগ'লে মই মৰণতো শান্তি নেপাম . . মোৰ এই শেষ কথা ৰাখ অ' মোৰ সোণাই, কুমুদ অ' " ... ... মায়ে হুকুহুকাই কান্দিবলৈ ধৰে।

মাযে প্ৰতি দিনেই বিযাৰ প্ৰসঙ্গ উলিযায। কুমুদ ককাইক কয়। নিশি ককাইক কয়। আৰু কান্দে।

সদায একেটা কথাকে কৈ থকা দেখি কুমুদ ককায়ে অৰুণাভ দাসক লগ ধৰিলেগৈ। মাৰ শেষ ইচ্ছাকণ পূৰণ কৰিবলৈ ককাই সচেষ্ট হ'ল।

অৰুণাভ যেন বিয়াৰ বাবে প্ৰস্তুতেই আছিল। বিচৰা বস্তুটো হাতত পালে কোনে বাৰু উৎফুল্লিত নহ'ব?

ডাঙৰ ককাইদেৱে এদিন অৰুণাভৰ গাঁৱৰ ঘৰ-দুৱাৰ চাই-চিটি আহিলগৈ। তেওঁলোকৰ ঘৰৰ মানুহৰ লগত আলোচনা কৰি বিয়াৰ দিন বাৰ ঠিক কৰি পেলালে।

বহাগ মাহৰ একৈশ তাৰিখ। ইংৰাজী মে মাহৰ পাঁচ তাৰিখ। বৃহস্পতি বাৰ।

মাজতে পোন্ধৰটা দিন মাত্ৰ বাকী। খৰটকীয়াকৈ বিয়াৰ-কাম-কাজ চলিবলৈ ধৰিলে। এষাৰো প্ৰতিবাদ বাক্য উচ্চাৰণ নকৰিলো মই। কৰিবৰ জোখাৰে মনৰ বল হেৰুৱাই পেলাইছোঁ মই। এতিয়া সমগ্ৰ মানৱ জাতিৰ বিৰুদ্ধে মোৰ ৰোষ। মাৰ মৃত্যু-কাল উপস্থিত। মৰণ শয্যাত মৃত্যুৰ ক্ষণ গনিছে। হিৰন্ময়ৰ কোনো বা-বাতৰি নাই। সুধীৰ নাথলৈ লিখা বক্তব্যই হয়তো শেষ কথা।

মোৰ দুখৰ সমভাগী কোনোবা আছেনে। কোনে মোৰ হৃদয়ৰ বাৰতা ৰাখে। মোৰ জানো হৃদয় আছে। মোৰটো হৃদয় কাহানিবাই দিয়া হৈ গৈছে। হৃদয় যিহেতু নাযেই, দুখ কৰাৰ অৱকাশ ক'ত? লাভেই বা কি? শুনিবই বা কোনে? মই মাথো এটি যন্ত্ৰ।

মোৰ কান্দোনে আকাশ নোচোৱে, কাৰো হৃদয়ত প্ৰতিফলিত নহয়। এইবোৰ কেৱল কাব্য-কথা। কোনে উত্তৰ দিব আজি

"তোমাৰ কান্দোনে আকাশ চোৱে,

আকাশৰ পৰিধি চুই

আঁকি দিযে কান্দি-ইঁহা প্ৰলম্বিত ৰামধেনু

আশাৰ দীপালী সাজে

তৰাফুলৰ অলেখ চাকিৰে"

এতিয়া কেৱল সাজু হোৱাৰ সময় আত্ম বলিদান যজ্ঞলৈ। অকাৰণ জেদ নামিছে মনৰ মাজত।

—— OO ——

বিযাৰ দিন চমু চাপি আহিছে। ঘৰৰ সকলোকে এৰি যোৱাৰ দুখত মই দেই পুৰি মৰিব ধৰিছোঁ। মোৰ অবিহনে মাক কোনে প্ৰতিপাল কৰিব? মাৰ বেমাৰ ক'ত ভাল হ'ব? হয়তো ককাইদেউ, নবৌহঁতে মাক চাব, যতন ল'ব। হ'লেও ... মইযে নেথাকিম। বুকুত এপাত শেল লৈ মই যাবগৈ লাগিব।

মোৰ হ'বলগীয়া ঘৰখন বা কেনেকুৱা? কোৱা শুনিছো একেবাৰে ভিতৰুৱা গাওঁ অঞ্চল। মই আমাৰ তিপ্ৰবৰৰ ভৰলুৱা গাওঁখনৰ বাহিৰে আন গাওঁ দেখা নাই। তাতে নামনিৰ গাওঁ। তাৰ মানুহবোৰ বা কেনে? মাত-কথা, ব্যৱহাৰ-পাতি বা কেনে ধৰণৰ? মোক বা কেনে ধৰনে গ্ৰহণ কৰে? মোৰ সতে মিলিবনে তেওঁলোকে? মযেইবা মিলিব পাৰিমনে? আদি ভালেমান চিন্তা মনলৈ আহিছে।

কামৰূপ জিলাৰ এখন ভিতৰুৱা, গাৱঁত অৰুণাভ দাসৰ ঘৰ। গাঁৱৰ নাম তেতেলীগুৰি। পাহাৰৰ মাজৰ গাওঁ। য'ত ঘৰৰ কাষতে বাঘৰ গোজৰনি শুনিবলৈ পোৱা যায়।

বাঘে হেনো গোহালিৰ পৰা গৰু-ছাগলী টানি নিযেহি। যি নিজৰাৰ পানী গাঁৱৰ ৰাইজে খায—তাতে হেনো বাঘেও পানী খাবলৈ আহে। ৰাষ্ট্ৰীয ঘাই পথৰ পৰা ঘৰলৈ প্ৰায় চাৰি-কিলেমিটাৰ খোজ কাঢ়িব লাগে। ৰাষ্ট্ৰীয ঘাই পথৰ কাষলৈ ওলাই আহিলেহে বাচ ধৰিব পাৰি। ঘৰলৈ যোৱা বাটৰ দুযোকাষে পাহাৰ, পাহাৰৰ চেপে চেপে পথাৰ, নিজৰা, হাবি, ইত্যাদি। তেনে গাঁৱত মই দিন কটাব পাৰিমনে? ভাবিলে দেখোন ভয ভয লাগে।

যি ভবিষ্যতৰ বুকুলৈ খোজ আগবঢালো, তাৰ বিষয়ে কাল্পনিক ছবি আঁকি লাভ নাই। সময়ে মানুহক ন-ন ৰূপেৰে সজায়। অৰুণাভৰ গাৱঁত মানুহ আছে। য'ত মানুহ আছে, ত'ত মৰমো আছে। মৰম আদায কৰিবলৈ মযো মৰম দিব লাগিব। কৃপণালি কৰিলে নহ'ব।

মনৰ চিন্তা জোকাৰি পেলালেও, লগ এৰিব নোখোজে চিন্তাই। চেলাপটি জোকৰ দৰে খামুচি ধৰে চিন্তাই। কেনেকুৱা হ'ব বাৰু অৰণাভৰ গাওঁখন। শাৰী শাৰী বিস্তীৰ্ণ পৰ্বতমালাৰে বেষ্টিত গাওঁ। তামোল-পাণ, নাৰিকল, কল আদি গছেৰে সেউজীযা গাওঁ, বহাগ মহীযা ন-বৰষুণে জিপাল কৰা মাটি, মাটিৰ ফুৰ-ফুৰীযা মন উতলা কৰা গোন্ধ। পাহাৰৰ বুকুৰ প্ৰকাণ্ড প্ৰকাণ্ড শিল, শিলৰ বুকু-ফালি বৈ অহা নীলা নিজৰা, নিজৰাৰ কুলু, কুলু গীত। তাত গাঁৱৰ জীয়ৰী বোৱাৰীযে গা-ধোৱে, কাপোৰ খছে, সুখৰ দুখৰ কথা পাতে, কলহত পানী লৈ ঘৰলৈ ওভতে।

নিজৰাৰ কাষৰ হাবিত বিভিন্ন চৰাইৰ মাত; কেনে হ'ব শুনিবলৈ। বসন্ত কালৰ পাহাৰীয়া হাবিত কিমান যে কিচিমৰ চৰাই দেখা যাব, মইনা, কপৌ, কেতেকী, দহিকতৰা, টোকোৰা, হেতুলুকা, শৰালিহাঁহ, কুলি পৰঘূমা, হঁইঠা ইত্যাদি। কিছুমান চৰাইৰ কেৱল নামহে শুনিছোঁ দেখা পোৱা নাই আজি -পৰ্যন্ত। অৰুণাভৰ গাৱঁত চাগে সেই চৰাইবোৰ দেখা পাম।

কোৱা শুনিছোঁ, তেওঁলোকৰ পৰিয়াল ডাঙৰ। ববজনা তিনিজন, খুৰাশহৰ, শাহু, জেঠাহু দেওৰ, ননদ ভাগিন-ভতিজা আদিৰে পৰিপূৰ্ণ গৃহস্থী। মোৰে সতে চাৰিজনী বোৱাৰী। সদায় হেনো ভোজৰ ভাত ৰান্ধিব লাগে। মিলিব পাৰিমনে মই সেই মখা মানুহৰ লগত! তেওঁলোকে

মোক সহজ-ভাৱেগ্ৰহন কৰিবনে? কেনেকুৱা ধৰণৰ বা নীতি নিয়ম মানি চলিব লাগিব? জেশাহু আৰু ননদ আছে ঘৰত। কথাতে কয়ঃ

শাহু সুহৃদ ননদ কৃষ্ণা।

জেশাহু থাকিলে ঘৰৰ পৰা শুদ্ধ।

ঘৰখনত সদায খৰিয়াল লাগে থাকে নেকি? মোৰ অন্তৰাত্মা অচিনাকি বিপদৰ ভযত কপি উঠে। পাৰিমনে বাৰু ইমান সোপা মানুহৰ অন্তৰ জয় কৰিব? দিবনে তেওঁলোকে এধানি মৰম, একেৰি সহানুভূতি? সেইখন ঘৰৰ, গাৱঁৰ নীতি নিয়ম বোৰ মোক শিকাই দিবনে?

শাহু-আইজনী বা কেনেকুৱা। কথাই অকথাই কেতু কেতাই ধকা বিধৰ নেকি। বোলে ভাতৰ তিতা সহিব পাৰি, মাতৰ তিতা কেনেকৈ সহিবা" অসমীযা বিযা নাম সমূহত শাহুৰ বিষয়ে এনেদৰে কয়ঃ

নৈৰ পানী নিজনী

তোমাৰ শাহু যিজনী

কাইলৈ ৰাতিপুৱা সুমাই লব ৰান্ধনী।।

শাহু আইৰ বিষযে ভালেমান কাহিনী শুনিবলৈ পাওঁ, বান্ধৱী শুভ্ৰমালাই শাহু-আইৰ ঠেকা খাই দুমাহতে বেলেগে খাব লগা হৈছে। অথচ অন্য এগৰাকী বান্ধৱী কল্পনাৰ শাহুজনী আকৌ সম্পূৰ্ণ বেলেগ। কল্পনাক কিমান মৰম কৰে। বোৱাৰীৰ গাত টোপ এটাকে পৰিবলৈ নিদিয়ে। যেন মাক-জীয়েকহে। শাহু-আইৰ চেনেহৰ কথাকৈ কল্পনাই ওৰকে নেপায়।

পুৰুষপ্ৰধান আমাৰ সমাজত নাৰীৰ নিৰ্য্যাতন সম্পৰ্কে ভালেমান কথা শুনা যায। স্বামীযে ঘৰৰ ভিতৰুৱা কথাত চকু-কাণ নিদিযাৰ বাবে ভালেমান অঘটন ঘটে। কেতিয়াবা আকৌ নাৰীয়েই নাৰীৰ শত্ৰু হৈ অৱতীৰ্ণ হয়। তিৰোতাৰ অহমিকাৰ বাবেই এখন সুখী পৰিপূৰ্ণ গৃহস্থীত আউল লাগে। সেযে সংসাৰ যাত্ৰাৰ পথত সাৱধানে খোজ দিযাই বাঞ্চনীয। ধৈৰ্য্য, সাহস, সংযমৰ বৰ প্ৰযোজন হৈ পৰে এই যাত্ৰাত।

দৈনিক চুবুৰীয়া সকল বিয়াৰ খবৰ লবলৈ আহে। বিভিন্ন উপদেশ তথা দিহা পৰামৰ্শ মোক দিযে। নতুন ঘৰখনত কেনেকৈ চলিব লাগিব, ডাঙৰক কেনেকৈ সাদৰ-সন্মান জনাব লাগে, শাহু ৰৰজনাক কেনেকৈ ভাব-ভক্তি কৰিব লাগে, দেওৰ ননদক কেনেকৈ মৰম দিব লাগে, সকলোৰে ওচৰত সৰুটি হৈ কেনেদৰে কুৰুকি, কৰুকি, আটাইৰে হৃদয়ত সোমাব লাগে .. আদি বিভিন্ন দিহা-পৰামৰ্শ দিছে।

তদুপৰি গাঁৱৰ নীতি নিযম বেলেগ। ন কইনাৰ পদে, পদে, অপৰাধ। নগৰীয়া ছোৱালী বুলিলে আৰু দিগদাৰ। সেয়ে মই যাতে "বোৱাৰী পুৱা" তে উঠি গা-পা ধুই মূৰ ফণিযাই তেল-সেন্দুৰ লওঁ আৰু ঘৰুৱা বনত ধৰোঁ — তাৰ বাবে শুভাকাংখী মহলে সকিয়াই দিছে। ৰৰজনা, শহুৰ, খুৱা শহুৰৰ আগাত ওৰণি লৈ সন্মান জনাবলৈ কৈছে। ডাঙৰক চাহ-জলপান, ভাত আদি খাবলৈ দিলে — ঠাইখন পৰিস্কাৰ কৰি, মচি-কাচি সেৱা-সৎকাৰ কৰি ভাব-ভক্তিৰে দিব লাগে। খোজ দিওঁতে, কথা কওঁতে হাঁহোতে, সাৱধানে, সংযমৰে থাকিবলৈ কৈছে। যাতে দহজনে বেয়া বুলি ক'ব নোৱাৰে।

ইমানবোৰ নীতি নিয়মৰ বকলা শুনি মোৰ হিয়াৰ আমঠু শুকাই গৈছে। লুকাই লুকাই, দেখুৱাই-দেখুৱাই মই কান্দিছোঁ।

কেতিয়াবা চুবুৰীয়া মানুহ বিয়াৰ খবৰ কৰিবলৈ আহি মোক লগ নকৰাকৈ ঘূৰি গৈছে। লগ দিয়া নাই মই। বিয়াৰ খবৰ লৈ যাবৰ বেলা তেওঁলোকে কৈছে !!"ছোৱালীকণক এবাৰ মাত দিব খুজিছোঁ।" . ওলাই অহা নাই মই। শোৱনি গৰতে চেপেটা লাগিছোঁ। কান্দিছোঁ। কুমুদ ককায়ে গালি বৰ্ষণ কৰিছে ঃ "খালি কান্দিব জানে তাই। মানুহ আহিছে ওলাই মাত এবাৰ দিব নোৱাৰে। মাত এবাৰ দিলে কি হয়! মুখৰ পৰা সোণ কণ খহি পৰে নেকি? মানুহৰ মাতশাৰহে ডাঙৰ সম্পদ .. ... বাইজৰ আশীৰ্বাদেই নেলাগে কাক? বাইজৰ আশীৰ্বাদেই তোক মনত বল দিব"

বিয়াৰ খবৰ জনাই হিৰণ্ময়লৈ এখন চিঠি দিছোঁ মই। ভালেমান দিনৰ মূৰত লিখিলো এয়া!

হিৰণ্ময়ে সহিব পাৰিছেনে এই দুখৰ কথা এই দুখৰ খুন্দা। তেওঁ বাক জুলি-পুৰি থকা নাইনে? তেওঁ কেনেকৈ নিৰবে আছে? কেনেকৈ আছে! ... ... তেওঁ মোৰ বিয়াৰ বতৰা শুনি আনন্দিত হৈছে নেকি? আপদ আঁতৰিল বুলি? ... .. ... নহ'লে তেওঁ কেনেকৈ আছে? তেওঁৰ কৰণীয় একো নাইনে? তেওঁ কেনেকৈ ইমান ত্যাগী পুৰুষ হ'ব পাৰিছে! নে তেওঁ সংকোচ বদ্ধ!

বিয়াৰ দিন যিমানেই চমু চাপিছে সিমানেই নিতাল মাৰিছোঁ মই! কিন্তু অকণ নিৰলে বহি চিন্তা কৰাৰ আহৰি নাই। ইঘৰ-সিঘৰত মোক ভাত চাহ খাবলৈ নিমন্ত্ৰণ কৰিছে। ঘৰত থাকিলেও বিয়াৰ খবৰ লোৱা মানুহৰ সমাগম। তদুপৰি বিয়াৰ দিন ঠিক হোৱা দিন ধৰি আত্মীয় স্বজন, মিতিৰ-কুটুমে ঘৰখন গিজ্‌গিজাই আছে। ভৰলুৱা গাঁৱৰ বৰদেউতাৰ পৰিয়াল, ঘিলাধাৰীৰ পেহীদেউৰ পৰিয়াল সেনচোৱা গাৱঁৰ মোমাই হঁত, কুৰুৱাবাহীৰ পেহীদেউৰ জীয়েকৰ পৰিয়াল, জাঁজি বামুনপুখুৰীৰ নিশি ককাইৰ বৌহঁতৰ ঘৰৰ মানুহ, ইত্যাদি। নিশা বিচনা, মাটি ক'তো খালি ঠাই নেথাকে। মাটিযে-বালিযে বিচনা পাৰি মানুহ শুইছে।

মোৰ বাবে অকণ নিৰল ঠাই নাই, অকণ নিজা সময় নাই। মোৰ হৃদয়ৰ বতৰা কোনে ৰাখে।

জাক গাভৰু ছোৱালীৰ হাঁহি-খিকিন্দালি, তিৰোতা সকলৰ বিয়নি মেল, আটা চলাই আটা চালিছে, চাউল জৰাই চাউল জাৰিছে, চিৰা বচাই চিৰা বাচিছে, কাওলা-কাওলি, হুলস্থুল, ডেকালৰাৰ গিজ্‌গিজনি.... মুঠতে ঘৰখনত ক'তো অকন নিৰল ঠাই নাই।

ককাইহঁতে যৌতুকীয়া বস্তু সমূহৰ দিহা কৰিছে। কাঠৰ পালেঙ, চকী-মেজ, আলমাৰী, লেপ-তুলি, গাৰু, ট্ৰাংক কাঁহী-বাতি, লোটা-ঘটি, চৰিয়া, ক'ত ৰকমৰ যে বস্তু! গামোচা, চাদৰ, চেলেং চাদৰ, মেখেলা, বেডকভাৰ, বেডচিট, পৰ্দা, টেবুল কভাৰ — আদি বিভিন্ন প্ৰকাৰৰ কইনাৰ লাগতিয়াল কাপোৰ-কাণিবো ব্যৱস্থা কৰিছে। ককাইদেউ হঁতৰ গাত ভৰণি নাই। দিনৰ দিনটো সিহঁত ব্যস্ত। ইফালৰ পৰা সিফাললৈ দৌৰা-দৌৰি! ৰভাৰ কাৰণে টিনপাত, ট্ৰিপাল আদিৰ জোগাৰ কৰা, মানুহ ৰভা তলত বহিবৰ কাৰণে চকীৰ অৰ্ডাৰ দিয়া, খুৱাবৰ কাৰণে মেজৰ অৰ্ডাৰ দিয়া, মিঠাই, লুচি-তৰকাৰী আদি তৈয়াৰ কৰিবৰ কাৰণে কাৰিকৰ বিচৰা, ৰভা-পৰলা উঠাবৰ কাৰণে মানুহ জোগাৰ কৰা, বিয়াৰ নিশাৰ কাৰণে বিজুলী-বাতিৰ ব্যৱস্থা কৰা, বিয়াৰ

কাৰণে নিমন্ত্ৰণী পত্ৰ ছপাবলৈ দিয়া, দৰালী ঘৰীয়া ৰাইজৰ কাৰণে ভোজৰ ব্যৱস্থা কৰা, মাছ-মঙহৰ জোগাৰ কৰা, নিশা ঢুলীয়া ওজাৰ নিমন্ত্ৰন, হোমৰ কাৰণে বিভিন্ন বস্তুৰ জোগাৰ কৰা, বামুনৰ জোগাৰ কৰা, মুঠতে অফুৰন্ত ব্যস্ততা সিহঁতৰ। যেন মৰিবৰো সময় নাই।

বিয়ালৈ এসপ্তাহ মান থাকোঁতেই জোন ককাইদেউক কুমুদ ককাইদেৱে ক'ৰবাৰ পৰা ধৰি আনিছে। তাৰ চেহেৰা দেখি আমি সকলোৱে বিচূৰ্ত্তি খাইছোঁ। হায়! কি ল'ৰা কি হ'ল। ডাডিৰে-চুলিয়ে ভোবোকাৰ, দুৰ্গন্ধময় চেহেৰা। লেতেৰা আৰু ফটা চিটা কাপোৰেৰে তাক পাগলৰ দৰে দেখা গৈছে। সি চাগে কেবাসাজোঁ লঘোনে আছে। সেয়ে দুৰ্বল আৰু নিশকতীয়া হৈ পৰিছে। কুমুদ ককাইদেউক কাষতে দেখিও সি পলাই যাবলৈ চেষ্টা কৰা নাছিল। সেযে ককাইদেৱে তাক সহজতে ধৰি আনিব পাৰিলে।

লেতেৰা-পেতেৰা কাপোৰ কানিবোৰ সোলোকোৱাই তাক ককাইদেৱে এখন গামোচা পিন্ধিবলৈ দিলে। লেতেৰা কাপোৰ বোৰ দূৰৈত গাঁত খান্দি পুতি পেলালে। তাৰ শৰীৰ ৰ পৰা নিৰ্গত হোৱা ভেকেটা ভেকেট গোন্ধত আমাৰ উকতি-উকতি বমি আহিবৰ উপক্ৰম হৈছে। জীয়া-মানুহৰ শৰীৰো এনেকুৱা গোন্ধায়নে? পুৰা সাত-আঠ বাল্টি কুহুমীয়া গৰম পানীৰে ককাইদেৱে নিজহাতে তাৰ গা ধুৱাই দিলে। দুই-ডোখৰ গা-ধোৱা চাবোন তাৰ শৰীৰত ঘহোঁতে খৰচ হ'ল। তাৰ গাৰ পৰা তৰপা-তৰপে মলি এৰাইছে। যেন গছৰ বাকলিহে খহি পৰিছে। মালিৰে তাৰ শৰীৰ পুতি পেলাইছে। দেখোতা সকলে ইস্ আস্ খন কৰিব লাগিছে। ভোলৰ জালেৰে ঘঁহি ঘঁহি কুহুমীয়া পানীৰে তাক গা-ধুৱাওতে এঘন্টাৰো বেচি সময় লাগিল।

গ-পা ধুৱাই শেষ কৰি ককাইদেৱে তাক এসাজ পৰিষ্কাৰ ধুতি-চোলা পিন্ধিবলৈ দিলে। পেটত আহাৰ পৰাৰ লগে লগে তাৰ টোপনি ধৰিলে। বৰ দেউতা হঁতৰ ঘৰত, এটা আচুতীয়া কোঠাত তাক শুবলৈ দিয়া হ'ল। সি তাত নিৰাপদে টোপনি গ'ল। বিয়াৰৰীযা হাই-উৰুমিযে তাক পশিব নোৱাৰে। সকলোকে ককাইদেৱে সাৱধান কৰি দিলে যাতে কোনেও তাক আমনি নকৰে। পুৰা এদিন-এনিশা সি মেৰাই মেৰাই শুলে। সি কিজানি বহু নিশা উজাগৰে আছিল।

বহুদিনৰ মূৰত হেৰোৱা পুতেকক কাষতে পাই মা অতিশয় সুখী হ'ল। হেজাৰ হওঁক নিজৰ পেটৰ পোৱালি। দুষ্ট হওক, দগবাজ হওক — বুকুৰ মাণিক।

জোন ককাইদেউ সুস্থিৰ হ'ল। ডাঙৰ ককাইদেৱে তাৰ আগত মোৰ বিয়াৰ কথা ক'লেঃ "জোন। আমাৰ একেজনী মাথোন ভনী। দেউতা সকতেই মৰি গ'ল। ভগবানৰ ইচ্ছাত তহঁতক মই ডাঙৰ কৰিলো। . এতিয়া মে'ৰ পাঁচ তাৰিখে তাইৰ বিয়া। দৰা-সোনাপুৰৰ, তেতেলীগুৰি গাঁৱৰ। আমি সকলোৱে মিলি তাইৰ বিয়াখন পাতিছোঁ, . সকলো বয় বস্তুৰ যোগাৰ ইতিমধ্যে হৈ গৈছে, . এতিয়া আটাইতকৈ ডাঙৰ দায়িত্বটো তোৰ ওপৰত জোন। তই তাইক বিয়া দিব লাগিব হোমৰ জুইৰ কাষত বহি তই তাইক জোঁৱাইৰ হাতত অৰ্পণ কৰিব লাগিব বৰ ডাঙৰ কাম জোন। তই পাৰিবিনে জোন! তই পাৰিবিনে? ক' জোন?"

ঃ "পাৰিম ককাইদেউ .. . . মই পাৰিম" জোনে একে আষাৰেই ক'লে।

ঃ "কিন্তু জোন। তাৰ কাৰণে তোক ধৈৰ্য্যৰ দৰকাৰ। মই মদ খাব নোৱাৰিবি। বৰতীয়া শৰীৰেৰে পবিত্ৰ মনেৰে এই কাৰ্য কৰিব লাগিব"

ঃ " .. ... ... ককাইদেউ! মই ভনীক একোকেই দিব পৰা নাই ... ... ঘৰত থকা কালত

তাইক কেৱল দুখকেই দিলো, মই তাইৰ বিয়াখনত একোৱে ই অশান্তি নকৰে তইঁত নিশ্চিন্ত থাক মই কথা দিছোঁ।"

কুমুদ ককাইদেৱে জোন ককাইদেউক পেন্ট আৰু চাৰ্ট কিনি দিলে। বিয়াৰ দিনা হোমৰ গুৰিত বহিবলৈ পাঞ্জাবী চোলা আৰু ধুতী কিনি দিলে — ককাইহঁতে। সি এটা নতুন মানুহত পৰিণত হ'ল। সি যেন দ্বিজ হ'ল।

বিয়া এদিনীয়া। বিয়াৰ দুদিন আগতেই বিযাৰ গেট সজা, ৰভা পৰলা দিয়াৰ কাম শেষ হৈছে। গোলাঘটীয়া শিল্পী হিমেন দাসে আশাশুধীয়া প্ৰচেষ্টাৰে বিযাৰ গেট সজাইছে। হিমেন দাস বেলি ককাইদেউৰ অন্তৰঙ্গ বন্ধু। তেওঁ এজন শিল্পী। বাটৰুৱাই বৈ এখন্তেক চাই গৈছে বিযাৰ গেটখন।

কাঠৰ বয বস্তুখিনিও সুন্দৰ হৈছে। ৰাইজে শলাগিছে। নিশি ককাইৰ সখী জীৱেশ্বৰ ৰাজখোৱাৰ নিজৰ কাঠৰ দোকান আছে। ককাইৰ তাগিদাত তেওঁ উৎকৃষ্ট কৰি জাকত-জিলিকা, মজবুত কাঠৰ-মাল তৈযাৰ কৰি দিছে। দুখন পালেং, চোফা-চেট ডাইনিং চেট, আলমাৰি, আলনা, ৰাকচ, ৰেক, আদি জীৱ ককাইদেউৰ দোকানৰ পৰা আনি ৰভা-ঘৰৰ এচুকত সজাই থৈছে। ইতিমধ্যে লেপ, তুলি, আদিও আনি পোৱাইছে।

অহা আহিছে, যোৱা গৈছে। নিৰলে অকমান বহি এফোঁটা কান্দিবলৈকো ঠাই নাই — সময নাই। ইচ্ছা নেথাকিলেও শুকান হাঁহি এটা ওঁঠত আঁকি লৈ সকলোকে মাত-বোল কৰি ফুৰিছোঁ। ডাঙৰ ককায়ে সাৱধান বানী শুনাইছে "তই কিন্তু কাইলৈ এফোঁটাও চকুপানী নুটুকিবি। মাৰ অৱস্থাটো দেখিছই নহয়। . " কেনেকৈ ঘটা-কোবাই ফুৰিছে তই কান্দিবলৈ ধৰিলে মাৰ ফআলে আধ্যা হ'ব ভালে কুশলে, একো এটা অঘটন নঘটাকে বিযাখন হৈ গলেই হয গতিকে সাৱধান। কন্দা-কটাখন নকৰিবি।"

কাইলৈ বিযা। নিশা মই অকলে শুলো। জাক গাভৰু ছোৱালীযে মোৰ সতে শুবলৈ হেতা-ওপৰাখন কৰিছিল। ববাই মোমাইৰ জীযেক ৰূপহী, কুশাই দদাইৰ জীযেক মিনু, দুৰ্বী বাইৰ জীযেক ৰেখা একেলগে শুবলৈ হেপাহ কৰিছিল। মই কাকো লগত শুবাই নললো। আজি সম্পূৰ্ণ অকলে শুম। নিশা গভীৰ হৈ অহাৰ লগে লগে বিচনাত বাগৰি জুগৰি খুব কান্দিলো। কাইলৈ মোৰ কন্দা মনা। আজিযে কান্দি লওঁ। সাৱধানে কান্দিছোঁ। কোনেও যাতে গম নেপায। হিৰন্ময়লৈ বৰকৈ মনত পৰিছে।

কাইলৈ মই যোৱাৰী সাজেৰে সাজিম।

হিৰন্ময়যে নেদেখিব মোক।

চিৰদিনৰ বাবে জনম ঠাইখন এৰি যাম। বুকুখন শুদা শুদা লাগিছে। কাৰ বুকুৰ মানিক কোনে লৈ যাব।

দোকমোকালিতে বিচনা ত্যাগ কৰিলো। বিয়াৰ ৰভাখন এবাৰ চাই আহিলোগে। গা-পা- ধুই ব্ৰাহ্মণ অহালৈ বাট চাইছোঁ। তাৰ আগতে পানী এটোপাও খাব নেপায় হেনো। জোন ককাইয়ো লঘোনে আছোঁ।

ন বজালৈকে ব্ৰাহ্মনৰ দেখা-দেখি নাই। ব্ৰাহ্মণ সাত বজাতে অহাৰ কথা আছিল চোন।

পিচে ইমান বেলি কৰিছে কিয়। আমনি লাগি গৈছে।

ব্ৰাহ্মণ আহিলত ব্ৰাহ্মণৰ নিৰ্দ্দেশ ক্ৰমে জোন ককাই আৰু মই বৈদিক-কৰ্ম কৰিলোঁ। ন-পুৰুষৰ শ্ৰাদ্ধ কৰিলো। কামখিনি শেষ কৰি এগিলাছ গৰম গাখীৰ খালো। আজি উপবাসে থাকিব লাগিব।

মায়ে টেকেলী ধৰিছে। সেয়ে মায়েয়ো লঘোনে আছে। ৰুগীয়া মানুহ। মাক টেকেলী ধৰিবলৈ সকলোৱে বাধা কৰিছিল। মা কিন্তু আকোঁৰ গোজ। টেকেলী ধৰিবই হেনো।

. মাক কিন্তু বেচ তজ্‌বজীয়া দেখা গৈছে। মুখ ফৰকাল, যেন শৰতৰ মুকলি আকাশ। উকা পাটৰ মেখেলা, বগা ব্লাউজ, গুণাৰ পাৰি দিয়া দিয়া বগা ভৈলৰ চাদৰ পিন্ধিছে। জবা-কুসুম তেল টেপ্ টেপীয়াকৈ মূৰত ঘঁহি নিকাকৈ মূৰ আঁচুৰিছে। টগবগাই ফুৰিছে মানুহজনী। মাৰ উলাহ দেখি মোৰো ভাল লাগিছে।

এদিনীয়া বিয়া। সেয়ে উদুলি মুদুলি খন লাগি পৰিছে। দুপৰৰ পৰাই মানুহৰ সোঁত বৈছে। ইমান মানুহ। যেন গোলাঘাট চহৰখন ভাঙি চিঙি আহিছে। দূৰণিবটীয়া মানুহবোৰ খোনোৱে দিনটিয়াকৈ আহি গুছি গৈছে। লগ সমনীয়া গাভৰুহঁতে মোক কইনা সজাই দিছে। গুৱাহটীয়া জোৰোণ বিৰ্যলিহে আহি পাব। ৰঙা-সেউজীয়া বুটা-বছা বগা বৰণীয়া পাট-কাপোৰ এসাজ মোক পিন্ধাই দিছে। বৰদলৈ খুড়ীৰ মাজু বোৱাৰী লখিমীৰ গহনাখিনি মোক পিন্ধাই থৈছে। ওখকৈ খোপা বান্ধি, খোপাত তগৰফুল গুজি দিছে। মুখত বিভিন্ন প্ৰকাৰৰ প্ৰসাধন ঘঁহি দিছে। কপালত দগমগীয়া সেন্দুৰৰ ৰঙা ফোঁট।

হাতত পান তামোলৰ বটা লৈ মই বিয়া খাবলৈ অহা ৰাইজক সোধ-পোচ কৰি ফুৰিছোঁ। অন্যান্য নগৰীয়া কইনাৰ দৰে সাজি কাচি ৰভা-তলত বহি থকা নাই। ধৈৰ্য্যৰ বান্ধোনেৰে কট্‌কটীয়াকৈ বান্ধি থৈছোঁ মন, সকলো শোক চেপি থৈ সকলোকে এষাৰ মাত দিছোঁ।

বৰযাত্ৰী আহি জিৰণি লবৰ কাৰনে নগৰৰ মাজ মজিযাত এটি ঘৰ ভাডা লোৱা হৈছে। এমেচাৰ চচাইটিৰ ঘৰ। ককাইহঁতে আগধন দি সাজু কৰি ৰাখিছে।

দিনৰ দুই বজাত গুৱাহাটীৰ পৰা বৰযাত্ৰী আহি সেই ঘৰত উপস্থিত হ'লহি। আমাৰ ফআলৰ পৰা ভালেমান ডেকা-লৰা ৰখা হৈছে বৰ যাত্ৰীক আল-পৈচান ধৰিবলৈ। বৰ- যাত্ৰীক গা-পা ধুবলৈ সুবিধা কৰি দিছে। খোৱা বোৱাবো যোগাৰ কৰি দিছে। তেওঁলোকে যাতে কোনো অসুবিধা অনুভৱ নকৰে তাৰ কাৰণে যুবক-দল সদা-সতৰ্ক হৈ আছে।

বিয়লি চাৰি বজাত দৰা-ঘৰীয়া আযতী সকলে জোৰোন লৈ আমাৰ পদুলি পালেহি। হুৰা-দুৱাধন লাগি পৰিল। কোনো-কোনোৱে কান্দিছে। কোনোৱে উলহৰ মাদলি হৈ গুৱাহাটীৰ আইসকলক চাবলৈ দৌৰিছে। জোৰোন দিবলৈ অহা আযতী সকলক ৰভা-তলত ফুলাম দলিছাত বহিবলৈ দিলে। তামোল চালিৰে অভৰ্থনা জনালে।

দুগৰাকী বয়সীয়াল মহিলাই মোক ওৰনি-বাৰণি দি ধৰি ধৰি বাহিৰলৈ ৰভা-গৃহলৈ উলিয়াই আনিলে। তিৰোতা সকলৰ উৰোলি-ধ্বনিত ৰভাঘৰ খলক লাগিল। সমগ্ৰ পৃথিবীত যেন ভুইকঁপ হে হৈছে।

মোৰ খোজবোৰ থৰক বৰক হৈছে। সৰ্ব্বশৰীৰ থক্ থক্কৈ কপিছে।

চকুৰে ধুৰঁলি-কুৰঁলী দেখিছোঁ। ভয় লাজ সংকোচে আগুৰি ধৰিছে মোক। অন্তৰৰ নিজান থলিত শোক উথলি উঠিছে। পিচে আজি মোৰ কন্দা মনা। কান্দোন বন্ধ কৰিবলৈ গৈ ভূতে পোনা মানুহৰ দৰে কপিবলৈ ধৰিছোঁ।

ঃ " ছোৱালী কণক ভালকৈ ধৰা। পৰিব এতিয়া। লঘোনীয়া দেহা। তাতে কন্দা-কটাখন কৰি আছে" বৰদলৈ খুড়ীদেৱে কৈছে।

আযতী সকলৰ মাজত ফুলাম-পাটিত মোক বহুৱালে। মোৰ দুয়োকাষে বহিল ভৰলুৱাৰ চম্পাকলি বৌ আৰু নিৰলা বৌ। দৰাৰ বৌয়েকে জোৰোণ পিন্ধাবলৈ ধৰিলে। গুণাৰ বন কৰা বগা ৰিহা মেখেলা জোৰ পিন্ধাই দিলে। সোনৰ আঙুঠি এটি বাওঁহাতৰ মধ্যমা আঙুলিত পিন্ধাই দিলে। সেনপহীয়া আঙুঠি। চুলি-কোঁচা মেলাই তেল ঘঁহি দিলে। ভালকৈ ফনিযাই ওখকৈ খোপা বান্ধি দিলে। পোণকৈ সেওঁটা ফালি শিৰত সেন্দূৰ দিলে। কপালত সেন্দূৰৰ ফোঁট দিলে।

এই সমূহ কাৰ্য চলি থাকোতেই মাজে-মধ্যে উৰুলিৰ শব্দত ৰভা-ঘৰ ৰজনৰজনাই যায়।

মই বোৱাৰী হ'লো।

তেওঁলোকে এপদ-এপদকৈ মোৰ শৰীৰৰ পৰা পিন্ধি থকা অলংকাৰ বোৰ খুলি পেলালে। তেওঁলোকে লগত অনা সোণৰ অলংকাৰ বোৰ পিন্ধাবলৈ ধৰিলে। জাত জাত বিয়ানাম জুৰি আযতী সকলে গাবলৈ ধৰিলে।

"ৰাম ৰাম মাৰৰ অলংকাৰ
ৰাম ৰাম থোঁৱাহে ৰুক্মিনী
হৰি মোৰ ঐ বাপেৰৰ অলংকাৰ থোঁৱা।
ৰাম ৰাম, ৰামে দি পঠাইছে
ৰাম সুবৰ্ণ অলংকাৰ
হৰি মোৰ ঐ হাতে জোৰে কৰি লোঁৱাহে।"

আকৌ—

ঔৰে গছতে সিজু বিজু বিজু বন
মৌৱে বাঁহে ললে সিজু বিজু বিজু বন
দাদা পাৰি দিয়া খাৱে হে সিজু বিজু বন
ফুলি আছে বৃন্দাবন
ৰামে দিয়া চাদৰখন
পিন্ধো পিন্ধো কৰে মন।

আকৌ

টেবুলৰ ফুলদানী হাতলৈ লোৱা
মৰমৰ ভনীটি, কি লাগে কোৱা।।
একো মোক নেলাগে সকলো আছে

জীয়াৰী জীৱনটো ঘূৰাই মোক লাগে।

জীয়াৰী জীৱনটো ঘূৰাই নোপোৱা

কাইলৈ ৰাতিপুৱা বোৱাৰী হ'বা।।

বিয়া নাম বোৰ কেনেনো মৰ্ম্মস্পৰ্শী। কেনেদৰে জোকাৰি দিয়ে বুকুৰ পাঁজৰ। শেলৰ লেখীয়কৈ বিন্ধে হিয়াত! সচাই কাহানিও ঘূৰাই নেপাওঁ জীয়াৰী জীৱন। যি জীৱনত ককাই-আইৰ মৰমত ডুব গৈ আছিলো। লগ সমনীয়াৰ লগত মুকলি মনেৰে হাঁহিছিলো।,খেলিছিলো। স্কুল-কলেজলৈ গৈছিলো। মাৰ বুকুৰ উমত শুই শুই সপোন ৰচিছিলো। ক'ত আৰু ঘূৰাই পাম সেই মুকলি মুৰীয়া গাভৰু জীৱন। কাম-বন নকৰিলেও কওঁত্ৰ মাতোতা কোনো নাই। একেজনী মাথোন ভনী বুলি মৰমতে টোপ পৰিবলৈ নিদিয়ে। গ'ল আৰু সেই জীৱন! হিয়া ঢাকুৰি কান্দিলেও ঘূৰি নাহে সেই জীৱন।।

বিয়াৰ পিচৰ জীৱন-চোৱা বা কেনে হয? হ'বলীয়া ঘৰখনৰ মানুহ-দুনুহ বোৰ বা কেনে? মোক জানো মৰমৰ এনাজৰীৰে বান্ধি লব? চকুদুটা সেমেকি উঠিল। ওৰণিৰ তলতে দুচকু পানীৰে ওপচি পৰিল। ককাইদেউৰ সাৱধান বাণীলৈ তৎকালেই মনত পৰিল।মোৰ যে আজি কন্দা মনা আছে কান্দিলে অথন্তৰ ঘটিব।।

গাভৰু-ছোৱালীহঁতে আকৌ গাইছে

আমাৰে আইদেউ নিচেই কুমলীয়া
নিচেই কপাতৰ থুৰি।
আঁটিব নেজানে কৰ্কালৰ কাচুটি
মেলাব নেজানে চুলি।।
চাৰি ভাইৰ মাজৰে নুমলি ভনীটি
খাই দোৱা ভজা চিৰা,
টান বন নিদিবা লঘোনে নথবা
চেঁচুকৰ ডাম ডেউকা।

জোৰোন পিন্ধাই আঁতাই দৰা-ঘৰীয়া আইসকলে সমুখৰ আইনাত নিজৰ মুখনি চাবলৈ কলে। নেচালো মই। বোৱাৰী সাঁজেৰে নিজক চাবলৈ ভয় লাগিল। অনামী ভয়ে মোক দুৰ্বল কৰি পেলাপে। ক'ত খোজ দিবলৈ ওলালো মই।

জোৰোণ দিবলৈ অহা আয়তী সকলক, লগতে পুৰুষ সকলক আদৰ-সাদৰকৈ খুৱালে, বুৱালে। মোক ৰবজনা আৰু জেষ্ঠ সকলক সেৱা-সৎকাৰ কৰিবলৈ ভবলুৱাৰ বৌহঁতে শিকাই দিলে। তামোল-পাণৰ বটা লৈ সেইসকলক সাষ্টাঙ্গে প্ৰণিপাত কৰিলো। সৰ্ব্বশেষত সকলোৰে আশীৰ্বাদ জনাই যাবলৈ ওলাল।

জোৰোন যোৱাৰ পিচত মাযে মোক গৰা মাৰি ধৰি হিয়া-উজাৰ কৰি কান্দিলে। মোৰো কান্দিবৰ মন গৈছিল। আজি মোৰ কন্দা নিষেধ। ককাইৰ বাণী মনত পেলালো।

সন্ধিয়াৰ পৰা বিয়া-ঘৰ অধিক উদুলি-মুদুলি হৈ পৰিল। ৰঙীন লাইটেৰে সজ্জিত ৰভাঘৰ

জকমকাবলৈ ধৰিলে। নিশি ককায়ে ৰঙীণ লাইটৰ ব্যৱস্থা কৰিছে। তাৰ জ্ঞান-বুদ্ধি সকলো কামত লগাইছে। তিৰোতা-সমাজ বহা ৰভাতলত মোক মাজত লৈ আয়তী সকলে বিযানাম জাত জাত গাবলৈ ধৰিলে।

ৰাচিযাৰে বেবিমুন আকাশলৈ উৰালে
বাইদেউৰ মুকলি মন কোনে বাৰু ভুলালে
এদিনাখন সন্ধিযা বাইদেউ হৈছেল বলিযা
তেতিয়াহে জানিলো বাইদেউ কেনেকুৱা।
ইলা গছৰ ঘিলাপাত
অতীতৰ লাভাৰলৈ মাৰি দিলা বজ্ৰপাত
সৰস্বতী সোনৰ বিণ
মৰম দি মৰম এৰা ইযে নিকি প্ৰেমৰ চিন?
আকৌ
বাইদেউ ঐ খাবলৈ ভাল কমলা, চাবলৈ ভাল চিনেমা
বাইদেউ ঐ অতীতৰে ভালপোৱা, আছিল নেকি কোনোবা?
বাইদেউ ঐ তেজ ধুলে উটিব, মঙহ ধুলে ডুবিব
বাইদেউ ঐ অতীতৰ ভালপোৱাই শাঁও দিলে লাগিব।।

বিযানামৰ অৰ্ন্তনিহিত ভাৱনাই মোৰ হৃদয থকা সৰকা কৰিলে। কানদুখন ক'লা হৈ যোৱা হ'লে মোৰ।।

আকৌ
অ' মন চাৰু,
ককাইদেউ আনিছে পকোৱা খাৰু;
নিপিন্ধো ককাইদেউ, পকোৱা খাৰু
কাইলৈ শুদা হ'ব বিচনাৰ গাৰু।।
ভনীটি, ভনীটি, খোৱাঁহি ভাত।
মৰমৰ ককাইদেউ, নেখাওঁ মই ভাত।।
বাৰু ভনীটি, নোখোৱা ভাত,
পুৱাৰে বাহিৰন গতালা কাক? ... ... ... ... ... ... ইত্যাদি।

ইয়াৰ মাজতে এভাগ আয়তী ওলুম্ জুলুমকৈ কলহ, ডুণৰি লৈ পানী তুলিবলৈ ওলাল। পুৰণা-আমোলাপট্টিত এটা তিনিচুকীয়া আকৃতিৰ বৰ-পুখুৰী আছে। গোলাঘটীয়া ৰাইজে তাকে যমুনা বুলি কয়। ভেট, আৰু পদুমেৰে সুশোভিত সেই যমুনাৰ পানী বিয়া-সবাহ, পূজা আদি

মাঙ্গলিক কাৰ্যত ব্যৱহৃত হয়। নিৰ্মল পানীৰ সেই যমুনা দূষিত কৰিব নোৱাৰাকৈ ৰাইজে ৰক্ষণাবেক্ষণ দিয়ে। পানী তুলিবলৈ যোৱা আযতী সকলে পানীতোলা নাম গাবলৈ ধৰিলে। ৰিণিকি ৰিণিকি তাৰ সুৰ ওপঙি আহিল।

ৰাম ৰাম পানী তুলিবলৈ
ৰাম ৰাম দৈৱকী ওলালে
হৰি মোৰ ঐ কাষতে কলচী লৈ

জোন বেলি লগাই থৈ আহিছোঁ জোন বেলি সোনৰ খুটিগছা
তৰা ঐ এতিযাই আহোঁগৈ বুলি।
জোন বেলি জলে নেৰায়নে জোন বেলি এৰিকে নিদিযে
তৰা ঐ মোকে লৈ যোৱা বুলি।।
জোন বেলি পাঞ্চ বৰণীযা জোন বেলি পাচোঁটি টেকেলি
তৰা ঐ ঘিলা বৰণীযা পানী।
জোন বেলি আইদেৱে সুধিলে জোন বেলি কৰা কিযে বুলি
তৰা ঐ গৌৰী সাগৰৰে পানী।।
জোন বেলি বাটতে ফুলিলে জোন বেলি বাটে গুৱামালী
তৰা ঐ ঢাপতে ফুলিলে জৰা।
জোন বেলি চকুৰি গোপিনী জোন বেলি আহে পানী তুলি
তৰা ঐ সাগৰৰে পৰা।।
জোন বেলি বাঁহৰে আগতে জোন বেলি জোনে চিকে মিকায
তৰা ঐ মই বোলো কিবা ফুল ফুলে।
জোন বেলি সীতা আইৰ পদুলিত জোন বেলি ছকুৰি গোপিনী
তৰা ঐ পাৰে বুলে যেন বুলে . ।।

আযতী সকলে পানী তুলিবলৈ যোৱাৰ সুৰুঙাতে ভৰলুৱাৰ চম্পাকলি বৌৱে মোক ভিতৰলৈ লৈ গ'ল। গাখীৰেৰে চিৰাৰ জলপান এবাটি খাবলৈ দিলে। লগতে মালভোগ কল দুটা।

ঃ " বৌ, মায়ে কিবা খাইছেনে বৌ?"

ঃ " তুমি চিন্তা কৰিব নেলাগে তৰা, মাৰক খুৱাইযে আছোঁ, পৰে পৰে, গাখীৰ, মালভোগ কল, চিৰা, আপেল আদি। তোমাক হে খুৱাবলৈ চল নেপাওঁ। মানুহে আগুৰি ৰাখে তোমাক তৰা, তোমাক কিন্তু আজি সবগৰ অপেশ্বৰীহেন লাগিছে। চাওঁ চুমা এটা খাওঁ,"

চম্পাকলি বৌৰ আদৰত মই খেঁকুৰি দিলো। বৌৱেও চাদৰৰ আচলেৰে চকু মুচিলে। পাকঘৰত কেৱল বৌ আৰু মই। কোনো নাছিল।

ঃ " মাক কেনে দেখিছে বৌ?"

ঃ " মাৰাৰ দোখোন ভাল, যেনিবা দৈৱিক শক্তিহে লভিছে মাৰে, বোলে নহবৰ হল বাঁজিৰ গা-ভৰা লৰা হল তোমাৰ বিয়াৰ কাৰণে যিমানহে আনন্দ মাৰৰ উপযুক্ত বোৱাৰী পাব মাৰাই। আকৌ মোচৰ খাই উঠিল বুকুখন।

.. . ..

চহৰৰ মাজ মজিযাত আমাৰ ঘৰ । তথাপিও আন চহৰীয়া বিয়াৰ লেখীয়া মোৰ বিয়া নহয় । প্ৰাচীন গাৱলীয়া বিযাৰ দৰেই ভালেমান নীতি নিয়মমোৰ পৰিবেষ্টিত আছিল । খোজে খোজে নিয়ম । তদুপৰি ভৰলুৱা, ঘিলাধাৰীৰ আপোন -মানুহ সোপাই কিমান যে নীতি-নিযম উলিযাইছিল ।

ছয-সাতজোৰা ঢুলীযা ওজা আহিছে । আগফালৰ ৰভা-তল সিবিলাকৰ ঢুলীযা হাতে ৰজনজনাই আছে । তাৰে কেইজোৰা মান নিমন্ত্ৰিত অতিথি আৰু বাকী কিজোৰা স্ব-ইচ্ছাই হাত-বজাবলৈ ৰভাতল শুৱনি কৰি আছেহি ।

অসমৰ এজন লেখত লবলগীযা ঢুলীযা ওজা বোধেশ্বৰ দুৱনীযা । তেওঁ নিশি ককাইৰ মৰমৰ বন্ধু । তেওঁ স্ব-ইচ্ছাৰে আঁহি বাদ্য বজাই ৰাইজৰ মাজত আলোড়ন সৃষ্টি কৰিছে । ৰাইজে বাহ্বা দিছে ।

আন এজন ৰষ্ট্ৰীয পুৰস্কাৰ বিজেতা, উদীযমান বিখ্যাত ওজা সোমনাথ বড়া । তেওঁ মোৰ মৰমৰ ভাইৰ নিচিনা । তেওঁবো স্ব-ইচ্ছাই আহি ওৰে নিশা ঢোল-বাদ্য পৰিবেশন কৰিছেহি। তেওঁৰ ওজা-ঢোলৰ চেৱত সমগ্ৰ ৰভা-তল উৰি যাওঁ– থাকিযাওঁ হৈছে। এই সকল নামী ওজাই অন্যান্য বিযাত হাত-বজালে বুজন পৰিমানৰ মাননী লয। কিন্তু আন্তৰিকতাৰ হেতু আমাৰ দৰে দুখীযাৰ ঘৰত কোনো মাননি নোলোৱাকৈ আগ্ৰহেৰে হাত বজাবলৈ লৱৰি আহিছে। আৰু আছে ভালেমান ন-পুৰনি পাকৈত ঢোল ৰ ওজা। সেই সকল ককাইদেউ হঁতে নিমন্ত্ৰন কৰি আনিছে।

দৰা উঠি আহিবৰ কাৰণে আমাৰ ফালৰ পৰা এটা হাতীৰ যোগাৰ কৰা হৈছিল। বিভিন্ন কাৰু-কাৰ্য, অলঙ্কাৰ খচিত এই আটক-ধুনীযা হাতীটো দৰাক বহুৱাই আনিবৰ কাৰণে বিশেষ ভাৱে সজ্জিত কৰা হৈছিল। তাৰ বাবে ভালেমান টকা খৰছ কৰা হৈছিল।

হাতীৰ পিঠিত উঠি দৰা সাজেৰে সজ্জিত অৰুণাভ নগৰৰ মাজেৰে এপাক মাৰি কইনা ঘৰ অভিমুখে আহি আছে। বাটৰ কাষত বৈ মানুহবোৰে ঘূৰি ঘূৰি চাইছে। পদূলিয়ে পদূলিযে মানুহৰ জুম।

ঃ "অ' দৰাচোন হাতীত উঠি আহিছে.

এঃ বেলেগ কাৰবাৰ দেখোন"

ঃ "একেবাৰে পুৰণিকলীয়া দৰা দেখোন,

বাপ্‌ৰে বাপ্‌ দৰাই গুৱাহাটীৰ পেৰাই হাতী লৈ আহিছে নেকি?"

ঃ "ধেৎ গুৱাহাটীৰ পৰা কেনৈ হাতীত আহিব আক, গাড়ীত আহিছে। কনীয়া ঘৰীয়াই হাতীৰ যোগান ধৰিছে আক',"

আলিবাটৰ কাষত দৰা চাবলৈ বৈ থকা মানুহবোৰে ভিন্ ভিন্ মন্তব্য দিছে।

সন্ধিয়া চাবে-নমান বজাত দৰা হি আমাৰ পদূলিত উপস্থিত হ'লহি। হৈ হাল্ল। হুলস্থূল। নবাইতে ফট্‌কা, ফুলজাৰি, বম ফুটাইছে। আয়তী সকলে উৰুলি দিছে। বিয়া নাম গাইছে। কোনো কোনোৱে মুঠিয়ে মুঠিয়ে চাউল মাৰিছে। মায়ে সুৱাগ তুলিছে। ককায়ে দৰা আদৰিছে। কাৰো মাত ক'তো নুশুনি। গছকত কাৰ ক'ত কি হৈছে খবৰ নাই। গুৱাহটীয়া দৰা-চোৰাৰ হেঁপাহত সকলো উৰুলীকৃত হৈ পদুলি পাইছেগৈ।

শিৱ গোসাই আহিছে

ডম্বৰু বাজিছে

শংকৰৰ পদূলিত কন্যা ভিক্ষা মাগিছে

অ' পকা বিলাহী

ছোৱালী লুভীয়া, সোনকালে পালাহি

অ' সদাশিৱ

চাউল নেমাৰিবা, লক্ষীয়ে শাও দিব।

ইফালে পাচ চোতালত বেইৰ তলত মোক মাহে-হালধিৰে নোৱাইছে। তিৰুতাৰ সংখ্যা মুঠেই কম। মুঠেই পাঁচ-ছজনী। গোটেই মথা তিৰুতা, ছোৱালী দৰা-আদৰিবলৈ গ'ল।

ঃ "এই সোনকাল কৰা, চমু কৰা। দৰা আহি পালেহি" বৰদলৈ খুড়ীদেৱে কলে।

ঃ "কেনেকৈ কৰিম হে — নিয়ম ফেৰাতো পালিবই লাগিব" ৰেখাৰ মাকে গেজেৰা মাৰি ক'লে।

ঃ "চমুৱাই কৰা। ইমানকৈ নোৱাব নেলাগে" অমলীৰ মাকে কলে।

ৰাম ৰাম বে পাই ঘুৰিলে

ৰাম ৰাম পীৰা পাই বহিলে

ৰাম ৰাম পাতে পাই মেলালে ভৰিহে ৰাম ৰাম।

... . .. .

ঃ "মূৰত পানী, ঢালা, এঃ উৰুলি দিয়া"

ঃ "থৰ কৰা থৰ কৰা, বেচিকৈ পানী ঢালিব নেলাগে হে"

ঃ "এঃ হ'ব আৰু আমসাৰ দিয়া অ' হৈছে এতিয়া"

দৰা অহাৰ লগে লগে মোক গা-ধুওৱা তিৰুতা কেইগৰাকীৰ মাজতো উৰা-জুৰাখন লাগি পৰিছে।

ৰাম ৰাম গা ধুই আইদেৱে

ৰাম ৰাম মায়েকক সুধিলে

হৰি মোৰ ঐ কি সাঁজ সলাব পায়ে হে ৰাম ৰাম
ৰাম ৰাম ছাঁতে শুকুৰা
ৰাম ৰাম মুঠিতে লুকুৰা
হৰি মোৰ ঐ সেই নু সাজ পিন্ধিব পায়ে হে ৰাম ৰাম।।

নিশি ককাইদেৱে মোক দাং কোলাকৈ ৰভাঘৰলৈ আনি দলিছআত বহুৱাই দিলে। আয়তী সকলে সজাবলৈ ধৰিলে মোক। ৰবৰ সময নাই। লগ্ন উকলি যাব নহলে। বান্ধৱী কল্পনাই কইনা সজাবলৈ আগবাঢ়ি আহিল। কইনা সজাবলৈ অহা দৰাকীৰো সুখ নাই। জোৰা নামেৰে থকা-সৰকা কৰিছে।

কইনা সজাবলৈ আহিছা হয
মুখ খন দেখেয়েই লাগিছে ভয়
চকুজোৰ দেখিছোঁ পোতা পুখুৰী
মুখ খন দেখিছোঁ বোন্দা মেকুৰী
নাকতো দেখিছোঁ সেঙুনৰ খোপা
মূৰতো দেখিছোঁ মৰা পাটৰ খোপা।।

হোমৰ গুৰিত বহিবৰ কাৰণে কইনা নিখুঁতকৈ সজাবলৈ ধৰিলে। ৰিহা, মেখেলা, চাদৰ ব্লাউজ নতুনকৈ পিন্ধালে। মাখন ৰঙৰ পাট কাপোৰ, গোটেই গাতে গুণাৰ কাম কৰা। মাখন ৰঙৰ ৰঙা বৰন ঘঁহি অটাই কপালত সেন্দুৰৰ ফোঁট দিলে। চেলাউৰিৰ কাষে কাষে গোলা ৰক্ত-চন্দনেৰে শুবনি কৈ আঁকি দিলে ফুট্‌ ফুটীৰা শাৰী। তেল-কুৰ ঘঁহি ওখ খোপা বান্ধি দিলে। খোপাত গুজি দিলে এডাল আকন ফুলৰ মালা। ওৰণি-বাৰণি দি কইনা সুন্দৰকৈ সজাই তোলাহ'ল।

এইবাৰ নিশি ককায়ে মোক দাঙি নি হোমৰ কাষত বহুৱালে। জোন ককাইদেউ মোৰ বাওফালে বহিল, আৰু সোঁফালে বহিল দৰা। দৰাৰ কাষত বহি আকৌ মোৰ অন্তৰাত্মা ভয়ত কঁপি উঠিল। এয়া কি কৰিবলৈ ওলালো মই! এতিয়া উভটি যোৱাৰ পথ চিৰদিনৰ বাবে বন্ধ।

হোমৰ পবিত্ৰ অগ্নি জ্বলি আছে। চাৰিওফালে দৰ্শক ৰাইজ। ঢুলীয়া ওজাৰ ঢোল বাদনৰ শব্দ। বিয়া-নামৰ হৃদয বিদাৰক কৰুণ সুৰ। এই সমূহ শব্দ তল পেলাই মোৰ কানত স্পষ্ট হৈ উঠিল মন্দিৰৰ পবিত্ৰ শংখ ধ্বনিৰ দৰে অৰুণাভৰ মুখৰ সংস্কৃত শ্লোকৰ অ পূৰ্ব সুৰধ্বনি
ঃ "ওঁ সমঞ্জন্তু বিশ্বেদেবাঃ সমাপো হৃদয়ানিনৌ
সম্মতৰিশ্বা সন্ধাতা সমুদেষ্ট্ৰী দধাতু নৌ।
ততঃ প্ৰজাপতিদৈৱতায়ে কন্যাকায়ে নম ইতি পুষ্পেন"

[তোমাৰ আৰু মোৰ হৃদয়, বিশ্বদেৱ আৰু উৎসৰ্গ কৰা জলে সমান কৰক। আমি দুয়োৰো প্ৰাণ প্ৰজাপতি আৰু কাম সমান ভাৱেৰে মিলক]

জোনককাদেউৰ হাতত কুশবনৰ আঙঠি। ব্ৰাহ্মণৰ নিৰ্দেশত সিয়ো প্ৰযোজন অনুসাৰে মন্ত্ৰ পাঠ কৰিছে। হোমৰ দগমগীয়া পকা আঙঠাৰ তাপ লাগি জোন ককাইদেউ মুখমণ্ডল ৰক্তিম হৈ পৰিছে। সি সংস্কৃত শ্লোক বোৰৰ শুদ্ধ উচ্চাৰণ কৰিছে। দুগালেৰে তাৰ দুধাৰি লোতক

অবিৰাম বৈ আছে। যেন অনন্ত কালৰ পৰা বৈ অহা দুটি নিজৰা। চকুৰ পানীৰ লগত ধুই নিছে তাৰ অন্তৰৰ কলষু-কালিমা সকলো।

ভনীয়েক কি সম্পদ! কিমান মৰমৰ হ'ব পাৰে ভনী বোলা সম্পদ যেৰি। ভগ্নীদান যে অপূৰ্ব দান, সেই দানৰ মহত্ত্ব কিমান! সি যেন আজিহে বুজি পাইছে। অনুতাপৰ জুইত জ্বলি, অশ্ৰুজলেৰে নিজক ধুই সি যেন এটি নতুন মানুহ হ'ল। ওৰণিৰ ফাকেৰে তাৰ এই নবজন্ম দেখি মই অভিভূত হৈ পৰিলো।

জোন ককাযে কন্যাদাত্ৰৰ মন্ত্ৰ পাঠ কৰিছে ঃ ওঁ জন্ম প্ৰভৃতি যৎকিঞ্চিৎ পাপং ভদ্ৰে মযা কৃতম্। তত্বং ক্ষমস্ব হে লক্ষ্মি স্বৰ্গ দাত্ৰি নমোহস্তুতে।। ওমাক্ৰোশিতা তাডিতা বা যচ্ছ বাচা প্ৰপীড়িতা। তত্বং ক্ষমস্ব হে লক্ষ্মি স্বৰ্গদাত্ৰি নমোহস্তুতে।।

[হে ভদ্ৰে কন্যে। জন্মৰ পৰাই যি পাপ মই কৰিছোঁ তাক তুমি ক্ষমিবা। হে স্বৰ্গদাত্ৰী লক্ষ্মী। তোমাক নমস্কাৰ। হে কন্যা। খণ্ড তাডনা আৰু বাক্যৰে তোমাক যি কষ্ট দিছিলো তাক তুমি ক্ষমা কৰিবা। হে স্বৰ্গদাত্ৰি লক্ষ্মি তোমাক নমস্কাৰ]

এই মন্ত্ৰ পাঠ কৰাৰ অন্তত জোন ককাযে তিল, কুশ শিলিখাৰে সৈতে মোৰ সোঁহাতখন লৈ উৎসৰ্গ কৰি হাতত জল দি হাতখন দৰাৰ হাতৰ লগত মিলাই দিলে।

দৰাই স্বস্তি বুল গ্ৰহণ কৰে।

ব্ৰাহ্মনৰ নিৰ্দ্দেশত অৰুণাভে মন্ত্ৰ পাঠ কৰে

ঃ "ওঁ দ্যোস্ত্ব দদাতু পৃথিবী ত্বা প্ৰতিগৃহ্নাতু

ধৰ্মেচাৰ্থেচ কামে চ নাভিচৰিতব্যা কন্যা

মমেয়ং প্ৰজাপতি দৈবতেতি। তৰা।

[ হে কন্যা। আকাশ ৰূপে তোমাক দান কৰিলে

পৃথিৱী ৰূপেৰে মই গ্ৰহণ কৰিলো।

ধৰ্ম্ম, অৰ্থ কাম এই ত্ৰিবৰ্গৰ লগৰীয়া

প্ৰজাপতি দেৱতাযুক্ত তৰা নামৰ এই

স্ত্ৰীজনীক কেতিয়াও নেৰো]

মোৰ আৰু অৰুণাভৰ হাতদুখন একেলগে কৰি জোন ককায়ে ত্ৰিপত্ৰৰ দ্বাৰা বান্ধি দিলে। এই মুহূৰ্ত্তৰ পৰা মই সম্পূৰ্ণ অৰুণাভৰ হৈ পৰিলো। এই এই মুহূৰ্ত্তৰ পৰা মই সম্পূৰ্ণ অৰুণাভৰ হৈ পৰিলো।

কইনা ঘৰীয়া আৰু দৰালি ঘৰীয়া নামতীৰ মাজত জোৰানামৰ যুঁজখন আৰম্ভ হৈছে। কন্যা ঘৰীয়া নামতী মীনা বাইদেউ। কোকিল কণ্ঠী এই বাইদেউ জনী আমাৰ চুবুৰীৰে। সৰ্ব্বশ্ৰেষ্ঠ নামতী ৰূপে এওঁ জনাজাত।

তেওঁ সুললিত কণ্ঠে গাইছে

অ' বন্ধুগতি

জোৰা নাম গাবলৈ দিয়ক অনুমতি!

দৰালী ঘৰীয়া নামতীৰ পৰা এনেদৰে অনুমতি লৈ জোৰানাম গাবলৈ ধৰিছে। জোৰ নামেৰে দৰা-ঘৰীয়াক ঠেকেচা-ঠেকেচি খন কৰিছে।

(ক) কাঁহী বাতিৰ জাপ্ জাপ্

দৰা-ঘৰৰ ছোৱালী বোৰে মুখে কৰে কাপ্ কাপ্।

(খ) ভোগদৈ নৈতে জাল বাম,

বৌ মাছৰ টেঙা খাম,

দৰাৰ ভায়েকক জুতি লৈ

নাকি লগাই হাল বাম

হাল বাব নোৱাৰিলে পিছে পিছে খেদি যাম।

(গ) আলুগুটিৰ দম্ দম্

পেক্ পেকাই নেথাকিবা

পায়খানাৰ টিঙত পুতি থম।।

(ঘ) ৰভা-খুটা হেলেকা

দৰাঘৰৰ নামতীৰ চকু দুটা টেলেকা

(ঙ) আমেৰিকা ৰাচিয়া

দৰাঘৰৰ ছোৱালীবোৰ ছিলঙৰে খাচিয়া।

অৱশ্যে দৰাঘৰীয়া নামতীয়েও প্ৰত্যুত্তৰ দিছে। কিন্তু জোৰানামত তেওঁলোকে বৰ কেঁচা। সেয়ে জোৰা নামৰ যুঁজ খন ভালদৰে পক ধৰা নাই।

জোন ককায়ে বৰ আৰু মোৰ একেলগে বান্ধি বথা হাত দুখনৰ ওপৰত দৈ গাখীৰ আৰু পানী দি দুয়োৰে কাপোৰৰ কোণে কোণে লগ কৰি লগুন গাঁঠি দি গায়ত্ৰীৰে হাতৰ বান্ধ খুহাই দিলে। বান্ধ খুহাই দিলে।

এইবাৰ অৰুণাভে মোৰ সোঁহাতৰ বুঢ়া-আঙুলিত ধৰি নিজৰ সোঁফালে ৰাখি মন্ত্ৰ পাঠ কৰিছে।

ঃ "ওঁ যদৈষি মনসা দূৰং দিশোহনুপৱমানো বা হিৰন্যপৰ্ণো বৈকৰ্ণঃ সত্বা মন্মনসা কৰোম্যসৌ।"

[হে তৰা ! দশদিক্ বায়ু, সূৰ্য আৰু অগ্নিয়ে মোৰ হৃদয়ৰ সৈতে তোমাৰ হৃদয় এক কৰি দিয়াত, তুমি ব্যাকুল হৈ পিতৃকুল পৰিত্যাগ কৰি মোৰ হৃদয়ৰ সৈতে দূৰলৈ গ'লা]

আৰৌ

ওঁ গৃভ্ণমিতে সৌভগত্বায় হস্তাং ময়া পত্যা

জৰদষ্টিৰ্যথা সঃ। ভগোহৰ্য্যমা দেবঃ সবিতা

পুৰন্ধিৰ্মহ্যং ত্বাহদুৰ্গাৰ্হপত্যায়দেবা ঃ। .

পশ্যেম শৰদ ঃ শতঞ্জীৱেম শৰদ ঃ শতং .. .. শৃণুয়ামি শৰদঃ শতম্।

হে কন্যা! তোমাৰ সৌভাগ্যৰ বাবে হাতত ধৰিলো, তুমি মোৰ সতে একেলগে বৃদ্ধা হোৱা। কামদেব, অৰ্য্যমা আৰু শ্ৰীসূৰ্য দেবে গৃহপতিৰ বাবে গাৰ্হস্থ ধৰ্মৰ অধিকাৰিণী ৰূপে তোমাক মোক দিছে আহা আমি আজি বিবাহ পাশত আবদ্ধ হওঁ, লগ-লাগি শুক্র ধাৰণ কৰোঁ —সন্তান জন্মাওঁ বহু পুত্ৰ লভো — এশ বছৰলৈকে আমি জীয়াই থাকিম আৰু এশ বছৰলৈকে সন্তান সকলৰ শুভবাৰ্ত্তা (শুনিম)

এই পবিত্ৰ মন্ত্ৰপাঠ, বিয়ানামৰ কৰুণ-সুমধুৰ ধ্বনি, আয়তী সকলৰ মঙ্গল উৰুলি হোমৰ দগমগীয়া ৰঙা জুইযে হৃদয-তন্ত্ৰী কপাই তুলিছে। সংসাৰ যাত্ৰাৰ পথত মোক আগবঢাই দিছে! . অচিন এখন স্বপ্নৰ (?) ৰাজ্যলৈ যেন মই এখুজি দুখুজিকৈ গৈ আছোঁ।

লাহে লাহে জোৰা নামৰ সুৰ নোহোৱা হৈ গৈছে। মীনা বাইদেৱে এইবাৰ কোমল কণ্ঠেৰে গাইছে ঃ

ধিমাই ধিমাই অগ্নি জ্বলে,

মা লৈ মোৰ মনত পৰে,

কিয় মা মোক বিযা দিলা,

জীৱনটোলৈ পৰ হ'লা।

আথে দিযা, আথে দিযা, মৰমেৰে ভাই!

মৰমেৰে বান্ধোন আজি চিঙি চিঙি যায"

ঢুলীযা-ওজাৰ হাত-খন পকি উঠিছে। তেওঁলোকে প্ৰাণ-ঢালি ঢোল-হাত মাৰিছে। যিমানে ৰাতি গহীন হৈছে, ঢোলৰ খেল জমি উঠিছে। ক'ৰ পৰা অ'ত শক্তি লভে ঢুলীযা-ওজা হঁতে। নিছিগা ধাৰাৰে বোৱাই দিযে ঢোল-বাজনাৰ নৈ। টোপনিযে আমনি কৰা ৰাইজক জগাই দিযে পৰে পৰে। ঢোলৰ ছেৱত বৰষুন আনিছে, চৰাইৰ মাত মাতিছে, পিঠাগুৰি খুন্দিছে, ধান বানিছে, চিৰা খুন্দিছে, বিভিন্ন প্ৰকাৰৰ ঢোলৰ চেওঁ।

সোমনাথ বৰাই একেলগে ১৫ টা ঢোল বজাই ৰাইজক কৃতিত্ব দেখুৱাইছে। ৰাইজে ভূয়সী প্ৰসংশা কৰিছে।

যজ্ঞৰ কাম চমু চাপি আহিছে।

অৰুণাভে চৰম অথবা পৰম শ্লোকটো উচ্চাৰণ কৰিছে!

ঃ ওঁ মম ব্ৰততে হৃদয়ং দধামি

মমচিত্তমনুচিত্তং তেহস্তু মবাচমেকমনা

জুসস্ব প্ৰজাপতি স্তা নিযুনক্ত মহ্যম্।

[হে কন্যে! তোমাৰ হৃদয় মোৰ হৃদয়তস্থাপন কৰিলোঁ। তোমাৰ চিত্ত্ মোৰ চিত্তৰ অনুকূল হওঁক! অৰ্থাৎ তুমি মদ্গত চিত্তেৰে মোৰ আদেশ সদায় পালন কৰিবা। প্ৰজাপতিয়ে

তোমাক মোক দিছে]

তেতিযাও ৰতিপুওৱা নাই। হোমৰ কাম সমাধা কৰি ভিতৰ ঘৰলৈ আহিলো। দৰালি ঘৰীযা ৰাইজে মাগুৰ ভিতৰ ঘৰলৈ আহিলো দৰীলি ঘৰীযা ৰাইজে মাগুৰ মাছৰ আঞ্জা আৰু পঠা ছাগলীৰ মঙহেৰে দকচি খাই উগাৰি আছে।

ভিতৰত তেতিযাও আঙুঠি লুকুৱা, বান-বাতি সলোৱা খেমালি খেলিবলৈ বাকী আছে।

শৰীৰ আৰু মন অবসন্ন হৈ পৰিছে। মূৰটো টিঙ্ টিঙাবলৈ ধৰিছে। চাউলৰ খৰাহীত দৰা কইনাৰ আঙুঠি লুকুৱা খেমালিত মই অকনো ৰস নেপালো।

ঘৰ এৰি যোৱাৰ সময় উপস্থিত হ'লেই। ভাবিলেই হিয়াখন মোচৰ খাই উঠে।

চম্পাকলি বৌৱে পাকঘৰৰ মজিযাত মোক দৈ চিৰাৰে এটা জলপান খাবলৈ দিলে। জলপান খাই থাকোঁতেই মায়ে করুণ-কোমল কণ্ঠেৰে জীৱনৰ বহুমূলীযা কথাখিনি ক'লেঃ—

"গাৱৰ আওহতীযা জেগা, নামনিৰ নেদেখা নুশুনা দেশ মোৰ আই। এই দুচকুৰে কাহানিবা যে দেখা পামগৈ আশা নাই মোৰ আই।

সকলোৰে লগত মিলিজুলি থাকিবি। ডাঙৰক সন্মান জনাবি। মূৰৰ কাপোৰখন অকণোকে নেপেলাবি। ওৰণি বাৰণিহে বোৱাৰী শুৱনি। কাকো নোসোধাকৈ কোনো কাম নকৰিবি। ক'ৰবাত দায — জগৰহে লাগিব। শাহু — বৰজনাক ভাব-ভক্তি কৰিবি। তেওঁলোকেই আজিৰ পৰা তোৰ আই-বোপাই সকলো। স্বামীৰ মনত দুখ - ঠেক নিদিবি। সংসাৰ বৈতৰণীত তেৰেঁই তোক তৰাব — চৰাব। ওচৰ ঘৰীযাক মৰম-চেনেহ কৰিবি মোৰ আই। এইখিনিযেই মোৰ বাইক। মনত ৰাখিবি। মেৰ চিন্তাহে লাগি থাকিব।"

মাৰ ঘোলা-চকুৰ মণিত জলমলাই উঠিল দুকোঁটা অশ্রুজল। স্বামী-গৃহলৈ যাত্রা বেলা জননীযে মোক ইযাকেই ক'লে। ইযাৰ জৰিযতে মোৰ সমুখত মুকলি কৰি দিছে —সংসাৰ-যাত্রাৰ দুৱাৰ। শোকে-খুন্দা মাৰি ধৰিছে। শকুন্তলাৰ পতি গৃহলৈ যাত্রা কালত কণ্বমুনিৰ মুখৰ মনোৰম হিয়া বিদাৰক শ্লোক ফাঁকিলৈ মনত পৰিছে মোৰ।

"শুশ্রূষস্ব গুৰূন্ কুৰ প্ৰিযসখীবৃত্তিং সপত্নীজনে
ভৰ্ত্তুৰ্বিপ্ৰকৃতাপি ৰোষণতযা মাস্ম প্ৰতীপংগমঃ।
ভূমিষ্ঠাং ভৱ দক্ষিণা পৰিজনে ভোগেষ্বনুৎসেকিনী
যান্ত্যেৱেং গৃহিণীপদং যুৱতয়ো বামা কুলস্যাধযঃ।" (ছন্দ বন্ধ)

[ আই, তুমি গুৰুজনৰ ভালদৰে সেৱা শুশ্রূষা কৰিবা। ঈৰ্ষা অসূয়া ভাব নোলোৱাকৈয়ে পত্নী সকলোৰে সৈতে মৰমৰ সখীৰ দৰে ব্যৱহাৰ কৰিবা। কিবা কাৰণত স্বামীয়ে খং উঠি বিপৰীত আচৰণ কৰিলেও তুমি কেতিযাও বিপৰীত আচৰণ নকৰিবা। ভৃত্যাদি পৰিজনৰ প্ৰতি যথেষ্ট উদাৰ হ'বা। ভোগ-বিলাসৰ প্ৰতি উৎকণ্ঠিতা নহ'বা। এনে কৰিলেই যুৱতীসকলে প্ৰকৃত গৃহিণীৰ পদ লাভ কৰিব পাৰে। কিন্তু ইয়াৰ অন্যথা কৰা সকল পৰিয়ালৰ দুখৰ কাৰণ হয়।]

শোক সামৰি লওঁতে কিছু সময় লাগিছে। দুখ ঢাকি গম্ভীৰ ভাবে ক'লো ঃ "সকলো পৰিস্থিতিৰ লগতে খাপ খাব পৰাকৈ মনৰ জোৰ আছে মা। তই এনেই চিন্তা বঢ়াই নলবি।"

ৰবদলৈ খুড়ীদেৱে ক'লেঃ "তাত গৈ ববকথা নেমাতিবি হ'লে। সকলোৰে মৰম পাবি। নতুন ঘৰ। চাই বুজি চলিবি। ন-ছোৱালীৰ ওপৰত সকলোৰে চকু। ভাল-বেয়াই এসোপামান বদনাম-ৰতিবলৈ কেতেপৰ।"

মোৰ জলপান খোৱা হৈছিল। হাত-মুখ ধুলো। ৰবদলৈ খুড়ীদেউক ভৰিত ধৰি প্ৰণাম কৰিলো। এইগৰাকী মাতৃ-স্থানীয় তিৰোতাই মোক জীৱন-সম্পৰ্কে ভালেমান শিকালে। আজি তেওঁৰো দুচকু চল-চলীয়া।

মায়ে ক'লে ঃ "দৰালি ঘৰীয়াই আমাৰ ফালৰ পৰা কোনে তিৰোতা মানুহ লগত নিব খোজা নাই। আওহতীয়া ঠেগা। কিবা বোলেনে যাতায়াতৰ সমইচা হেনো। বাৰিষা কাল। ঘৰলৈ গাড়ী-মটৰ নেযায় হেনো। কৰভনলৈকে কাপোৰ-কৌ চাই তিনি কি চাৰিমাইল বাট খোজ কাঢ়ি লাগিব হেনো। সেয়েহে আন তিৰোতা মানুহ নিব খোজা নাই। ছোৱালীকণক এতিয়া অকলেহে পঠাব লাগিব হ'বলা।"

ঃ "ভোৰাঁয়ে নিলেও নিয়া, যমে নিলেও নিয়া। বিয়া দিলাই যেতিয়া পৰ হ'ল এথোন। দৰালি ঘৰীয়াই কনীয়াক যেনেকৈ নিযে নিয়ক। দাংকোলাকৈ নিযে, খোজকঢাই নিয়ে — ইচ্ছাৰ কথা। সিহঁতো তেওঁ মানুহহে! আমাৰ সিবিলাকত মাত মাতিবৰ কি অধিকাৰ আছে?"

ৰবদলৈ খুড়ীদেৱে ক'লে।

ঃ "হ'ল বুলিনো, ছোৱালীকণক এথানি এৰানিকৈ পঠআব পাৰিবনে? তাতে লঘোণীযা দেহা। বেজাৰে পীড়ি আছে! . ককাযেকহঁতো কান্দি কাটি ভাগে ভাগে লাও খই পৰি আছে। জোনৰ দিনে নিশাই লঘোণ। সি যাব নোৱাৰে। সকটোক চোন টোৰাঁকে নোৱাৰি। কুমুদৰ ওপৰতে ঘৰৰ সকলো দাযিত্ব ৰভা পৰলা ভঙাৰ পেৰা — সকলো। নিশিকে পঠাও নেকি? .."

ঃ "নেলাগে মা। মই অকলেই যাম। মোৰ মনত কোনো খোকোজা নাই। . নিশি ককাই যাব নেলাগে। দুৰণিৰটীয়া ঠাই . . মোৰ কাৰণে একো ভাবিব নেলাগে"

ছোৱালী উলিয়াই দিবলৈ উদুলি-মুদুলিখন লাগি পৰিল। দুৱাৰ ধৰি মাযে মোক বিদায় দিলে। কুমুদ ককাইক সেৱা কৰিলো। ককাযে হুকহুকাই কান্দিবলৈ ধৰিলে। বাকী কেউটা ককাইৰ দেখা-দেখি নাই। বান্ধবীহঁতেউকিয়াই উকিযাই কান্দিছে। নবৌহঁতেও যোগ দিছে। মীনা বাইদেৱে দীঘলীয়া সুৰত বিয়া নাম এফাঁকি জুৰিছে!

বাইদেউ ঐ সীমাহীন জগতৰ পথ একাবেকা।

বাইদেউ ঐ পিছলি পৰিবা খোপনি ধৰিবা!

বাইদেউ ঐ দুৰ্গম পথলৈ যাত্ৰা কৰিবা।

বাইদেউ ঐ মাৰাই ভাবিছিল মোৰ সোন ডাঙৰ হ'ব।

বাইদেউ ঐ মোৰ সোণ ডাঙৰ হৈ চাকৰি কৰিব।।

বাইদেউ ঐ মাৰাৰ কল্পনা বিফলে — যাব।।।

দৰাচলতেই এইবাৰ মোৰ দুচকুৰে গঙ্গা-যমুনা নামি আহিল। খৰস্ৰোতা এই চকুলোৰ

নৈ মই সামৰিব নোৱাৰা হ'লো। কান্দোনত ভাঙি পৰা মোক কুমুদ ককায়ে দাঙি নি বাচত দবাৰ কাষত বহুৱাই দিলেগৈ।

এফালে অৰুণাভ দাস, আনফালে ডাঙৰ জা। মাজতে মই। বাচ চলিবলৈ ধৰিলে। পাৰ-ভঙা বিষাদত মই হিয়ালি-জিয়ালিকৈ কান্দিবলৈ ধৰিলো। শৈশৱৰ, কৈশোৰৰ লীলা ভূমি এৰি কলৈ যাত্ৰা কৰিছোঁ মই! দুৰ্গম একা-বেকা পথলৈ। য'ত পিচলি পৰাৰ সম্ভাৱনা অধিক। ঘৰৰ মানুহ সোপা এৰি আহিলো চোন! এই সোপা তেনেই অচিনাকি মানুহ! সশব্দে কান্দিবলৈ ধৰিলো। ইমান সময়ৰ অবৰুদ্ধ যন্ত্ৰণা গলি-গলি ওলাই আহিল। যেনেকৈ ভেটা দি ৰখা নদীৰ পানী পাৰ ভাঙি বৈ যায়। দিনৰ দিনটো নিশাৰ নিশাটো ভেটা দি ৰখা আবেগ অনুভূতিৰ বান্ধ সুলকি গ'ল।

ঃ "হেই কিয় কান্দা? নাকান্দিবা। নাপায় কান্দিব। আমি আছোঁ নহয়।" জাৰ কোমল কণ্ঠ।

আজি মোক কোনে বাধা দিয়ে। এতিয়াতো আৰু ঘৰৰ মানুহ নাই। হেপাহ পলুৱাই কান্দিলো। এটা সময়ত খক্‌খকাই বমি কৰিবলৈ ধৰিলো। লঘোণীয়া পেটত পৰা দৈ-চিৰাৰ জলপান বাহিৰ হৈ আহিল।

একবাছ মানুহ। হাঁহি-কিৰিলি, হুলস্থূল কৰি মানুহসোপাই আনন্দত তথ্বগাই আছে। কোনোৱে বিয়া নাম গাইছে। কোনোৱে বিহুনাম গাইছে। কোনোৱে কিৰিলি পাৰিছে। গৰমত মোৰ উশাহ-নিশাহ বন্ধ হোৱাৰ উপক্ৰম হৈছে। বাছৰ ভিতৰত বৰজনাও বহি আহিছে। মূৰৰ কাপোৰ-খন গুচাবৰ উপায় নাই। নিয়মৰ আবেষ্টনীৰ মাজত ক্ৰমান্বয়ে সোমাই পৰিছোঁ মই। অলপ মুকলি বতাহ বিচাৰি মোৰ প্ৰাণে চট্‌ফটাই উঠিছে।

—: O :—